# ধৰ্মৰত্ন সত্ৰাধিকাৰ
# শ্ৰীশ্ৰীগহনচন্দ্ৰ গোস্বামী



লেখক ঃ সম্পাদক
শ্ৰীহৰিন চন্দ্ৰ কলিতা

প্ৰকাশক
গহনচন্দ্ৰ গোস্বামী সঙ্কলন সমিতিৰ হৈ
শ্ৰীসত্যব্ৰত দেৱ গোস্বামী
নিকামূল সত্ৰ
তেজপুৰ

"ধৰ্মৰত্ন সত্ৰাধিকাৰ শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামী" এখন জীৱনালেখ্য। লেখক/সম্পাদক শ্ৰীহৰিন চন্দ্ৰ কলিতা এম. এ। (প্ৰাক্তন) অসম অসামৰিক সেৱা বিষয়া। তেজপুৰ, অসম।

"Dharmaratna Satradhikar Sri Sri Gahan Chandra Goswami' a biographical sketch in Assamese written and edited by Sri Harin Chandra Kalita M.A. A.C.S. (Retd) Tezpur, Assam.

Ist Published : January 1993 AD. 543 Sankarabda.

প্ৰকাশক ঃ গহনচন্দ্ৰ গোস্বামী জীৱনী সঙ্কলন সমিতিৰ হৈ
অধ্যাপক শ্ৰীসত্যব্ৰত দেৱ গোস্বামী
নিকামূল সত্ৰ, তেজপুৰ।

মূল্য ঃ ৭০·০০ টকা

টাইপ ছেট ঃ গ্ৰাফিক এছোচিয়েটচ্
গুৱাহাটী- ৭৮১ ০০৩

মুদ্ৰন ঃ পূৰ্বাঞ্চল প্ৰিন্টাৰ্চ
গোপীনাথ বৰদলৈ পথ,
আমবাৰী, গুৱাহাটী- ৭৮১ ০০১

## কৈ থোৱা উচিত–

স্বৰ্গীয় শ্ৰীগহন চন্দ্ৰ গোস্বামীৰ জীৱনী খনি যুগুত কৰাৰ মূলতে শ্ৰদ্ধেয় শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীদেৱৰ প্ৰেৰণা। ১৯৮৯ চনৰ এপ্ৰিল মাহত মহাপুৰুষ মাধৱদেৱৰ ৫০০ তম জয়ন্তীৰ আয়োজনত তেখেতৰ তালৈ দুদিন যোৱা হয়। দুয়ো দিনতেই তেখেতে গহন গোস্বামীৰ জীৱনী এখনিৰ কথা উলিয়ায়। তেখেতে কয় যে গোঁসাইৰ পৰলোক হোৱাৰে দহ বছৰ হ'লহি। এই কাৰ্যত আৰু দেৰী কৰিলে গোঁসাইক দেখা পোৱা লোকেই নাইকিয়া হবগৈ। গতিকে আৰু বিলম্ব অনুচিত।

তদনুসাৰে ৪/৬/৮৯ তাৰিখে স্থানীয় কামৰূপীয় সনাতন ধৰ্মমণ্ডলিৰ সভাকক্ষত এখন আলোচনা সভা আহবান কৰা হয়। বিশেষ কাৰণবশতঃ ভাগৱতী দেৱ অন্যত্ৰ যাবগলীয়া হোৱাত সভাত উপস্থিত থাকিব নোৱাৰিলে। শ্ৰীতাৰা প্ৰসাদ শইকীয়াদেৱৰ সভাপতিত্বত বহা সভাত বিষয়বস্তু আলোচনা কৰা হ'ল। জীৱনীৰ প্ৰস্তাৱত সকলোৱে আনন্দ প্ৰকাশ কৰি দিহা যুগুতি আগবঢ়ালে। আলোচনান্তে তলত নাম দিয়া সকলেৰে এখন গ্ৰন্থ সংকলন সমিতি গঠন হয়।

সদস্য সকল ঃ–

১। সৰ্বশ্ৰী বিজয় চন্দ্ৰ ভাগৱতী ( উপদেষ্টা )
২। সদানন্দ চলিহা– সভাপতি
৩। সত্যব্ৰত দেৱ গোস্বামী– সদস্য
৪। সতীশচন্দ্ৰ ভট্টাচাৰ্য– সদস্য
৫। পুণ্যব্ৰত দেৱ গোস্বামী– সদস্য
৬। কনকচন্দ্ৰ শৰ্মা– সদস্য
৭। শ্ৰীমতী প্ৰমিলা বৰুৱা– সদস্য
৮। নৰেন্দ্ৰ দেৱ শাস্ত্ৰী– সদস্য
৯। তাৰা প্ৰসাদ শইকীয়া– সদস্য
১০। যামিনী চৰণ বৰুৱা– সদস্য
১১। থানুৰাম বৰা– সদস্য
১২। হৰিন চন্দ্ৰ কলিতা– আহবায়ক, সম্পাদক
১৩। ৰবি দে। যুটীয়া আহবায়ক।

পোনতে এই দায়িত্ব লৈ বিমোৰত পৰা হ'ল যদিও গোস্বামীদেৱৰ ঘনিষ্ঠ

সহযোগী শ্ৰীচন্দ্ৰকান্ত ডেকা বৰুৱা আৰু শ্ৰীথানুৰাম বড়াৰ লগত কথা বাৰ্তা হৈ অন্তৰত বল পালো। স্বৰ্গীয় দণ্ডিৰাম ডেকায়ো উদগণি দিলে। এইজন মৃত্যুৰ কাললৈকে নিকামূল সত্ৰৰ লগত জড়িত। গোঁসাইৰ আলমাৰিত কাগজপত্ৰ চাই কাম আৰম্ভ কৰাৰ সাহস আহিল। ইতিমধ্যে বাতৰি কাকতত সমল বিচাৰি জাননী দিয়া হ'ল। তেখেতৰ সান্নিধ্যলৈ অহা ব্যক্তি আৰু অনুষ্ঠানলৈ তথ্য আৰু প্ৰবন্ধ বিচাৰি যোগাযোগ কৰা হ'ল। বহুতক ব্যক্তিগতভাৱেও লগ ধৰা হৈছিল। বহুতে সহাঁৰি দিছে। তত্ৰাচ নিশ্চয় আৰু বহুত সমল আমাৰ অজ্ঞাতে বৈ যোৱা সম্ভৱ। উত্তৰ কালত সেইবোৰ যোগ্যজনে পোহৰলৈ আনিব। প্ৰাপ্ত প্ৰবন্ধ কিছু সম্পাদন কৰি সন্নিবিষ্ট কৰা হৈছে আৰু কিছুমানৰ পৰা সমল লৈ আলেখ্যভাগ যুগুত কৰা হৈছে। বহু প্ৰবন্ধ ঠাইৰ অভাৱত আৰু দ্বিৰুক্তিৰ ভয়ত এই গ্ৰন্থত স্থান দিয়া নাই। পিচৰ কাৰণতে সমিতিয়ে পোনতে প্ৰবন্ধ দিয়াৰ মত কৰা নাছিল। কিন্তু ধাৰাবাহিক জীৱনীৰ ঠাইত আলেখ্যৰ ব্যৱস্থা হোৱাত মূল চৰিত্ৰ কিছু বেঁছি পৰিমাণে প্ৰস্ফুটিত হোৱাৰ আশাৰে গোঁসাইৰ সান্নিধ্যলৈ অহা জনচেৰেকৰ বিভিন্ন দিশত আলোকপাত কৰিব পৰা চমু প্ৰবন্ধক স্থান দিয়া হ'ল।

গোঁসাইৰ নিজৰ বিষয়ে স্বাধীনতা সংগ্ৰামত প্ৰবেশ আৰু কাৰ্যকলাপৰ কথা তেখেতৰ ভাষাতেই ৰখা হৈছে। দীঘলীয়া হলেও এইবোৰে ঘটনাৰ পৰিৱেশৰ সন্ধান দি বুৰঞ্জীৰ কাৰণে সমল যোগাব।

চিঠি পত্ৰৰ শিতানত দুখনমান চিঠি প্ৰবন্ধৰ পৰ্যায়ৰ। ই দুটা কাম সাধিব। চিঠিৰ অন্তৰঙ্গতাৰ উপৰিও গোঁসাইৰ চিন্তা-চৰ্চ্চাৰ আভাষ দিব। বিধান সভাৰ মজিয়াত দিয়া ভাষণৰ সাৰাংশত সন্নিবিষ্ট কৰা হৈছে। দিন-পঞ্জীৰ চানেকি হিচাবে দুটা কালৰ মাত্ৰ দিয়া হৈছে। দিনপঞ্জী সকলো সময়ৰে পোৱা নহ'ল।

গোস্বামীদেৱে নথীপত্ৰ সংৰক্ষণ কৰি গৈছে। প্ৰত্যেক দিশতে বিশদ বিচাৰ কৰাৰ থল আছে। যোগ্যজনে এইকাম হাতত লব। এই আশা অমূলক নহয়। গোঁসাইৰ লিখাও ভালেখিনি প্ৰকাশৰ বাবে বৈ আছে। আশাকৰোঁ সময়ত প্ৰকাশ হ'ব। এতিয়া মাত্ৰ ওপৰত কোৱামতে আভাষ এটা দিয়া হৈছে।

আমি নিজে জীৱনী লিখাৰ নিচিনা গধুৰ কামৰ লায়ক মুঠেই নহওঁ। গোঁসাইৰ প্ৰতি শ্ৰদ্ধা আৰু কৰ্মবীৰ চন্দ্ৰ নাথ শৰ্মা দেৱে কোৱা "জীৱন

চৰিত্ৰই জীৱনৰ সকলোতকৈ ভাল সোঁৱৰণ আৰু কৃতজ্ঞতা প্ৰকাশৰ থাই উপায়" বোলা সোণ-ৰূপৰ কথাষাৰে সৃষ্টি কৰা হাবিয়াসৰ বাহিৰে একো নাই । ভৰষা মাত্ৰ "গোঁসাইৰ চৰিত্ৰ" ।

এই ছেগতে, যিসকলে কথাৰে, লিখাৰে সহায়, উদগনি দিছে সেই সহৃদয় ব্যক্তি বিশেষ, গোঁসাইৰ পুত্ৰ পৰিজন যি সকলে সযতনে সংৰক্ষণ কৰা নথী পত্ৰৰ যোগান ধৰি দিহা পৰামৰ্শৰে হাত উজান দিছে, অসম বিধান সভাৰ গ্ৰন্থাগাৰিক, যিজনে বিধান সভাত দিয়া ভাষণ সংগ্ৰহত অযাচিত সহায় দিছে আৰু অন্য প্ৰকাৰে সহায় যাঁচোতা সকলোলৈকে কৃতজ্ঞতা যঁচা হ'ল ।

যিসকলৰ প্ৰবন্ধ বিচাৰি আনিও নানা কাৰণত প্ৰকাশ কৰিব পৰা নহ'ল, সেই সকলে যেন মনত অসন্তোষ নকৰে । তেখেতসকলৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰোঁ ।

ভুল ত্ৰুটী থকাটোৱে স্বাভাৱিক । সহৃদয় পাঠকে আঙুলিয়ালে আগলৈ কামত আহিব । চৰিত্ৰৰ বিচাৰ হয় মানে ভাল । কাম্য । কামেই পুৰুষাৰ্থৰ উত্তম পুৰস্কাৰ । স্মৰণীয় পুৰুষ গৰাকীৰ নামত এই "কেৰ্কেটুৱাৰ বাঁহ পাত"কে আগবঢ়াই প্ৰসন্নতা লাভ কৰাৰ আশীৰ্বাদ যি সকলে বৰিষণ কৰিলে সেই সকলোকে আঁঠু লৈ ইমানতে সেৱাহে ।

১লা জুলাই—১৯৯১ খৃঃ
তেজপুৰ

হৰিন চন্দ্ৰ কলিতা
আহবায়ক, সম্পাদক
গহন চন্দ্ৰ গোস্বামী জীৱনী
সঙ্কলন সমিতি



# শলাগনি

সঙ্কলন সমিতিৰ উপদেষ্টা শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী, সভাপতি শ্ৰীসদানন্দ চলিহা, সভ্যসকল (সৰ্বশ্ৰী) তাৰা প্ৰসাদ শইকীয়া, স্বৰ্গীয়া হৰেন্দ্ৰ নাথ মহন্ত, যামিনী চৰণ বৰুৱা, নৰেন্দ্ৰ দেৱ শাস্ত্ৰী, কনকচন্দ্ৰ শৰ্মা, সত্যব্ৰত দেৱ গোস্বামী পুণ্যব্ৰতদেৱ গোস্বামী, আৰু হলিৰাম শইকীয়া দেৱে পাণ্ডুলিপিৰ খুতি-নাতি আঙুলিয়াই আৰু ৰবিদেই অন্য প্ৰকাৰে সহায় আগবঢ়াইছে। তেখেত সকলৰ প্ৰতি কৃতজ্ঞতা প্ৰকাশ কৰি শলাগৰ শৰাই যাঁচিছো ।

দৰং কলেজৰ ছাত্ৰ শ্ৰীলক্ষীপ্ৰসাদ শইকীয়া, শ্ৰীশিৱ পৰসাদ শইকীয়া আৰু শ্ৰীগৌতম প্ৰসাদ কাকতীয়ে প্ৰৱন্ধ আৰু পাণ্ডুলিপিৰ প্ৰতিলিপি কৰি দি আৰু অন্য প্ৰকাৰে সহায় সহযোগ আগবঢ়াইছে। তেওঁলোকলৈ আশীৰ্বাদ জনাইছো ।

যি সকলৰ প্ৰবন্ধ-তথ্য আৰু আলাপ আলোচনাৰে এই গ্ৰন্থ সমৃদ্ধ হৈছে তেখেত সকললৈ পুনৰ শলাগ যাচি নাম সমূহ পৰিশিষ্টত স্থান দিয়া হ'ল ।

গ্ৰন্থখনিৰ সংকলন আৰু সম্পাদনাত অকুণ্ঠ সহায় আগবঢ়োৱাৰ বাবে সহকাৰী সম্পাদক অধ্যাপক সতীশ চন্দ্ৰ ভট্টাচাৰ্য্যলৈ নথৈ শলাগ জ্ঞাপন কৰিছো ।

সদৌ শেষত এই গ্ৰন্থৰ প্ৰকাশৰ সম্পূৰ্ণ দায়িত্ব স্বৰ্গীয় গোস্বামীদেৱৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীসত্যব্ৰত দেৱ গোস্বামীয়ে গা পাতি লোৱাত গ্ৰন্থ সঙ্কলন সমিতিয়ে এটা গধূৰ দায়িত্বৰ পৰা সকাহ পালে আৰু তাৰ বাবে সমিতিয়ে শ্ৰীগোস্বামীৰ প্ৰতি নথৈ শলাগ যাঁচিছে । •

ইতি—

সেৱাৰে—

শ্ৰীহৰিন চন্দ্ৰ কলিতা

# ধৰ্মৰত্ন সত্ৰাধিকাৰ
# শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামী

## সূচী

### ক) জীৱনালেখ্য

## (খ) স্মৃতি অৰ্ঘ্য

# এটুপি তপত চকুলো–

এই গ্ৰন্থ সংকলন সমিতিৰ এগৰাকী অন্যতম সহযোগী সত্ৰীয়া সংস্কৃতিৰ সুদক্ষ শিল্পী শ্ৰীহৰেন্দ্ৰ চন্দ্ৰ মহন্তৰ যোৱা ২৪ ফেব্ৰুৱাৰী ৰবিবাৰে অকালতে দেহান্তৰ ঘটিল। তেখেত স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামী দেৱৰ সম্বন্ধত খুলশালিয়েক আৰু ত্ৰিচৰ দশকৰ পৰা সেই পৰিয়ালৰে এজনৰ নিচিনা ঘনিষ্ঠ হৈ আছিল। এইগ্ৰন্থৰ আলেখ্যভাগৰ বহু বিষয়ৰে তেখেত সাক্ষী স্বৰূপ আৰু সংস্কৃতিৰ ক্ষেত্ৰত গোঁসাইৰ সহযোগীও আছিল। স্বৰ্গীয় মহন্তই গোঁসাইৰ পৰা বহু শাস্ত্ৰীয় আৰু সাংস্কৃতিক বিষয়ৰ শিক্ষা গ্ৰহণ কৰিছিল আৰু গোঁসাইৰ অতি গুণমুগ্ধ আছিল। গোঁসাইৰ জীৱনী যুগুত কৰাত মহন্তই পাৰ্যমানে সহযোগ আগবঢ়াইছে আৰু গ্ৰন্থখনি ছপাৰূপত দেখা পাবলৈ হেঁপাহ কৰিছিল। পিছে তেখেতৰ আশা অপূৰণ হৈ ৰ'ল।

সংকলন সমিতিয়ে তেখেতৰ ওচৰত কৃতজ্ঞতা স্বীকাৰ কৰে। লগতে তেখেতৰ মৃত্যুৰ গভীৰ শোক প্ৰকাশ কৰি আত্মাৰ চিৰশান্তিৰ বাবে ভগবানৰ উদ্দেশ্যে প্ৰাৰ্থনা জনায়।

# পাতনি

সমানীৱ আকুতি
সমানা হৃদয়ানি ৱঃ
সমান মস্তু ৱো মনো
যথাৱঃ যু সহামতি ॥–ঋগ্বেদ

ভাৱাৰ্থ ঃ– তোমালোকৰ অভিপ্ৰায় একে হওক,
অন্তঃকৰণ একে হওক
তোমালোকৰ মন একে হওক
তোমালোক সকলো প্ৰকাৰে একমত হোঁৱা ॥

পৰম শ্ৰদ্ধাভাজন, স্বনামধন্য শ্ৰীগহন চন্দ্ৰ গোস্বামীৰ জীৱনী গ্ৰন্থখন হাতত লৈয়েই, ওপৰত উল্লেখ কৰা শ্লোকটো মোৰ মনলৈ আহিছে। মোৰ মনত হৈছে, আমাৰ গোঁসাইদেৱে তেওঁৰ জীৱনত সেই বাণীকে যেন শুনাই গৈছে। মুখৰ কথাৰে নহয়, তেওঁৰ ব্যক্তিত্বত, তেওঁৰ মুখ মণ্ডলত, সেই বাণীৰ অন্তৰ্নিহিত ভাৱ প্ৰকাশ পাইছিল। সুন্দৰ-সুঠাম মানুহজন-মুখত খোলা-হাঁহিটোৰে, হাত দুখন মেলি তেওঁ সৰ্বদা যেনেকৈ সকলোলৈকে সম্ভাষণ জনাইছিল, সিয়েই যেন মানুহৰ মাজত মানুহ হিচাপে মিলনৰ ভাৱ কঢ়িয়াই আনিছিল।

পিতৃদেৱকৰ প্ৰয়ানৰ পিছত, বাৰ বছৰমান বয়সতে, গহন চন্দ্ৰ গোস্বামীদেৱে নিকামূল সত্ৰৰ দৰে অসমৰ এখন প্ৰধান সত্ৰৰ সত্ৰাধিকাৰৰ দায়িত্ব লব লগা হয়। সেই বয়সতে সত্ৰাধিকাৰৰ কাৰণে অপৰিহাৰ্য নিয়ম কানুন, ৰীতি-নীতি, বিধি ব্যৱস্থা শিকি বুজি লোৱাৰ উপৰি, বাদ্য-যন্ত্ৰ আৰু সঙ্গীতত পাৰদৰ্শিতা লাভ কৰিব পৰাকৈ প্ৰশিক্ষণ লৈ তেখেত কৃতকাৰ্য হৈছিল। সেই সকলো বিদ্যাত তেখেতে বিশেষ সুখ্যাতিও পাইছিল। তাৰ পিছে পিছে একাদিক্ৰমে, এটাৰ পিছত আনটো ৰাজহুৱা কামত, গোঁসাইদেউ যেনেকৈ লিপ্ত হৈ পৰিছিল আৰু সৰ্বোপৰি ভাৰতৰ মুক্তি সংগ্ৰামত যোগ দি

অগ্রণী ভূমিকা লৈছিল, এই সকলো একেলগে লৈ সামগ্রিকভাৱে বিচাৰ কৰিলে তেখেতৰ জীৱনত বিশেষ বিচক্ষণতাৰ প্ৰমাণ পোৱা যায়।

গহন চন্দ্ৰ গোস্বামীৰ জীৱনৰ মূল্যাঙ্কন কৰিবলৈ ভাৰতৰ স্বাধীনতাৰ আন্দোলনৰ ইতিহাসৰ সম্পৰ্কে কিছু আভাষ দিয়াৰো প্ৰয়োজন আছে। কিয়নো, সিয়েই হৈছে তেখেতৰ জীৱনৰ উৎস। ভাৰতত স্বাধীনতা আন্দোলনৰ প্ৰথম ৰণ ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহকে বুলি কব পাৰি। তাৰ পিছত কিছুকাল স্তব্ধ হৈ থকাৰ পিছত, সৰ্বভাৰতীয় একমাত্ৰ ৰাজনৈতিক অনুষ্ঠান কংগ্ৰেছৰ জৰিয়তে আত্মনিয়ন্ত্ৰণৰ অধিকাৰৰ কাৰণে নিয়ম তান্ত্ৰিক হিচাপে আন্দোলন কৰাৰ এটা যুগ যায়। ই তেতিয়া আধুনিক শিক্ষাত শিক্ষিত উচ্চ শ্ৰেণীৰ ভিতৰত সীমাবদ্ধ আছিল। ক্ৰমে কিছুলোক ইয়াৰ লেহেম গতিত অসহিষ্ণু হৈ পৰিল।

১৯০৫ চনত লৰ্ড কাৰ্জনৰ বঙ্গবিচ্ছেদে, তাৰ বিৰুদ্ধে বিপ্লবী দল এটা গঢ়ি তোলাৰ উপস্থিত কাৰণ হৈছিল। বঙ্গপ্ৰদেশ দুভাগ কৰি পশ্চিমবঙ্গ এখন আৰু পূৱবঙ্গৰ লগত অসমক জাপি দি আনখন বেলেগ প্ৰদেশ গঠন কৰাত অসমৰ কাৰণে তেতিয়া জীৱন মৰণৰ প্ৰশ্ন দেখা দিছিল। বঙ্গ বিচ্ছেদৰ বিৰুদ্ধে বোমা বিস্ফোৰণ আৰু অন্য সন্ত্ৰাস মূলক কাম আৰম্ভ হৈছিল। পিছত বঙ্গ বিচ্ছেদ ৰদ হ'ল। অসমৰ যুটীয়া প্ৰদেশৰ মৰ্যদা ৰক্ষা পৰিল। বঙ্গবিচ্ছেদৰ সময়ত গঢ়ি উঠা সন্ত্ৰাসবাদী সংগঠনৰ দৃষ্টান্তৰে পিচত ভাৰতৰ স্বাধীনতাৰ প্ৰশ্নলৈও কাম হবলৈ ধৰিলে। কিন্তু সাম্ৰাজ্যবাদী বৃটিছৰ সেইসময়ৰ সংগঠন শক্তি আৰু অস্ত্ৰবল ইমান বেছি আছিল যে সন্ত্ৰাসবাদী কাৰ্যকলাপ কাৰ্যকৰী কৰা টান আছিল। প্ৰথম মহাযুদ্ধৰ সময়ত, সদৰ নামে এটা বিপ্লবীদল সংগঠিত কৰি, জাৰ্মানীৰ সহযোগত ভাৰতৰ স্বাধীনতাৰ কাৰণে সমস্ত্ৰ সংগ্ৰাম কৰাৰ চেষ্টা হৈছিল। কিন্তু এই চেষ্টা সফল হোৱাত নানা প্ৰকাৰৰ বাধা জন্মিছিল। যুদ্ধত বৃটিছৰ জয় হোৱাত অৱস্থাৰো পৰিবৰ্তন ঘটিল। তাৰ পিচতো দেশৰ কাৰণে বন্দুকৰো ব্যৱহাৰ কৰি ভগত সিং শুকদেৱ, ৰাজগুৰু-এ প্ৰাণ দিয়ে আৰু ১৯৪২-৪৪ চনত নেতাজী সুভাষ চন্দ্ৰ বসুৰ সেনাপত্বিত আজাদ হিন্দ ফৌজে ভাৰতৰ স্বাধীনতাৰ কাৰণে যুদ্ধ কৰে।

যিসকলে সশস্ত্ৰভাৱে আৰু যুদ্ধ বা সন্ত্ৰাসবাদৰ প্ৰণালীৰে ভাৰতৰ শৃঙ্খলা মোচনৰ কাম কৰিছিল, তেওঁলোকৰ সাহস আৰু ত্যাগ অপৰিসীম আছিল। তেওঁলোকৰ বহুতে নিজৰ বিশ্বাসমতে, ইতিহাসৰ চিৰাচৰিত পদ্ধতি

অনুসৰিয়েই অস্ত্ৰ শস্ত্ৰলৈ দেশৰ স্বাধীনতাৰ কাৰণে কাম কৰিছিল। দেশৰ কাৰণে প্ৰাণ দিয়া তেখেত সকলৰ স্মৃতি যুগমীয়া হৈ আছে।

১৯১৬/১৭ চনত কংগ্ৰেছৰ নেতৃত্বত বালগঙ্গাধৰ তিলক আৰু এনী বেচান্তে ভাৰতৰ স্বাধীনতা লাভৰ অধিকাৰৰ কাৰণে 'হমকল'ৰ শক্তিশালী আন্দোলন আৰম্ভ কৰিছিল। ১৯২০ চনত তিলকৰ পৰলোক হোৱাত এই আন্দোলনে বেছি আগবাঢ়িব নোৱাৰিলে।

ভাৰতৰ অন্তৰাত্মাত তেতিয়া দেশ-মাতৃকাৰ মুক্তিৰ কাৰণে উপযুক্ত এক উপায় উদ্ভাৱনৰ প্ৰবল আকাংখা জন্মিল। সেই সময়তে এফালে যুদ্ধজয়ী ইংৰাজে ভাৰতত তেওঁলোকৰ শাষন অধিকতৰ কট্‌কটীয়া কৰিবলৈ স্বাধীনতাৰ সকলো চেষ্টা মষিমূৰ কৰাৰ উদ্দেশ্যেৰে নানা প্ৰকাৰে দমনমূলক ব্যৱস্থা লবলৈ ধৰিলে। তেতিয়া ৰাওলাট আইনৰ দৰে প্ৰতিক্ৰিয়াশীল আইনো তেওঁলোকে গ্ৰহণ কৰিলে। ১৯১৯ চনৰ ১৩ এপ্ৰিলত জালিয়ানাবাগৰ হত্যাকাণ্ড সংঘটিত হ'ল।

আনফালে যুদ্ধৰ পৰিণাম হিচাপে দেশৰ অৰ্থনৈতিক অৱস্থা নিতান্ত বেয়া হৈ পৰিল। সাধাৰণ মানুহৰ ভাত কাপোৰৰ কাৰণেই হাঁহাকাৰ লাগিল। সাম্ৰাজ্যবাদী শোষণত ভাৰত ৰিক্ত হৈছিল। জনসাধাৰণ অতিষ্ঠ হৈ পৰিছিল। কিন্তু তেতিয়াও সাধাৰণ ৰাইজ ৰাজনৈতিক হিচাপে সজাগো হ'ব পৰা নাছিল। সংগঠিত হোৱাৰ কথাও তেওঁলোকে তেতিয়াও শুনা নাছিল।

এনে এটা অৱস্থাত দক্ষিণ আফ্ৰিকাত বৰ্ণ বৈষম্যৰ বিৰুদ্ধে সত্যাগ্ৰহৰ প্ৰণালীৰে আন্দোলন কৰি কৃতকাৰ্যতা লাভ কৰাৰ পিছত মোহনদাস কৰম চাঁদ গান্ধী ভাৰতলৈ প্ৰত্যাবৰ্তন কৰিলে আৰু ভাৰতত বৃটিছ শাষণৰ বিৰুদ্ধে অসহযোগৰ পতাকালৈ অভিযান আৰম্ভ কৰিলে। কোনো দেশতে কোনেও কতো নুশুনা যুদ্ধৰ আঁচনি ১৯২০ চনত কলিকতা আৰু নাগপুৰৰ কংগ্ৰেছ অধিবেশনত মহাত্মাজীয়ে ডাঙি ধৰে। গ্ৰহণ কৰিলে আৰু তাক কাৰ্যকৰী কৰাৰ কাৰণে মহাত্মাজীক সৰ্বময় কৰ্তৃত্ব দিয়া হ'ল। সেইমতে ১৯২১ চনত অসহযোগ আন্দোলন আৰম্ভ হ'ল। গান্ধীজীয়ে তেওঁৰ অন্তৰৰো অন্তৰত উপলব্ধি কৰা সত্য হিচাপে অসহযোগৰ বাণী প্ৰচাৰ কৰিলে। ধীৰ স্থিৰভাৱে, অতি মৃদু স্বৰত, গান্ধীজীয়ে তেওঁৰ বক্তব্য আগবঢ়াইছিল। কিন্তু ইয়াৰ ধ্বনি, প্ৰতিধ্বনি ভাৰতৰ এমূৰৰ পৰা সি মূৰলৈকে আকাশে বতাহে মুখৰিত হ'বলৈ ধৰিলে। ইয়াৰ ফলত ভাৰতৰ জন সমুদ্ৰত ঢৌৰ ওপৰত ঢৌ উঠিল। পুৰুষ-নাৰী গাওঁ-নগৰ সকলোৰে

পৰা দলে দলে জনসাধাৰণ আন্দোলনত যোগ দিবলৈ ওলাই আহিল । সেই সময়ৰ একমাত্ৰ সৰ্বভাৰতীয় অনুষ্ঠান কংগ্ৰেছৰ শাখা-প্ৰশাখা গাঁৱে ভূঞে গঢ়ি তোলা হ'ল । প্ৰতিঘৰৰ পৰা তাৰ সভ্য ভৰ্তি কৰা হ'ল । ভাৰতৰ জনতাৰ বিৰাট সংগঠিত শক্তি প্ৰথমবাৰৰ কাৰণে এনেকৈ গঢ়ি উঠিল । মহাত্মা গান্ধীৰ নেতৃত্বত পৰিচালিত স্বাধীনতাৰ আন্দোলন ১৯২১ চনৰ পৰা ১৯৪৫ চনলৈ ভাৰতৰ স্বাধীনতা আন্দোলন সৰ্ব প্ৰধানমূৰ্তি মূল প্ৰবাহ ।

অসহযোগ আন্দোলনৰ নীতি আদৰ্শেৰে অনুপ্ৰাণিত হৈ, সেই আন্দোলনৰ পৰা গহন গোস্বামীৰ আবিৰ্ভাৱ হ'ল । এজন নিঃস্বাৰ্থ, নিৰ্ভীক, আত্মত্যাগী, ভীম কৰ্মা, কৰ্মযোগী হিচাপে । ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পৰা আৰম্ভ কৰি ১৯৪২-৪৫ চনৰ "ভাৰত ত্যাগ" আন্দোলনলৈকে কেউটা আন্দোলনতে গোঁসাইদেৱে দৃঢ়তাৰে একান্তভাৱে সমানেই কৰ্মী আৰু নেতাৰ দায়িত্ব পালন কৰিছিল । গান্ধীবাদী স্বাধীনতাৰ আন্দোলনৰ লগত ভাৰতৰ সৰ্বসাধাৰণ পুৰুষ মহিলা নিৰ্বিশেষে সকলোৰে প্ৰাণৰ সংযোগ আছিল । মাৰক অস্ত্ৰ নিষিদ্ধ কৰি, সত্য, অহিংসা আৰু দেশ প্ৰেমকে ব্ৰহ্মাস্ত্ৰ হিচাপে লৈ সেই সময়ৰ পৃথিৱীত বেলি মাৰ নোযোৱা সাম্ৰাজ্যৰ অধিকাৰী আৰু প্ৰবল প্ৰতাপী জাৰ্মান শক্তিকো পৰাজিত কৰা ইংৰাজ শক্তিৰ বিৰুদ্ধে মহাত্মা গান্ধীৰ সেনাপতিত্বত হোৱা আন্দোলনত ভাৰতৰ জন সাধাৰণে ভাৰতৰ অন্তৰাত্মাৰ সন্ধান পাইছিল । গহন চন্দ্ৰ গোস্বামীয়ে সেই আন্দোলনৰ বাণীত সৰ্বধৰ্মৰ সাৰতত্ব অনুভৱ কৰিছিল । অসমৰ শঙ্কৰী যুগৰ শিক্ষা-সংস্কৃতিৰ লগতো, তেওঁ ইয়াৰ নিবিড় সম্পৰ্ক অনুভৱ কৰিছিল । গহন চন্দ্ৰ গোস্বামীয়ে মহাত্মাগান্ধী পৰিচালিত, ভাৰতৰ স্বাধীনতাৰ আন্দোলনৰ সীমা-পৰিসীমা অকল ৰাজনৈতিক স্বতন্ত্ৰতাতে সীমাবদ্ধ বুলি ভবা নাছিল । স্বাধীন ভাৰতবৰ্ষ নতুনভাৱে গঢ়াৰ এটা সপোনো তেওঁলোকে দেখিছিল । মহাত্মাজীৰ পৰামৰ্শমতে সাম্ৰাজ্যবাদী চক্ৰান্তৰ বিৰুদ্ধে ৰাজনৈতিক আন্দোলন কৰোতেও, গঠনমূলক কামৰ আঁচনি একে লগেই লোৱা হৈছিল । অসমত তেতিয়া কানি খোৱা অভ্যাসে, বীৰ অসমীয়া জাতিটোৰ বলশক্তি নোহোৱা কৰিছিল । কানি-নিবাৰণৰ আঁচনি, সেইকাৰণে, অসহযোগ আন্দোলনৰে এটা প্ৰধান কাম হিচাপে লোৱা হৈছিল । ১৯২১ চনৰ এবছৰৰ আন্দোলনত, সেই সময়ৰ চৰকাৰৰ প্ৰৱল বিৰোধিতা স্বত্বেও, অসমত চৰকাৰী কানি দোকানত ৬০০ মোনৰো ওপৰ কানি বিক্ৰি কমি গৈছিল । স্বাধীনতা আন্দোলনৰ এইযে গঠনমূলক কামৰ শিক্ষা, গহন চন্দ্ৰগোস্বামীদেৱে স্বাধীনতাৰ পিছতো

সেইভাৱৰ প্ৰেৰণাতে কাম কৰি আছিল। মহাত্মাজীৰ পৰিকল্পনা অনুসৰি, নতুন ভাৰত গঢ়াৰ কাৰণে, স্বাধীনতাৰ আগতে আৰম্ভ কৰা ৰচনাত্মক কামত যি সকলে, স্বাধীনতাৰ পিছতো সমানেই গুৰুত্ব দি লাগি আছিল, তেওঁলোকৰ ভিতৰত গহন চন্দ্ৰ গোস্বামী আছিল সৰ্বপ্ৰধান। স্বাধীনতাৰ বছৰ কিটাও, তেওঁ স্বাধীনতা যুদ্ধৰ এজন সৈনিকৰ প্ৰেৰণা লৈয়েই কাম কৰিছিল। অসম এচেম্বলীৰ সদস্য হিচাপে আৰু অন্যান্য ক্ষেত্ৰতো তেখেতে বহুতো লেখত লবলগীয়া কাম কৰি গৈছে। জনসেৱাৰে আৰু ৰচনাত্মক কামৰ সি সদায় এটা আৰ্হি হৈ থাকিব।

মুক্তি যোদ্ধা, সেৱা ব্ৰতী, কলা বিশাৰদ, নিকা ৰাজনীতিক আদৰ্শৰ প্ৰতীক, গহন চন্দ্ৰ গোস্বামীদেৱৰ পুণ্য স্মৃতিত মোৰ গভীৰ শ্ৰদ্ধা নিবেদন কৰোঁ।

শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী।

ওঁ

# ধৰ্মৰত্ন সত্ৰাধিকাৰ শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামী

## ১। আৰম্ভণ

জগতৰ চাৰিমুঠি জীৱৰ মাজত মানৱ শ্ৰেষ্ঠ হৈছে চিন্তন আৰু কৰ্ম শক্তিৰ বলত। এই দুটা শক্তিয়ে মানুহক অসীম প্ৰতিশ্ৰুতি দান কৰিছে। প্ৰতিজন মানুহ এই শক্তিৰ গৰাকী হোৱা হেতুকে প্ৰত্যেকৰে এটা সম্ভাৱনাপূৰ্ণ ব্যক্তি সত্ত্বা বা Identity আছে। ইয়াৰ বলতে প্ৰতিজন মানুহে সমাজত নিজৰ স্থান নিৰ্ণয় কৰে। সেই বুলি মানৱ সমাজৰো সৰহভাগে সীমিত গণ্ডীৰ ভিতৰতে সীমাৱদ্ধ থাকি বিৰাট সম্ভাৱনাৰ ফালে বেছি দূৰ আগবাঢ়িব নোৱাৰি সৰ্বসাধাৰণ হিচাপে অইন প্ৰাণীৰ অলপ ওপৰতহে থাকে। কিন্তু যিসকলে সীমিত গণ্ডী অতিক্ৰম কৰি নিজৰ চিন্তা, কৰ্ম আৰু আদৰ্শৰে উৰ্দ্ধগামী হ'ব পাৰিছে সেইজনেই সমাজৰ শ্ৰেষ্ঠ ব্যক্তিৰূপে স্বীকৃত হৈ সমাদৰ লাভ কৰিব পাৰিছে আৰু তেৱেঁই ইতিহাসত স্থান পাবৰ যোগ্য। তেনে লোকক সমাদৰ কৰি ইতিহাসত তেওঁলোকৰ স্থান যুগমীয়া কৰাটো সমসাময়িক সমাজৰ কৰ্তব্য আৰু উত্তৰ পুৰুষৰ পৱিত্ৰ দায়িত্ব।

আমাৰ এই গ্ৰন্থৰ যিজন লক্ষ্য সেইজনে নিজৰ বুদ্ধিমত্তা, ত্যাগ আৰু মানৱ সেৱাৰে মানুহৰ সাধাৰণ সীমাৱদ্ধতা অতিক্ৰম কৰি বহু উৰ্দ্ধলৈ গতি কৰিব পাৰিছে আৰু সমাজত শ্ৰেষ্ঠত্ব অৰ্জন কৰিবলৈ সমৰ্থ হৈছে। তেখেতে সমাজৰ বহুক্ষেত্ৰত প্ৰভূত বৰঙণি যোগাই দহৰ কৃতজ্ঞতাভাজন হৈ ইতিহাসত যথাৰ্থভাৱে স্থান প্ৰাপ্তিৰ যোগ্যতা অৰ্জন কৰিছে। সেইজন হ'ল তেজপুৰৰ শ্ৰীশ্ৰীনিকামূল সত্ৰৰ প্ৰয়াত সত্ৰাধিকাৰ ধৰ্মৰত্ন শ্ৰীগহন চন্দ্ৰ গোস্বামী। গোস্বামীদেৱে ৭৯ বছৰীয়া নিজৰ জীৱনৰ প্ৰায় ৭০ বছৰ কাল নানাভাৱে সমাজলৈ সেৱা আগবঢ়াই মানৱী জীৱন সাৰ্থক কৰি তেখেত এটা প্ৰেৰণাৰ উৎসত পৰিণত হৈছে।

*মহা মহা পুৰুষৰ চানেকীৰে জীৱনৰ*
*আমিও কৰিব পাৰো জীৱন গঢ়িত।*

## ২। গহন গোস্বামীৰ শ্ৰদ্ধাকৰ্ষক গুণৰাশি

স্বৰ্গীয় শ্ৰীগহন চন্দ্ৰ গোস্বামী এজন প্ৰাতঃস্মৰণীয় ব্যক্তি আছিল। এখেতৰ নাম শুনি আহ্লাদিত নোহোৱা মানুহ কম। তেখেতৰ সান্নিধ্যলৈ অহা প্ৰতিজন ব্যক্তিয়ে প্ৰকাশ কৰে যে গোস্বামীদেৱে তেখেতক বিশেষভাৱে আদৰ কৰিছিল। সেইষাৰ কথা সকলোৰে মুখত শুনিলে ধাৰণা হোৱাটো স্বাভাৱিক যে গোস্বামীদেৱৰ এটা সম্মোহনী ব্যক্তিত্ব আছিল যিয়ে সকলোকে আপোন কৰি লব পাৰিছিল। আচাৰ-ব্যৱহাৰ আৰু ব্যক্তিত্ব আন্তৰিক গুণ-ৰাশিৰ অভিব্যক্তি মাথোন। গহন গোঁসাইৰ ব্যক্তিত্ব বহু গুণৰ সমাহাৰ। ধৰ্মত ঐকান্তিক ভক্তি, নিৰ্মল উদাৰ চৰিত্ৰ, আত্মবিশ্বাস, দৃঢ় কৰ্তব্যনিষ্ঠা, ত্যাগ, সহানুভূতি, সদুদ্দেশ্যত জীৱন উছৰ্গা কৰিব পৰা দধীচিবৎ প্ৰাণ প্ৰভৃতি আছিল ঐশ্বৰ্য। এইবোৰ বিভূতিৰূপে প্ৰকাশ হৈছিল তেখেতৰ সিংহ বিক্ৰম সততা, নিয়মানুবৰ্তিতা, অনুশাসন মান্যতা, অক্লান্ত কৰ্মপটুতা, সম ব্যৱহাৰ, তীক্ষ্ণ বিচাৰ বুদ্ধি আৰু সৎ সাহস।

উপৰোক্ত চাৰিত্ৰিক ঐশ্বৰ্যৰ লগতে কিছু বৈপৰীত্যই গোঁসাইৰ চৰিত্ৰৰ জেউতি চৰাইছিল। 'প্ৰহ্লাদ চৰিত্ৰ"ত শঙ্কৰদেৱে ঈশ্বৰ কৃষ্ণৰ চৰিত্ৰৰ বৈপৰীত্যই বৰ্ণনা কৰিছে–

*আপুনি ঈশ্বৰ হুয়া, বোলাহা কৰিয়ো দায়া ॥*
*ত্ৰিজগতে কৰে সেউ, বোলা মোক বিপ্ৰ দেউ ॥*
*মান্য কৰি ব্ৰাহ্মণক, শিক্ষা দিয়া সামান্যক ॥* ইতাদি

গহন চন্দ্ৰৰ বেলিকাও দেখা যায় যে বহু মান্যতাৰ যোগ্য অধিকাৰী হৈও পদে-বাক্যই ঈশ্বৰৰ একনিষ্ঠ কৃপাৰ ভিক্ষাৰী, তৃণাদপি সুচিতেন, সমাজৰ সকলোতকৈ সৰুটি হোৱাৰ মনোভাৱ। কোনোৱে আঠুকাঢ়ি বা ভূমি চুই তেখেতক সেৱা জনালে, গোঁসায়েও একেদৰে হাউলি প্ৰণাম কৰি আদৰে। এইখিনিতে গুৰু চৰিত্ৰলৈ মনত পৰে। গুৰুজনাই মাধৱদেৱক লগ পোৱাৰ কেইদিনমান পিছতে তেওঁৰ (মাধৱৰ) প্ৰথম দিনা দেখা পোৱা পাণ্ডিত্যৰ ভৰত থাকিব পৰা আত্মম্ভৰিতাৰ ভৰ জুখিবলৈকে ক'লে যে 'কাইলৈ আমাক এটি নৰপশু আনি দিব লাগে।' পিছদিনাখন মাধৱক অকলে অহা দেখি গুৰুৱে সুধিলে যে তেৰাই কোৱা বস্তুটি অনা নহ'ল নেকি ? মাধৱে অনা হৈছে বুলি জনালে। বিস্তৰি ক'লে যে 'বহু বিচাৰি

নিজতকৈ অধম নৰপশু বিচাৰি নাপালে। সেয়ে তেওঁ নিজকে আগবঢ়াইছে।' গহন চন্দ্ৰৰ আৰ্হিও তেনে।

দ্বিতীয়তে, গহন গোস্বামী পৰিয়াল-পৰিজন পৰিবেষ্টিত গৃহস্থ হৈ, ধন-ধান বিষয় সম্পত্তিৰ উত্তৰাধিকাৰী হিচাপে গৰাকী হোৱাৰ পিছতো সেইবোৰৰ প্ৰতি উদাসীন, নিৰ্লিপ্ত। সংসাৰ আছে, মায়া নাই ; কৰ্ম আছে ফলত আসক্তি নাই। মায়াই লম্ভিব পৰা নাই। মহন্তৰ মহাহংসবৎ ব্যৱহাৰ।

তৃতীয়তে, অমূৰ্তক খণ্ডত অগ্নিশৰ্মা হৈ দপ্‌দপনি দিয়াৰ পিছ মুহূৰ্ততে পমি যোৱা চেনেহ চাঁচনীৰে প্ৰতিপক্ষক বুকুত সাৱটি লৈ দেখুওৱা গহন মহন্তৰ একাত্মীয় ব্যৱহাৰ। এই ব্যৱহাৰে সাময়িক কাৰ্য সাধন কৰি দোষীজনক শুধৰণিৰ পোহৰ দিয়ে।

চতুৰ্থতে, প্ৰাচীন সত্ৰীয়া ঐতিহ্যৰ ধাৰক বাহক হৈয়ো বৈপ্লৱিক মনোবৃত্তিৰে নতুনক আদৰি ল'ব পৰা গোস্বামী ডাঙৰীয়াৰ গতিশীলতা। এই মহৎ গুণেই তেৰাক সমাজৰ সকলো শ্ৰেণীৰে গ্ৰহণীয় আৰু আদৰণীয় কৰি তুলিছিল। সকলোৱে জানে যে এই মহৎ গুণটি পণ্ডিত নেহৰুৰ অপাৰ আছিল।

পঞ্চমতে, জীৱনৰ আদি ছোৱাত এখন সমৃদ্ধিশালী সত্ৰৰ অধিকাৰী হৈ স্বচ্ছলতা ভোগ কৰাৰ পিছত, হাজাৰ প্ৰমাণ ঐশ্বৰ্যশালী শিষ্যৰ মুকুট হৈ ৰাজকীয় আড়ম্বৰ আৰম্ভ কৰিও জনতাৰ দৰিদ্ৰতাৰ প্ৰতীক গান্ধীজীৰ দৰ্শন লাভ কৰাৰ লগে লগে সকলো স্বচ্ছলতা আৰু আড়ম্বৰ জলাঞ্জলি দি সমাজৰ নিঃস্ব জনৰ পৰ্যায়লৈ স্বেচ্ছাই নামি আহিব পৰা মহৎ গুণ আছিল গহন গোঁসাইৰ।

তদুপৰি গহন গোঁসাই নামত বা পদত সত্ৰাধিকাৰ, সভাপতি, আচাৰ্য আদি যিয়েই নহওক বাস্তৱতে গোঁসাই তৰণি নোহোৱা, বহিবলৈ সময় নোপোৱা কৰ্মী। এয়া কৰ্মীৰ অভাৱত দেখুওৱা কামৰ নিদৰ্শন নহয়। এয়া তেৰাৰ তেজত থকা সেৱাৰ মনোভাৱ। এই মনোভাৱ সকলো ক্ষেত্ৰতে বিয়পি পৰিছিল মাধৱদেৱ পুৰুষে ঘোষাত লিখাৰ দৰে।

*চৰ্ম্মৰে নিৰ্ম্মিত পানৈ যুৰি,*
*চৰণ ঢাকিলে যিটো জনে*
*সৱে ভূমিভাগ চৰ্ম্মাবৃত ভৈল তাৰ।*

অৰ্থাৎ চামৰাৰে তৈয়াৰ কৰা পাদুকা পিন্ধাজনৰ কাৰণে তেওঁ পৰিভ্ৰমণ কৰা সমস্ত ভূমিভাগেই যেন চামৰাৰে আবৃত ।

স্বাধীনতা আন্দোলনত চাৰিবাৰকৈ জেলৰ দীৰ্ঘদিনীয়া নিৰ্যাতন ভোগাৰ উপৰিও লক্ষাধিক মূল্যৰ ভূমি সম্পত্তি বাজেয়াপ্ত কৰি নি নিঃস্ব কৰাৰ পিছতো মুক্তহস্তে দান দক্ষিণা দিয়াৰ হেপাহ আৰু মানসিকতাৰ গৰাকী আছিল গহন গোঁসাই । যোৱাখিনিক দেশৰ বাবে কৰা উছৰ্গা বুলি আনন্দ লাভ কৰিছিল তেওঁ ।

বৈপৰীত্যৰ বিচিত্ৰতা বা অভিনৱত্বৰ কথা বাদ দি সহজাত বৃত্তি আৰু আৰব্ধ কুশলতাৰ সন্দৰ্ভত গহন চন্দ্ৰ গোস্বামী শাস্ত্ৰ জ্ঞান, তাত্বিক বিচাৰ, অনুষ্ঠান বিধি আৰু কলাকৃষ্টিত পাৰদৰ্শী আছিল । এইবোৰ আয়ত্ব কৰিবলৈ যি অসাধাৰণ আয়াস কৰিব লগা হৈছিল সিও উল্লেখযোগ্য আৰু তাক যথাস্থানত স্থান দিয়া হৈছে ।

শিক্ষা প্ৰশিক্ষণ অন্ত হওঁতে নৌহওঁতেই অৰ্থাৎ যৌৱন কালতে গান্ধীজীৰ প্ৰেৰণাত চৌখিনতা বাদ দি যি খাদীৰ উত্তৰীয় ল'লে সেয়ে তেখেতক সেৱাৰ বিশাল ক্ষেত্ৰলৈ টানি লৈ গ'ল । সত্যাগ্ৰহ, গাঁও সংগঠন, অস্পৃশ্যতা বৰ্জন, মাদক দ্ৰব্য নিবাৰণ, খাদী প্ৰচলন, স্বাধীনতাৰ সেনানী প্ৰশিক্ষণ আৰু শেষত '৪২ৰ মৃত্যু বাহিনীৰ সৰ্বাধিনায়ক হৈ যি চমৎকাৰৰূপে অসাধ্য সাধন কৰিলে, সি সমসাময়িক ইতিহাসৰ সোণালী অধ্যায় । নতুন সংবিধান অনুযায়ী হোৱা প্ৰথম সাধাৰণ নিৰ্বাচনত গহপুৰ সমষ্টিৰ পৰা বিধান সভাৰ সদস্য নিৰ্বাচিত হৈয়ো তেখেতে ৰাইজৰ প্ৰতি সেৱা আগবঢ়ালে ।

আতুৰক সেৱা কৰাৰ ক্ষেত্ৰত, বানপানী, ভূমিকম্পপীড়িত সকলৰ সেৱাত, ভাষা আন্দোলন, মাধ্যম আন্দোলনত ক্ষতিগ্ৰস্ত সকলৰ সেৱাত; ব্ৰহ্মদেশ, তিব্বতৰ শৰণাৰ্থীসকলৰ সেৱাত, গহন গোঁসাই অগ্ৰগামী সকলৰ এজন ।

জনজাতি, আদিমজাতি, অসম সেৱা সমিতি, ভাৰত সেৱা মিছন, ভাৰত সেৱক সমাজ, শ্ৰীমন্ত শঙ্কৰ মিছন আদি অনেক সেৱা সমিতিৰ গহন গোঁসাই আছিল এজন সক্ৰিয় কৰ্মী । মিছামাৰী সমবায় পাম, অসম খাদী বৰ্ডৰ সংগঠক হিচাবে গহন গোঁসাইৰ ভূমিকা লেখত ল'ব লগা বিধৰ ।

পৰ্বত ভৈয়াম সম্প্ৰীতিৰ আগশাৰীৰ কৰ্মী আছিল গহন গোঁসাই । অসম সত্ৰ সংঘ, শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ, বাণ ৰঙ্গমঞ্চ আদি ধৰ্মীয় অথবা সাংস্কৃতিক

সামাজিক অনুষ্ঠানৰ মুখ্য হোতাসকলৰ এজন সদায়ে গহন গোঁসাই ।

সত্ৰীয়া কলা কৃষ্টি অনাতাঁৰ মাধ্যমলৈ উলিয়াই অনা বা জাতীয় ৰাজসভালৈ লৈ যোৱা সকলৰ অগ্ৰগণীও গহন গোঁসাই । তেখেত 'অসম সঙ্গীত নাটক অকাডেমি'ৰ জন্মকালৰ ঘাইসকলৰ এজনা । ৰাজ্যিক আৰু ৰাষ্ট্ৰীয় সঙ্গীত নাটক অকাডেমিৰ দুয়োটাৰে পুৰস্কাৰ বিজেতা আছিল গোঁসাই ।

সাহিত্য সংস্কৃতি, শিক্ষা বা যিকোনো জনহিতকৰ অনুষ্ঠান বা উদ্যোগৰ সৈতে তেখেতৰ সম্পৰ্ক থাকিবই । তেজপুৰ সাহিত্য সভাৰ জন্ম লগ্নৰ পৰা নিজৰ মৃত্যুৰ কাললৈকে ভালে কেইবছৰ সম্পৰ্ক ৰাখি তেখেতে সভাপতিৰ আসন অলঙ্কৃত কৰি আছিল । সাহিত্যানুষ্ঠান আৰু ধৰ্মানুষ্ঠানৰ লগত তেখেতৰ সম্পৰ্ক আছিল নিবিড় । বহুত অনুষ্ঠানৰ লগত জড়িত বোলাত কেৱল নামেৰেই জড়িত নহয় । প্ৰতিটোকে গোঁসাইদেৱে সাধ্যানুসাৰে একনিষ্ঠ সেৱা আৰু ত্যাগেৰে মহীয়ান কৰিছে ।

সমাজ সংস্কাৰ তথা তপশিলভুক্ত সম্প্ৰদায়ৰ উন্নয়নৰ ক্ষেত্ৰত আগ ভাগ লওঁতা সকলৰো এজন আছিল গহন গোস্বামী ।

গহন গোস্বামীৰ বিষয়ে এই কথা নিঃসন্দেহে ক'ব পাৰি যে যি যি ক্ষেত্ৰক তেৰাই শুদ্ধ, উন্নত আদৰ্শৰ আৰু জনহিতকৰ বুলি মানি লৈছে তাতে তেখেতে নিজকে অকণো বাকী নৰখাকৈ ঢালি দিছে । কৃতকাৰ্যতা বিচাৰৰ ভাৰ উত্তৰ পুৰুষৰ । কিন্তু উদ্দেশ্যৰ লগত এক হৈ যোৱাটোৱেই গহন গোস্বামীৰ বৈশিষ্ট্য । "যোগঃ কৰ্মষু কৌশলম" । আন কথাত

*ঐশ্বৰ্য বিভূতি বলে সমে*
*জানে যিটো মোক সৰ্ব্বোত্তমে*
*সিয়ো ভৈল মোৰ, ময়ো ভৈলো তাৰ বশ্য ।*
*"নামঘোষা" ।*

গহন গোস্বামী স্মৰণীয় নেতা হিচাপে নহয়, আদৰ্শ কৰ্মী হিচাপে । নিজকে সদায় সেই ভাৱেই নিযুক্ত কৰিছিল আৰু সামাজিক স্বীকৃতিও পাইছিল সেইভাৱেই । এই সন্দৰ্ভত এষাৰ সোণ-ৰূপৰ কথা স্মৰণযোগ্য– One who knows how to obey, only knows how to command অৰ্থাৎ "হুকুম নিয়াৰিকৈ পালিব জনা জনহে হুকুম দিয়াৰ লায়ক ।" ইয়াৰ প্ৰমাণ গোঁসায়ে সময় বিশেষে নিদিয়াকৈ থকা নাই ।. গোঁসাই বিশিষ্ট সংগঠক ।

মুঠতে পতিত পাৱনী গঙ্গা গোমুখীৰ পৰা বাহিৰ হৈ প্ৰাণীৰ হিত সাধন কৰি কৰি বঙ্গোপসাগৰত লীন হোৱাৰ দৰে গহন গোস্বামী ১০/১১ বছৰত শ্ৰীশ্ৰীনিকামূল সত্ৰৰ অধিকাৰৰ দায়িত্ব গ্ৰহণ কৰা দিনৰে পৰা ৭৯ বছৰত শেষ নিশ্বাস ত্যাগ কৰালৈকে দেশ আৰু দহৰ সেৱাতে নিবিষ্ট আছিল ।

বিভিন্ন ক্ষেত্ৰত সেৱাৰ আলেখ্য দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে পিছৰ অধ্যায়বোৰত ।

## ৩। গহন গোস্বামীৰ জন্মস্থান

গহন গোস্বামীৰ জন্ম হয় তেজপুৰ চহৰৰ গাতে লাগি থকা শ্ৰীশ্ৰীনিকামূল সত্ৰত । ই এখন প্ৰাচীন ঐতিহ্যপূৰ্ণ সত্ৰ । তেজপুৰ সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত "শোণিত স্মৃতি"ত এই সত্ৰৰ বিৱৰণ এনেদৰে পোৱা যায় ঃ "তেজপুৰ নগৰৰ পৰা প্ৰায় দুমাইল উত্তৰত এই সত্ৰ অৱস্থিত । এইখন পুৰুষোত্তম ঠাকুৰৰ বৰ বাৰেজনীয়া সত্ৰৰ অন্যতম । চাৰিকৃষ্ণৰ এক কৃষ্ণ শ্ৰীকৃষ্ণৰ পুত্ৰ বাপুৰামদেৱৰ পুত্ৰ স্বৰূপানন্দদেৱে ৰুদ্ৰসিংহ মহাৰাজৰ দিনত মাজুলীৰ বৰ্তমান "পোহা দিয়া" নামে ঠাইত নিকা নামে এজন প্ৰপন্ন ভকতৰ বাৰীত নিকামূল সত্ৰ স্থাপন কৰে । নিকাৰ বাৰীত স্থাপন কৰাৰ বাবেই সত্ৰৰ নাম 'নিকামূল' ৰখা হয় বুলি জনা যায় । মানৰ আক্ৰমণৰ সময়ত সত্ৰখনি তুলি আনি কলং নৈৰ মুখত বাহৰ কৰি কিছুদিন ৰখা হয় । তাৰ পৰা কলঙেদি ভটিয়াই নগাওঁ চহৰৰ চাৰি মাইল পূৱে "শিঙীয়া পোতনী" মৌজাৰ উৰিয়াগাঁৱত সত্ৰখনি বহুওৱা হয় । তাৰে পৰাই তেজপুৰ নগৰলৈ আহি বৰ্তমান থকা ঠাইত পূৰ্বৰ আৰ্হিৰে সত্ৰ পতা হয় । কলিয়াবৰ আৰু নগাঁৱৰ সত্ৰ দুখনি তেজপুৰৰ সত্ৰাধিকাৰৰ আজ্ঞাৰে ভকত বৈষ্ণৱসকলে পৰিচালনা কৰে ।" তেজপুৰত সত্ৰ স্থাপনা কৰা প্ৰথমজনা সত্ৰাধিকাৰ আছিল মাধৱানন্দদেৱ । তেৰাই ক্ষমতাশালী ডেকাবৰুৱাসকলৰ আহ্বানত মৰা ভৰলীৰ পাৰত এই সত্ৰ স্থাপন কৰে ।

সত্ৰানুষ্ঠান শ্ৰীমন্ত শঙ্কৰদেৱৰ সৃষ্টি । গহন চন্দ্ৰ গোস্বামীৰ ভাষাতে "শ্ৰীমন্ত শঙ্কৰ মহাপুৰুষ গুৰুজনাই পৱিত্ৰ অসমভূমিত এই সত্ৰানুষ্ঠান ভাগ প্ৰৱৰ্তাই জাতিৰ জীৱনত মহান আদৰ্শৰে সকলোকে অনুপ্ৰাণিত কৰি থৈ গৈছে । এই 'সত্ৰ' শব্দৰ তত্ত্ব অতি গধূৰ আৰু মহান । ভাৱগত অৰ্থত প্ৰকাশ পাইছে 'সতা' বিদ্যমান ধৰ্মমূৰ্ত্তা ত্ৰায়তে ৰক্ষতে আত্মন ধৰ্মাদিৰীতিঃ ।

যদ্বা 'সতা' সদাতন ধৰ্মেন ত্ৰায়তে পাল্যতে ইতি। 'সৎ' সদাত্মকং ব্ৰহ্মত্ৰায়তে ৰক্ষেতিঃ ইত্যাদি।" সত্ৰীয়া ভাষাত চমুকৈ কোৱা হৈছে–

*বহু সন্ত সাধু ভক্ত গোঁসাই সহিত।*
*ধৰ্মৰ প্ৰসঙ্গ কৰি থাকয় যহিত॥*
*আশ্ৰমী হোক বা যদি উদাসীন হয়।*
*তাহাক্ক বোলয় সত্ৰ জানিবা নিশ্চয়॥*
*একান্ত বৈষ্ণৱ য'ত নিবাস কৰয়।*
*জীৱকো শৰণ দিয়ে তাকে সত্ৰ কয়।*

সত্ৰ সমূহত কিছুমান স্বকীয় ৰীতি-নীতি সদাচাৰ প্ৰৱৰ্তিত হৈ আহিছে। এইখিনি পালন-কৰি চলিব পৰাটো সত্ৰবাসীৰ বাবে অপৰিহাৰ্য। সত্ৰীয়া বা অধিকাৰগৰাকী সত্ৰৰ মূল হ'লেও সমূহৰ (অধিকাৰকে প্ৰমুখ্য কৰি চাৰিহটীয়া ভকতৰ থলকে সমূহ বোলা হয়) অনুমতিৰ ভিতৰেদিহে অধিকাৰ-গৰাকী চলিব লাগে। সত্ৰীয়া কাৰ্যৰ শিক্ষা পোৱাটো সহজ সাধ্য নহয়। ইয়াৰ বাবে লাগে মনৰ দৃঢ়তা, ঐকান্তিক নিষ্ঠা, অদম্য হেপাহ, নিৰ্মল মনোভাৱ আৰু লাগে নিভাঁজ আনুগত্য।

*থাকিবাহা ইন্দ্ৰিয়ক দমি*
*হৈব শান্ত মনক নিয়মি।*

সত্ৰৰ দৈনিক কাৰ্যসূচীৰ ভিতৰত চাৰিপ্ৰহৰে চৌধ প্ৰসঙ্গৰ উপৰিও সত্ৰীয়া গীত-মাত, নৃত্য-বাদ্য, শাস্ত্ৰালাপ-সদালোচনা আদি সামৰা হয়। ইয়াৰ লগতে আছে নাট-ভাওঁনা, শাস্ত্ৰীয় শিক্ষা, পুথি প্ৰণয়ন, সংৰক্ষণ আদি কৰ্মৰাজিৰে এখন বিশ্ববিদ্যালয়ৰ আৰ্হিৰ ব্যৱস্থা : ইচ্ছুক স্ত্ৰী-পুৰুষৰ শৰণ ভজনৰ দিহা, বাৎসৰিক তিথি পৰব ; যেনে গুৰুসকল আৰু উপৰি পুৰুষৰ তিথি, বিহু, দোমাহী, শ্ৰীকৃষ্ণৰ দৌল, ৰাস-যাত্ৰাৰ ৰাজহুৱা উদ্‌যাপন, ভকত সকলৰ নিজা মানসৰ শৰাই, নাম আদিৰ অনুষ্ঠান, অইন সত্ৰৰ পৰা অহা গুৰু-গোঁসাই, ভকত বৈষ্ণৱৰ অৱস্থান, অভ্যৰ্থনা আৰু ধৰ্মপ্ৰচাৰ বা সম্প্ৰসাৰণ কাৰ্য আদি। সামাজিক দায়ৰ বিচাৰালয়ো সত্ৰসমূহেই।

উপৰোক্ত কাৰ্যক্ৰমৰ অন্তৰ্নিহিত, ব্যক্তিৰ অনুশীলনীয় সূচী হ'ল স্বকীয় ৰীতি-নীতিৰ অন্তৰালত ব্ৰহ্মচৰ্যাভ্যাস, সত্য, শৌচ, ক্ষমা, প্ৰেমৰ স্ফূৰণ, ঈশ্বৰ বস্তু আৰু গুৰুজনাত অচলা ভক্তি, বাহ্যিক আড়ম্বৰহীন সৰল জীৱনধাৰী। স্বেচ্ছাই চৌখিনতা ত্যাগৰ অভ্যাস, দহজনক নিজৰ পৰিয়ালৰ

জ্ঞান কৰিব পৰা 'বসুধৈৱ কুটুম্বকম' মন্ত্ৰৰ আচৰণ, কৰ্মক জীৱনৰ অংশ বিশেষ বোধ কৰা, পৰিশ্ৰমী জীৱনৰ আদৰ্শ আৰু লক্ষ্য সাধনৰ বাবে সৰ্বস্ব ত্যাগ কৰাৰ দৃঢ় মনোভাৱ। গহন চন্দ্ৰ গোস্বামীয়ে নিকামূল সত্ৰতেই এইবোৰৰ পাতনি তৰি কাৰ্যক্ৰম, ৰীতি-নীতি, আচাৰ নিয়ম লক্ষ্য আদৰ্শত কেনেদৰে আকণ্ঠ নিমজ্জিত হৈছিল তাৰ প্ৰমাণ পৰৱৰ্তী আলোচনাত সন্নিবিষ্ট হৈছে।

## ৪। জন্ম

গহন চন্দ্ৰ গোস্বামীৰ পিতৃ আছিল নিকামূল সত্ৰৰ যষ্ঠজনা অধিকাৰ মঙ্গল চন্দ্ৰ আৰু মাতৃ ডিম্বেশ্বৰী। মঙ্গল চন্দ্ৰৰ জন্ম নিকামূলত হোৱা নাছিল। তেখেতক নিকামূললৈ অনা হৈছিল পোৰাভেটি সত্ৰৰ পৰা। কাৰণ মঙ্গল চন্দ্ৰৰ উৰ্দ্ধতন অধিকাৰ তুৱাকান্তদেৱ ব্ৰহ্মচাৰী আছিল। আন সত্ৰৰ পৰা ডেকাবয়সত আহিলেও নিজৰ বিদ্যা বুদ্ধি, প্ৰজ্ঞা আৰু শাস্ত্ৰীয় তত্বজ্ঞান তথা সাংস্কৃতিক বিষয়ৰ নিপুণতাৰ বাবে মঙ্গলচন্দ্ৰ বহু সমাদৃত আৰু শ্ৰদ্ধেয় ব্যক্তি হিচাপে পৰিগণিত হৈছিল। সেই সময়ৰ শ্ৰীশ্ৰীনিকামূল সত্ৰত ব্ৰহ্মপুত্ৰৰ উত্তৰপৰীয়া বাৰশ ঘৰ ডেকাবৰুৱা বংশৰ শিষ্যৰো প্ৰৱল প্ৰতাপ আছিল। দেশ শস্যে-মৎস্যে পৰিপূৰ্ণ আছিল। গুৰুঘৰে বৰুৱা বিষয়াৰ পৰা উপঢৌকন পাই আছিল। গুৰু জনায়ো শিষ্যসকলক সদ্‌গুণ আৰু কলাকৃষ্টিৰ পাৰদৰ্শিতাৰে বিমুগ্ধ কৰি ৰাখিছিল।

এনেজনা সুযোগ্য পিতৃৰ ঔৰসত আৰু জয় জয়কাৰ সত্ৰীয়া পৰিবেশত ১৩০৬ ভাস্কৰাব্দ ২৫ চ'ত (১৯০০ খৃষ্টাব্দৰ ৪ এপ্ৰিল) বুধবাৰৰ কৃষ্ণা সপ্তমী তিথিত গহন চন্দ্ৰই জন্ম গ্ৰহণ কৰে। 'একাদশ নামকৰণানি' বিধি মতে এঘাৰ দিনৰ দিনা তিনিজন বিশিষ্ট দৈৱজ্ঞৰ হতুৱাই গণনা কৰা হ'ল। মূলা নক্ষত্ৰৰ চতুৰ্থ পাদত জন্ম পোৱা হেতুকে নাম ৰখা হ'ল শ্ৰীভীমচন্দ্ৰ। ভীমচন্দ্ৰ সুন্দৰ সুঠাম তজবজীয়া উজ্বল বৰণৰ আছিল। চাৰিবছৰমান বয়সত ভীমচন্দ্ৰই টান নৰিয়াত ভোগে। তদানীন্তন সদৰ চিকিৎসালয়ৰ বিশিষ্ট ডাক্তৰ বিষ্ণুচৰণ মজুমদাৰৰ একান্ত চেষ্টাৰ গুণত ৰোগী আৰোগ্য হয়। ডাঃ বিষ্ণুচৰণৰ সত্ৰাধিকাৰ মঙ্গলচন্দ্ৰৰ সৈতে গাঢ় বন্ধুত্ব আছিল আৰু নিকামূল সত্ৰলৈ তেখেতে প্ৰায়ে অহা যোৱা কৰিছিল। স্বাভাৱিকতে ভীমচন্দ্ৰ আকৰ্ষণীয় অথচ গহীন বাল্য বৃত্তিৰে বিষ্ণুচৰণৰো প্ৰীতিভাজন হৈ উঠিছিল।

সেয়ে তেওঁ মৰমতে ভীমচন্দ্ৰক ‘গহন’ বুলি সম্বোধন কৰিছিল। পিতৃয়েও হিতাকাংক্ষী বন্ধুজনে চেনেহেৰে দিয়া নামটিকেই গ্ৰহণ কৰি আগলৈ সেই নামেৰেই ব্যক্ত হওক বুলি সন্মতি জনালে। তদনুসাৰে বিদ্যাৰম্ভ, কৰোতে, ‘গহন চন্দ্ৰ’ বুলি লিখোৱা হ’ল আৰু ‘ভীমচন্দ্ৰ’ ‘গহন চন্দ্ৰ’লৈ নামান্তৰিত হ’ল।

গহন চন্দ্ৰ গোস্বামী মঙ্গল চন্দ্ৰৰ একমাত্ৰ পুত্ৰ সন্তান হোৱা হেতুকে পিতৃ আৰু পৰিয়াল পৰিজনৰ অতি প্ৰিয় আছিল। তেওঁৰ ওপৰত দুগৰাকী বায়েক আছিল বুলি গহন চন্দ্ৰই উল্লেখ কৰিছে। সত্ৰীয়া পৰিবেশত ডাঙৰ-দীঘল হ’লেও গহন চন্দ্ৰ উল্লাসিত মনৰ আৰু খেল-ধেমালিপ্ৰিয় আছিল। বাল্যকালতে তেওঁ বুদ্ধি বৃত্তিৰো পৰিচয় দি সম্ভাৱনাপূৰ্ণ ভৱিষ্যতৰ আগ জাননী দিছিল। প্ৰাণ প্ৰাচুৰ্য আৰু উজ্বল দেহাৱয়বে গহন চন্দ্ৰক আকৰ্ষণীয় কৰি তুলিছিল।

## ৫। বিদ্যা শিক্ষা

উপযুক্ত বয়সত গহন চন্দ্ৰক “ডেকাৰগাঁও চুক” প্ৰাথমিক বিদ্যালয়ত নাম লিখাই দিয়া হ’ল। স্কুলৰ প্ৰধান শিক্ষক আছিল চিপহা সত্ৰৰ অধিকাৰ শ্ৰীমানিক চন্দ্ৰ মহন্ত। মাণিক চন্দ্ৰ শাস্ত্ৰজ্ঞ, উদাৰ আৰু সমাজৰ নেতৃস্থানীয় ব্যক্তি আছিল। নিকামূল সত্ৰৰ মঙ্গল চন্দ্ৰ গোস্বামীৰ লগতো তেখেতৰ সম্ভাৱ আছিল। সেই সময়ত “সন্ত সন্মিলনী” নামৰ যি ধৰ্মীয় সামাজিক সংগঠন আছিল তাৰ সভাপতি আছিল মঙ্গল চন্দ্ৰ আৰু সম্পাদক আছিল মাণিক চন্দ্ৰ মহন্ত। এনেহেন উপযুক্ত শিক্ষকৰ তলত গহন চন্দ্ৰৰ প্ৰাৰম্ভিক বিদ্যা-শিক্ষা যথাযথভাৱে আগবাঢ়ে। গহন চন্দ্ৰ বুদ্ধিমান আৰু একান্ত মনোযোগী ছাত্ৰ আছিল। লগৰ ছাত্ৰ সকলৰ ভিতৰত তেওঁ অগ্ৰগণী আছিল, খেল-ধেমালি আৰু শ্ৰেণীৰ পঢ়া-শুনাতো।

প্ৰাথমিক বিদ্যালয়ৰ শিক্ষা সময়মতে সাং কৰি গহন চন্দ্ৰ তেজপুৰ চহৰৰ চৰকাৰী মজলীয়া স্কুলত ভৰ্ত্তি হয়। তাতো তেওঁ নিজৰ বুদ্ধি বৃত্তিৰে শিক্ষক সকলৰ প্ৰিয় পাত্ৰ হ’ব পাৰিছিল। মজলীয়া স্কুলৰ শিক্ষা লাভ কৰি উঠি তেওঁ স্থানীয় চৰকাৰী উচ্চ ইংৰাজী স্কুলত নাম লেখায়। স্কুলত পঢ়া-শুনা ভাল ধৰণে আগবাঢ়িছিল। গহন চন্দ্ৰৰ হাতৰ আখৰ স্পষ্ট আৰু ধুনীয়া আছিল– ইংৰাজীৰে হওক বা অসমীয়াৰে হওক। তেজপুৰৰ বয়োবৃদ্ধ নাগৰিক খাঁ চাহেব মহম্মদ চৈয়বে এই লেখকক কয়, “ল’ৰা

কালতে গহন গোস্বামী তেজগোৰা বৰ চকুত লগা চেহেৰাৰ সুঠাম স্বাস্থ্যৰ গৰাকী আছিল। স্কুললৈ আহোঁতে সুন্দৰ সাজ- পোছাক পিন্ধি প্ৰায়ে এটা বগা ঘোঁৰাত উঠি আহিছিল। এজন বয়সস্থ মানুহে ঘোঁৰাৰ লেকামডাল ধৰি কাষে কাষে আহিছিল।" স্কুলৰ শিক্ষা মাত্ৰ অষ্টম শ্ৰেণীতে সমাপ্ত হয়। কাৰণ সেই কালত ভৱিষ্যত সত্ৰাধিকাৰৰ বাবে ইংৰাজী শিক্ষাতকৈ সংস্কৃত সাহিত্য আৰু শাস্ত্ৰীয় শিক্ষাতহে বেছি গুৰুত্ব দিয়া হৈছিল। তথাপি সেই অলপ কালতে গহন চন্দ্ৰই ইংৰাজী আৰু অসমীয়া ভাষাৰ শুদ্ধ গঠন ৰীতি আয়ত্ব কৰিছিল।

গহন চন্দ্ৰক সংস্কৃত ভাষা সাহিত্য শিকাবলৈ স্বৰ্গীয় ললিত চন্দ্ৰ চক্ৰৱৰ্তী অধ্যাপকক নিযুক্ত কৰা হৈছিল। তেখেতেই সংস্কৃতৰ প্ৰতি ছাত্ৰজনাৰ আগ্ৰহ বঢ়াইছিল। সংস্কৃত অধ্যয়নত তেওঁৰ সহপাঠী আছিল ওচৰৰে বামুন চুবুৰী গাৱঁৰ প্ৰয়াত অনন্ত দেৱ শৰ্মা (টিকন দেউ)। বিষয়টোৰ প্ৰতি আন্তৰিক অনুৰাগৰ বাবে সংস্কৃতত উচ্চতৰ শিক্ষা আৰু উপাধি লাভৰ অৰ্থে অধ্যাপকৰ পৰামৰ্শক্ৰমে গহন চন্দ্ৰই বঙ্গদেশৰ নৱদ্বীপলৈ যাত্ৰা কৰে। নৱদ্বীপৰ সংস্কৃত অধ্যয়ন কেন্দ্ৰ দেশৰ ভিতৰতে নাম কৰা অনুষ্ঠান। তাত তেওঁ অতি মনোযোগেৰে তিনি বছৰ কাল বিশিষ্ট অধ্যাপকসকলৰ তলত পঢ়ি 'কবিৰত্ন' উপাধি লাভ কৰিবলৈ সক্ষম হয়। তদুপৰি নৱদ্বীপৰ বিদগ্ধ পণ্ডিত ৰাজগুৰু বিশ্বম্ভৰ গোস্বামীদেৱৰ তত্বাৱধানত ছমাহ কাল থাকি শাস্ত্ৰীয় সঙ্গীতৰ চৰ্চা কৰে। লগতে আধুনিক বাদ্য-তবলা, বেহেলা আদিৰো জ্ঞান আহৰণ কৰে। নৱদ্বীপতে চৈতন্য মহাপ্ৰভুৰ প্ৰৱৰ্ত্তিত বৈষ্ণৱ ধৰ্মৰ সম্যক জ্ঞান লাভ কৰি তেওঁ নিকামুললৈ ওভতে। সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগ বৃদ্ধি কৰাৰ লগতে গহন চন্দ্ৰৰ মনৰ দিগন্ত প্ৰসাৰতো নৱদ্বীপৰ বৰঙণি থকাটো সম্ভৱ।

## ৬। সত্ৰীয়া প্ৰশিক্ষণ

অনুমান কৰিব পাৰি যে পিতৃ মঙ্গল চন্দ্ৰই গহন চন্দ্ৰক অতি সুযোগ্য সত্ৰাধিকাৰ হিচাপে গঢ়ি তোলাৰ লক্ষ্য আগত ৰাখিছিল। পুত্ৰৰ অক্ষৰ জ্ঞান হোৱাৰে পৰা মঙ্গল চন্দ্ৰই সাঁচিপাতৰ কীৰ্তন, ভাগৱত আদি পঢ়াৰ সময়ত ল'ৰাটিক কাষতে বহুৱাই লৈ কাইথেলী অসমীয়া আখৰ আৰু লগতে বিভিন্ন সুৰ সঞ্চাৰৰ আভাস দিছিল। সত্ৰীয়া পৰিবেশ আৰু চৈধ্য প্ৰসঙ্গৰ নাম-পাঠ, গীত-মাতৰ প্ৰত্যক্ষ অভিজ্ঞতাই তেওঁক সকলো কথা শিকি বুজি লোৱাত

সহায় কৰিছিল। এনেতে গহন চন্দ্ৰৰ প্ৰায় এঘাৰ বছৰ বয়সত পিতৃ মঙ্গল চন্দ্ৰই অকালতে ইহলীলা সম্বৰণ কৰি বৈকুণ্ঠগামী হয়। গতিকে বাল্যকালতে তেওঁ নিজৰ শিক্ষা দীক্ষাৰ লগতে গৃহস্থ প্ৰতিপালৰ গুৰু দায়িত্বভাৰ বহন কৰিব লগা হয়। ফলস্বৰূপে শিক্ষাৰ গতি বাধাপ্ৰাপ্ত হোৱাই স্বাভাৱিক। পিতৃহাৰা অৱস্থাত হঠাতে অপ্ৰত্যাশিতভাৱে কেনে সমস্যাত পৰিছিল আৰু তাৰ পৰা কেনেদৰে নিস্কৃতি পাইছিল তাৰ কিছু আভাস তেৰাৰ নিজৰ ভাষাতেই শুনক–

**জীৱনৰ বিপৰ্যয়**

*স্থাৱৰং বিংশতে লক্ষং জলজং নালক্ষকম্*
*কূৰ্ম্মশ্চ নালক্ষংচ দশলক্ষংচ পক্ষিণঃ ॥*
*ত্ৰিংশল্লক্ষং পশুনাঞ্চ চতুলক্ষংচ বানৰাঃ।*
*ততো মনুষ্যতাং প্ৰাপ্য ততঃ কৰ্মণি সাধয়েৎ।*

অনেক জনম বাগৰি আহি মনুষ্য জীৱন লাভ কৰা হ'ল যদিও মোৰ দহ এঘাৰ বছৰ বয়সতে পূজনীয় পিতৃপুৰুষ গৰাকীয়ে নিত্যধামলৈ গমন কৰাত মোৰ জীৱনত মহাবিপৰ্যয়ে দেখা দিলে। মোৰ ওপৰত দুগৰাকী যৌৱনা বাই, বিধৱা আই আৰু ঘৰুৱা কেইবাগৰাকীৰে সৈতে এটা শকত পৰিয়ালৰ বোজাৰে সৈতে 'সত্ৰ' নামৰ অনুষ্ঠানটিৰো পৰিচালনাৰ ভাৰ অব্যাহতে আহি মোৰ ওপৰত পৰাত নানা বেমেজালিয়ে জুমুৰি মাৰি ধৰিলে। সেই সময়ত সত্ৰত কেইবাগৰাকীও বৃদ্ধ আৰু মুখ্য ভকত থকাৰ বাবে সত্ৰ পৰিচালনাৰ দায়িত্বৰ পৰা ৰক্ষা পোৱা হৈছিল। আমাৰ সত্ৰৰ পৰম্পৰামতে সত্ৰৰ চাৰিহটীয়া বৈষ্ণৱসকলৰ দ্বাৰায়েই সত্ৰীয়া কাৰ্যসমূহ নিয়াৰিকৈ প্ৰৱৰ্ত্তি আহিছে। সেয়ে মোৰ নাবালক অৱস্থা সত্বেও সত্ৰীয়া কাৰ্যত কোনো ব্যাঘাত হ'বলৈ নাপালে, বৰং তেখেতসকলে মোক সকলো ফালৰ পৰা ৰক্ষণাবেক্ষণ দি উপযুক্ত কৰি গঢ়ি তুলিবলৈ যাৱতীয় ব্যৱস্থা লৈছিল।"

সেই সময়ত নিকামূল সত্ৰ চাৰিহাটী ভকতেৰে ভৰপূৰ আছিল। আৰু তেৰাসকলৰ ভিতৰতে কেইবাজনো গুণী-জ্ঞানী পাৰ্গত সাধক ব্যক্তি থকাৰ বিষয়ে জনা যায়। তেৰাসকল সত্ৰীয়া কলা-কৃষ্টি, ভাওনা যাত্ৰা, গীত-মাত প্ৰভৃতি গন্ধৰ্ব বিদ্যাত বিশেষ পটু আছিল। সত্ৰত বছৰটোৰ ভিতৰত তিনি চাৰিবাৰকৈ ভাওনা হৈছিলেই। বিশেষকৈ পুণ্য ভাদ মাহত দুজনা গুৰুৰ কীৰ্তন তথা জন্মাষ্টমী আৰু পূৰ্বৱৰ্তী সত্ৰাধিকাৰৰ পুণ্য তিথিত ভাওনা পতাৰ

ব্যৱস্থা নিয়মীয়া আছিল। অঙ্কীয়া ভাওনাৰ আখৰা দুমাহমান আগৰে পৰা কৰা হৈছিল। ভাৱৰীয়াসকলে ঠেও ধৰি ধৰি যাতে ভালকৈ নাচিব পাৰে তাৰ কাৰণে মাটি আখৰাৰ অভ্যাস কৰা হৈছিল। মাটি আখৰা ভালকৈ জানিলে ভাৱৰীয়াসকলৰ পাছত কোনো আঁৰ নাথাকে। অৱশ্যে এই আখৰা অতি কষ্টকৰ। গহন চন্দ্ৰই সেই সময়তে সামান্য পৰিমাণে হলেও মাটি আখৰা কৰিবলৈ চেষ্টা কৰিছিল।

সেই সময়ত চাৰিহটীয়া ভকতৰ ভিতৰত স্বৰ্গীয় ঠানুৰাম বায়ন আৰু স্বৰ্গীয় লীলাৰাম গায়ন নামেৰে দুজন অতি সুদক্ষ গন্ধৰ্ব বিদ্যা বিশাৰদ লোক আছিল। নবীন সত্ৰাধিকাৰ গৰাকীয়ে এই দুগৰাকী লোকৰ ওচৰতে বিভিন্ন ৰাগ আৰু খোল তালৰ 'বোল' শিকিবলৈ লৈছিল। বিশেষকৈ লীলাৰাম সূত্ৰধাৰৰ কথা গোঁসায়ে নিজেই উল্লেখ কৰিছে। এই প্ৰশিক্ষণ চলি থাকোঁতে দুয়োজন আতৈ বৈকুণ্ঠী হয়। ফলস্বৰূপে গহন চন্দ্ৰৰ সত্ৰীয়া শিক্ষাও আধাডুখৰীয়া হৈ থমকি ৰয়।

কিছুকাল অপেক্ষা কৰাৰ পাছত তেওঁ আকৌ সত্ৰৰে শিষ্য স্বৰ্গীয় গুণাৰাম নামলগোৱা নামৰ অন্য এজনা সৎ আৰু গুণীলোকৰ সহযোগিতা লাভ কৰে। প্ৰসঙ্গীয়া কাৰ্যত ব্যুৎপত্তি থকা এই নামলগোৱাজনৰ ওচৰতে তেওঁ চাৰিপ্ৰসঙ্গ কৰাৰ নিয়ম প্ৰণালী, বৰগীত আৰু কীৰ্তনৰ সুৰ-সঙ্কাৰ শিকিবলৈ আৰম্ভ কৰে। কিন্তু বিধিৰ বিড়ম্বনা। এবছৰমানৰ ভিতৰতে এই গুণাৰাম নামলগোৱায়ো ধৰাধাম ত্যাগ কৰিলে। গহন চন্দ্ৰ প্ৰায় নিঠৰুৱা হ'ল। কিন্তু নিৰুৎসাহ নহ'ল। পুনৰ অন্য দিশত তেওঁ যাত্ৰা আৰম্ভ কৰিলে। তেখেতৰ নিজৰ ভাষাতে "মোৰ বাল্যকালতে পিতৃ পৰলোক হোৱাত সত্ৰীয়া শিক্ষাৰ উমানকে পাব পৰা নহ'ল। গুৰিয়াল নোহোৱা নাৱৰ দৰে সংসাৰ সমুদ্ৰৰ চাকনৈয়াত পৰি আমাৰ জীৱন তৰী খনিয়ে বহুত দিনলৈকে ঘূৰি ফুৰিবলগীয়া হৈছিল। সত্ৰত থকা উঠন ভকতসকলৰ সঙ্গৰ দ্বাৰাই কিছু শিক্ষা পোৱা হৈছিল যদিও সেই সকল ভকতো দুই তিনি বছৰৰ ভিতৰতে পৰলোকলৈ গতি কৰাত শিক্ষাত আগবাঢ়িবলৈ অন্তৰায় ঘটিল।

নগাঁও জিলাৰ ভিতৰত নগাৱঁৰ পৰা চাৰিমাইল উজনিৰ উৰিয়াগাঁৱত এখনি আৰু কলিয়াবৰত এখনি আমাৰ নিকামূল সত্ৰ আছিল। সেই সময়ত উৰিয়াগাঁৱত থকা সত্ৰখনিৰ ব্যৱস্থা তেজপুৰৰ খনিৰ দৰেই সত্ৰীয়া পৰিৱেশ

পৰিপূৰ্ণভাৱে আছিল বুলি ধৰিব পাৰি। কেইবাগৰাকীও বিজ্ঞ ভকত বৈষ্ণৱে ইয়াৰ গুৰি ধৰি আছিল। সেই সত্ৰতে কিছুদিন থাকি শিক্ষা লোৱাৰ অভিপ্ৰায়ে ১৯২১ চনৰ জানুৱাৰী মাহৰ আগভাগতে অৰ্থাৎ মাঘ বিহুৰ আগতে মই নগাঁৱত থকা সত্ৰলৈ গৈ থিতাপি ললোঁগৈ। এয়া নগাঁৱৰ সত্ৰলৈ অহা মোৰ প্ৰথম যাত্ৰা আৰু এইবাৰ প্ৰায় দহমাহ দিন ইয়াত থাকিবলগীয়া হৈছিল।

সত্ৰীয়া বুঢ়া ভকতসকলৰ আশ্ৰয় পোৱাত তেখেতসকলৰ পৰাই সত্ৰীয়া নাম গুণ, পাঠ প্ৰসঙ্গ, ভাওঁনা যাত্ৰা আদিৰ শিক্ষা লবলৈ সুযোগ হৈছিল। ইয়াৰ পিছত বৰদোৱা থানৰ উদাসীন আতৈ স্বৰ্গীয় নাৰায়ণ চন্দ্ৰ নাম-লগোৱাদেৱৰ সান্নিধ্যলৈ অহাত সত্ৰীয়া সংস্কৃতিৰ বিষয়ত তেখেতক গুৰু স্বৰূপে গ্ৰহণ কৰি ইয়াৰ আঁতি-গুৰি মাৰি শিকিবলৈ সুযোগ মিলিল। তেখেতৰ পৰাই সম্পূৰ্ণ কীৰ্তন আৰু ঘোষাৰ প্ৰসঙ্গীয়া সুৰ তাল মানেৰে গাব পৰা হলোঁ। অঙ্কীয়া নাটৰ গীত আৰু বাজনাকো বহুত কষ্টেৰে শিকিলোঁ। প্ৰসঙ্গ গোৱাত আমাক চেৰ পেলাব পৰা দ্বিতীয়জন নাই বুলি মোৰ ধাৰণা। সেইদৰে খোলৰ বাজনা শুদ্ধকৈ বজাব পৰা বায়নো দ্বিতীয়জন ব্যক্তি মোৰ চকুত পৰা নাই। মই ভোৰতাল কোবাই দুটা মাহ চাউল চোবোৱা জাতৰ ঘৰৰ নাতি পুতি বুলিয়েই হয়তো এইবোৰ বিদ্যা-শিক্ষা লোৱাত উজু হৈ পৰিছিল নেকি?" এয়া গোঁসাইৰ ১৯৭৩ চনত আকাশবাণী গুৱাহাটী কেন্দ্ৰই লোৱা সাক্ষাৎকাৰত কোৱা নিজ মুখৰ কথা।

প্ৰৱন্ধকাৰ শ্ৰীডালিম চন্দ্ৰ পাঠকৰ পৰা জনা যায় যে গহন গোস্বামীয়ে গোলাঘাটৰ স্বনামধন্য স্বৰ্গীয় গোপীকাবল্লভ গোস্বামীৰ ওচৰলৈ গৈ সঙ্গীত শাস্ত্ৰৰ তত্ত্ববোৰৰ বিষয়ে আলচ কৰি বহু কথা শিকিছিল। তেখেতৰ পৰাই শ্ৰুতি, স্মৃতি আৰু নামঘোষাৰ মূল তত্ত্ববোৰৰ বিষয়েও বিস্তৃত জ্ঞান লাভ কৰিছিল।

এইদৰে গহন গোস্বামীয়ে নিজকে উপযুক্ত কৰি গঢ়ি তুলিবলৈ সম্ভৱপৰ সকলো চেষ্টা নিজেই ক্ৰম অনুসাৰে নিশ্চয় কৰি লৈছিল। কাৰণ সেই সময়ত তেওঁক উপদেশ দিবলৈ কোনো নাছিল। কোনো কষ্ট বা দূৰত্বই জ্ঞান আহৰণত বাধাৰ সৃষ্টি কৰিব নোৱাৰিছিল। 'বিদ্যা-শিক্ষাৰ কাৰণে চীন দেশলৈকো যাবা' এই কথা গহন চন্দ্ৰই বাস্তৱ জীৱনত পালন কৰা দেখা যায়।

## ৭। গহন চন্দ্ৰ গোস্বামীৰ জীৱনত পৰা মূল প্ৰভাৱ

(ক) **সত্ৰীয়া প্ৰভাৱঃ** গহন চন্দ্ৰ গোস্বামীৰ ওপৰত ঘাইকৈ প্ৰভাৱ পেলাইছে পিতৃ পুৰুষ মঙ্গল চন্দ্ৰ আৰু নিকামূল সত্ৰই। মঙ্গল চন্দ্ৰই যদিও নিজে পুত্ৰক বিশেষভাৱে শিক্ষা দিবলৈ সময় নাপালে তথাপি তেখেতৰ জ্ঞান, বিদ্যা আৰু ব্যক্তিত্বৰে নিকামূল সত্ৰত এটা ঐতিহ্য গঢ়ি উঠিছিল। তেখেতৰ জ্ঞানৰ পৰিধি কিমান প্ৰগাঢ় আছিল তাক এটা কথাৰ পৰাই অনুমান কৰিব পাৰি। শ্ৰীনবীনচন্দ্ৰ কাথহাজৰিকাদেৱে স্মৃতিগ্ৰন্থত লিখিছে * সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম হয় ১৮৬৪ খৃঃত। তেখেতৰ দহবছৰত দেউতাক ডাঙৰীয়া দীননাথ বেজবৰুৱা তেজপুৰত হাকিম আছিল। ডাঙৰীয়া দীননাথে লক্ষ্মীনাথক লৈ ঘোঁৰাগাড়ীৰে নিকামূল সত্ৰলৈ গৈ বৰগীত ঘোষা আদি শিকোৱাইছিল আৰু নিজে সত্ৰাধিকাৰ মঙ্গল চন্দ্ৰৰ লগত শাস্ত্ৰ আলোচনা কৰিছিল। এই কথা বেজবৰুৱাৰ 'জীৱন সোঁৱৰণ'ত আছে। সেইদৰে কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈৰ পিতৃ মাধৱ চন্দ্ৰ বৰদলৈ তেজপুৰত মুন্সিফ হৈ থাকোঁতে নিকামূল সত্ৰলৈ যোৱা আৰু শাস্ত্ৰ আলোচনা কৰা তেখেতৰ নিত্য নৈমিত্তিক কাম আছিল। অসমৰ বিখ্যাত আগৰৱালা পৰিয়ালৰ দ্বিতীয় পুৰুষ স্বৰ্গীয় হৰিবিলাস আগৰৱালাৰ পুত্ৰ পৰমানন্দ আৰু পৰমানন্দৰ পুত্ৰ জ্যোতিপ্ৰসাদ। হৰিবিলাসৰ দিনৰ পৰা আজিলৈকে এই পৰিয়ালৰ লগত নিকামূল সত্ৰৰ নিবিড় সম্বন্ধ। হৰিবিলাসৰ ধৰ্ম চৰ্চাৰ বীজ অঙ্কুৰিত হয় নিকামূল সত্ৰতে। তেওঁ পিছত কীৰ্তন ঘোষা আদি ছপাই অসমীয়া জাতিক অমৰ কৰি নিজেও অমৰ হৈ ৰ'ল। সেইদৰে সু-সাহিত্যিক মহাদেৱ শৰ্মাৰ দেউতাক পণ্ডিত জয়দেৱ শৰ্মাৰ লগতে মঙ্গল চন্দ্ৰৰ গাঢ় বন্ধুত্ব আছিল। চমুকৈ কবলৈ গ'লে তেজপুৰ চহৰ আৰু জিলাৰ ভিতৰত নিকামূল সত্ৰ ধৰ্ম আৰু সংস্কৃতি তথা কলা-কৃষ্টি সাধনৰ মুখ্য কেন্দ্ৰ আছিল।

১৯০৯ চনত মঙ্গল চন্দ্ৰই বৰবাকৰিত ( বৰ্তমান তেজপুৰ মিছন হস্পিতেল প্ৰাঙ্গণ ) বাবে চহৰীয়া ভাওনাৰ আয়োজন কৰি উত্তৰ পাৰত এক অভিলেখ স্থাপন কৰে। ইয়ে তেখেতৰ কলা কৃষ্টি বিষয়ত নিপুণতা আৰু সংগঠন

---

* *তেজপুৰ সাহিত্য সভাৰ দ্বাৰা ১৯৭৯ চনত প্ৰকাশিত।*

শক্তিৰ পৰিচয় দিয়ে। "সন্ত সন্মিলনী" নামৰ যি ধৰ্মীয় তথা সামাজিক অনুষ্ঠান আছিল তাৰো সভাপতি আছিল স্বৰ্গীয় মঙ্গল চন্দ্ৰ। সেই সময়ত গহন চন্দ্ৰ দহ এঘাৰ বছৰীয়া কিশোৰ আছিল যদিও এইবোৰৰ কিছু প্ৰভাৱ তেওঁৰ ওপৰত পৰাটো স্বাভাৱিক। পিছলৈ তেৰাই সেই বাটেৰেই আগবাঢ়ে। তেনেদৰে ভকতৰ লগত পৰিচয়, কথোপকথন, সৌহাৰ্দ্য স্থাপন, সত্ৰীয়া গীত-মাতৰ শিক্ষা, ভাওনা-সবাহ, নাম-প্ৰসঙ্গ আদিৰ শিক্ষা আমাৰ আলোচ্য ব্যক্তি গৰাকীয়ে অজানিতে গ্ৰহণ কৰে। বাল্য আৰু কিশোৰ কালত লাভ কৰা সত্ৰীয়া আৰু পাৰিবাৰিক প্ৰভাৱে গহন চন্দ্ৰৰ জীৱনৰ বুনিয়াদ ৰচনা কৰিছিল।

(খ) **নৱদ্বীপৰ প্ৰভাৱঃ** গোস্বামীদেৱৰ কৰ্মময় জীৱনত সোণত সুৱগা চৰোৱাৰ দৰে জেউতি চৰাইছিল দুটা অনুষ্ঠানৰ সান্নিধ্যই। তাৰে এটা হ'ল ওপৰত উল্লেখ কৰা নৱদ্বীপৰ সংস্কৃত শিক্ষাৰ কেন্দ্ৰ।

(গ) **বাণ ৰঙ্গমঞ্চৰ সান্নিধ্যঃ** দ্বিতীয়টি অনুষ্ঠান হ'ল বাণ ৰঙ্গমঞ্চ। ইয়াত আধুনিক নৃত্য-গীত মঞ্চাভিনয়ৰ চৰ্চা হৈছিল। নিজৰ কলা-কৃষ্টিৰ ঐতিহ্যক বিচাৰি লোৱাৰ প্ৰচেষ্টা চলিছিল। নতুন নাট্য সাহিত্য সৃষ্টি কৰাতো প্ৰেৰণা যোগাইছিল বাণ ৰঙ্গমঞ্চই। এই অনুষ্ঠানৰ লগত জড়িত আছিল সাহিত্যকাওাৰী পদ্মনাথ গোহাঞিবৰুৱা, ডাঃ ললিত মোহন চৌধুৰী ৰাধিকাকান্ত দাস, অন্নদা কুমাৰ পদ্মপতি, প্ৰফুল্ল কুমাৰ বৰুৱা, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আৰু অনেক কুশলী শিল্পী। এই সকলৰ ব্যক্তিত্বই গহন গোস্বামীক আকৰ্ষণ কৰিছিল। গোস্বামীদেৱ বিশেষকৈ আকৰ্ষিত হৈছিল জ্যোতিপ্ৰসাদৰ দ্বাৰা। কাৰণ জ্যোতিপ্ৰসাদে পাশ্চাত্যৰ দ্বাৰেৰে প্ৰৱেশ কৰি অসমীয়া ঐতিহ্যৰ মণিমুকুতা বিচাৰিছিল। শঙ্কৰী কলা-কৃষ্টিৰ প্ৰতিও জ্যোতিপ্ৰসাদৰ আগ্ৰহ আছিল অদ্বিতীয়। আনহাতে গহন গোস্বামী আছিল পুৰণি ঐতিহ্যৰ লগত আধুনিকতা তথা প্ৰগতিশীলতাৰ সংহতি সাধক। এনে বৈশিষ্ট্যই দুয়োজনক পৰম্পৰৰ কাষ চপাই আনিছিল। জ্যোতিপ্ৰসাদে যেনেকৈ সত্ৰীয়া সংস্কৃতিৰ আঁতিগুৰি বিচাৰিবলৈ গহন চন্দ্ৰৰ সহায় লৈছিল, ইজনায়ো আগৰ জনাৰ আধুনিক ধাৰাৰ প্ৰভাৱ অনুভৱ কৰিছিল। এই সাংস্কৃতিক সান্নিধ্যই স্বাধীনতা আন্দোলনৰ ক্ষেত্ৰলৈকে দুয়োকো যুটীয়া প্ৰচেষ্টাৰে আগবাঢ়িবলৈ সুযোগ দিছিল।

## শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

তেজপুৰ বাণ ৰঙ্গমঞ্চইনো তেওঁক কেনেকৈ টানিলে তাৰ বিষয়ে গোঁসায়ে লিখিছে 'যেতিয়া বাণ ৰঙ্গমঞ্চটি স্থায়ীভাৱে নিৰ্মাণ কৰিবলৈ থিৰাং কৰি তাৰ বাবে দান বৰঙণি সংগ্ৰহ কৰিবলৈ সিদ্ধান্ত লোৱা হৈছিল, তেতিয়া ইয়াৰ গুৰি ধৰোঁতাসকলৰ ভিতৰত আছিল ৰায়বাহাদুৰ স্বৰ্গীয় বেথাৰাম শৰ্মা, ৰায়বাহাদুৰ পদ্মনাথ গোহাঞি বৰুৱা, ভবানীচৰণ ভট্টাচাৰ্য্য আৰু সঙ্গীতাচাৰ্য্য লক্ষীৰাম বৰুৱা প্ৰমুখ্যে ব্যক্তিসকল। এদিন আবেলি তেতিয়াৰ জিলাৰ বৰ হাকিম স্বৰ্গীয় কৃষ্ণ চন্দ্ৰ চৌধুৰী, ৰায়বাহাদুৰ স্বৰ্গীয় বেথাৰাম শৰ্মা আৰু ডেকাৰ গাঁৱৰ স্বৰ্গীয় ঠাকুৰ দাস শৰ্মা কাননগো আহি আমাৰ ঘৰ পোৱাত বহিবলৈ আসন দি সম্ভাষণ জনালোঁ। আগমণৰ বাতৰি সোধাত ৰায়বাহাদুৰ শৰ্মাদেৱে নতুনকৈ স্থায়ীভাৱে সাজিব খোজা বাণ ৰঙ্গমঞ্চৰ বাবে অন্ততঃ পাঁচ হাজাৰ ইটা আমি দান দিব লাগে বুলি জনালে। আমাৰ ঘৰৰ ব্যৱহাৰৰ কাৰণে পিতৃ গৰাকীয়ে ৪০,০০০ ইটাৰ ভাটা এটা কৰাইছিল। তাৰে ঘৰত খৰচ কৰাৰ বাবে ১৫ হাজাৰমান ইটা আছিল। তেখেতসকলৰ বাক্য উলংঘা নকৰি পাঁচ হাজাৰ ইটা দিবলৈ স্বীকাৰ পালোঁ। যথা সময়ত তেখেত সকলে সেই ইটা নিয়ালে। সেইদিনাৰ পৰাই বাণ ৰঙ্গমঞ্চলৈ মোৰ মনটো ঢাল খালে। দুৰ্গা পূজাৰ সময়ত হোৱা থিয়েটাৰ প্ৰায়ে মই চাইছিলোঁ। স্বৰ্গীয় বোধনাথ পটঙ্গীয়াৰ ভাও দেখি আনন্দ পাইছিলোঁ আৰু তবধ খাইছিলোঁ। এনেকৈয়ে কিছুদিনৰ পিছত মঞ্চৰ ভিতৰুৱা হৈ পৰি থিয়েটাৰত তবলা বজোৱাৰ ভাৰ লবলগীয়া হ'ল। সেই সময়ত গুৱাহাটীৰ পৰা গান-গাই নাচিব পৰা দল অনা হৈছিল। তেনেবোৰ সময়ত মই প্ৰায়েই উপস্থিত হৈছিলো। সন্ধ্যা ঘৰৰ পৰা গৈ আখৰা কৰি ৰাতি এক মান বজাত ঘৰ পাওঁহি। সেই সময়ত এই থিয়েটাৰৰ বাবে এমাহৰো ওপৰ কাল আখৰা কৰিব লগা হৈছিল। মোৰ লগত সত্ৰৰ ভকতৰ লৰা এজনক লগৰী কৰি লৈছিলোঁ। সেই সময়ত তেজপুৰ নগৰত ৰাধিকা মিঠাইৱালাৰ (শ্ৰীৰাধিকা মোহন সোম) দোকান বিখ্যাত আছিল। মই ঘৰৰ পৰা আহি প্ৰতিদিনে ৰাধিকা বাবুৰ দোকানত সোমাই চাহপানী এগিলাচৰ সৈতে এসেৰ ৰসগোল্লা টপা-টপে ভুঞ্জি মঞ্চ পাওঁহি। ইয়াৰ ভিতৰত যেতিয়া জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে মঞ্চটি নতুন ৰূপত সজাবলৈ আৰু অভিনয়ো নতুন কৌশলেৰে প্ৰদৰ্শন কৰিবলৈ দিনে ৰাতিয়ে খাটিবলৈ ধৰিলে তেতিয়া কেইবাগৰাকীও বিশিষ্ট শিল্পীয়ে

আগৰৱালাদেৱৰ সৌহাত স্বৰূপে কাম কৰিছিল। মই ঘৰৰ পৰা অহা যোৱা কৰি কাম কৰিবলৈ অসুবিধা পাই থিয়েটাৰ ঘৰৰ অলপ দূৰৈতে থকা 'আসাম ভেলি' কোম্পানীৰ ঘৰ এটা মাহে কুৰি টকা ভাৰাত বন্দৱস্ত কৰি লৈ ছমাহমান তাতে থাকি যথাসাধ্য যত্ন কৰিছিলো। আগৰৱালাদেৱৰ যত্নত মঞ্চই নতুন ৰূপ ল'লে আৰু অভিনয়েও সদৌ অসমতে সুখ্যাতি অৰ্জন কৰিলে।

তেখেতৰ 'শোণিত কুঁৱৰী' নাটকৰ অভিনয়তেই মঞ্চৰ ভিতৰৰ পৰা অৰ্কেষ্ট্ৰা পাৰ্টি বাহিৰত মঞ্চৰ সমুখত দুফুটমান দকৈ গাঁত খান্দি তাতে বহুৱাৰ ব্যৱস্থা কৰিলে। এই পাৰ্টিৰ সকলোজনৰ গাতেই কঁকালত চুৰিয়া, গাঁত গেৰুৱা ৰঙৰ পাঞ্জাৱী চোলা আৰু কান্ধত বগা চেলেং কাপোৰ ভাঁজ লগাই কান্ধৰ ওপৰেৰে আনি কঁকালত মেৰাই লোৱা হৈছিল। আগৰৱালাই সকলোৰে মাজত বহি অৰ্গেন বজাইছিল আৰু চুলিদালমানো যাতে ইফাল সিফাল হ'ব নোৱাৰে তাৰ কাৰণে তীক্ষ্ণ দৃষ্টি ৰাখিছিল। মই আৰু বিষয়ৰাম মহাজনদেৱে খোল বজাইছিলোঁ। ২২ জনেৰে এই পাৰ্টিটি গঠিত হৈছিল। অভিনয়ৰ আৰম্ভৰ পৰা শেষলৈকে ভাব পৰা ইফাল সিফাল কৰিব পৰা সম্ভৱ নহৈছিল। যিসকল পুৰুষৰ আপ্ৰাণ চেষ্টাত বাণ ৰঙ্গমঞ্চৰ সুখ্যাতি চাৰিওফালে বৈ বৈ গৈছিল, সেই সকলৰ ভিতৰত স্বৰ্গীয় ৰাধিকা কান্ত দাস, স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মা, ডাঃ কামিনী কান্ত দাস, ডাঃ ললিত মোহন চৌধুৰী, শ্ৰীঅন্নদা কুমাৰ পদ্মপতি, শ্ৰীপ্ৰফুল্ল বৰুৱা, শ্ৰীপৰশুৰাম বৰুৱা ( ফুনু ), শ্ৰীপ্ৰবোধ চন্দ্ৰ দাস, শ্ৰীপ্ৰসন্নলাল চৌধুৰী, মোহন লাল চৌধুৰী আৰু অনেক জন'।

এই চমু সোঁৱৰণী গোঁসায়ে লিখিছিল, ১৯৭৫ চনত বাণ থিয়েটাৰ নাট সমাৰোহৰ স্মৃতিগ্ৰন্থত। তাত 'শ্ৰী' লিখি নাম উল্লেখ কৰা বাটকটীয়া শিল্পীসকলৰ এজনো এই ধৰাধামত নাই। সোঁৱৰণীৰ পৰা স্পষ্ট হ'ল যে বান ৰঙ্গমঞ্চৰ পুনৰ্নিৰ্মাণ কৰাৰে পৰা গোঁসায়ে তাত হাতী লগাদি লাগি ধৰিলে। সমাজত কিমান মানুহ ওলাব যিয়ে গাঁঠিৰ ধন ভাঙি ঘৰ ভাড়া কৰি লৈ কেৱল অনুষ্ঠানৰ নিমিত্তেই দিনে নিশাই খাটে। ঘটাটো সম্ভৱ কেৱল গহন গোস্বামীৰ দৰে সমাজ আৰু শিল্প-প্ৰাণ ব্যক্তিৰ বাবেহে।

## ৮। গহন গোস্বামীৰ গান্ধীৰ দৰ্শন লাভ আৰু কংগ্ৰেছত যোগদান

(জীৱনৰ দ্বিতীয় মুখ্য প্ৰভাৱ)

মহাত্মা গান্ধীয়ে জাতীয় কংগ্ৰেছত যোগদান কৰাৰে পৰা (১৯১৫ চন) এই অনুষ্ঠানে নতুনকৈ এটা সজীৱতা পালে। ইতিমধ্যে দক্ষিণ আফ্ৰিকাৰ সত্যাগ্ৰহ আন্দোলনৰ সফলতাই গান্ধীজীক যেনেকৈ নেতাৰূপে প্ৰতিষ্ঠিত কৰিলে একেদৰে ভাৰততো তেওঁৰ নাম-যশ প্ৰচাৰ হ'ল। সকলোৱে তেওঁক চাবলৈ উদগ্ৰীৱ হৈ আছিল। ১৯২১ চনত তেখেতে অসম ভ্ৰমণৰ সূচী হাতত লয় আৰু ৰাজ্যখনৰ বিভিন্ন জিলা ভ্ৰমণ কৰে। ঘটনাক্ৰমে গহন চন্দ্ৰ গোস্বামীয়েও নগাঁৱত গান্ধীজীৰ দৰ্শন লাভ কৰে আৰু তেওঁৰ দ্বাৰা গভীৰভাৱে প্ৰভাৱান্বিত হয়। পুৰুষানুক্ৰমে অহা সত্ৰীয়া পৰম্পৰাৰ প্ৰভাৱৰ পিছতে এয়া তেখেতৰ ওপৰত পৰা দ্বিতীয় মুখ্য প্ৰভাৱ। ইয়ে তেখেতক বিশালতৰ কৰ্মক্ষেত্ৰলৈ টানি নি জীৱনৰ অন্তিম কাললৈকে বহুমুখী মানৱ সেৱা আৰু দেশ সেৱাত প্ৰবৃত্ত কৰালে। এই মহাজীৱনত প্ৰৱেশৰ বিৱৰণ তেখেতৰ নিজৰ ভাষাতেই পোৱা যায়।

এই সময়তে অসহযোগ আন্দোলনৰ ঢৌ ভালকৈ উথলি উঠিছে। নগাঁৱৰ কৰ্মীসকলে গাঁৱৰ বিভিন্ন অঞ্চললৈ গৈ কংগ্ৰেছৰ প্ৰচাৰ কাৰ্যত ব্ৰতী হৈছে। এনে প্ৰচাৰ কাৰ্যত নিৰীক্ষণ কৰিবলৈ যাওঁতে স্বৰ্গীয় লোকসেৱক হলধৰ ভূঞাদেৱ কেইগৰাকীমান লগৰীয়াৰ সৈতে আমাৰ বাহৰত উপস্থিত হোৱাত আমি যথাসাধ্যমতে শুশ্ৰূষা কৰিলোঁ। স্বৰ্গীয় ভূঞাদেৱৰ লগত মোৰ এয়া প্ৰথম সাক্ষাৎ। তেখেত এগৰাকী দেশপ্ৰাণ লোক। তেখেতৰ প্ৰতি মোৰ শ্ৰদ্ধা উপজিল। তেখেতৰ স্বভাৱ সুলভমতে মহাত্মা গান্ধীৰ নেতৃত্বত গঢ়ি উঠা এই অসহযোগ আন্দোলনৰ বিষয়ে আমাক বুজাই ক'লে আৰু মই কংগ্ৰেছত যোগদান কৰিব লাগে বুলি অনুৰোধ জনালে।

এই সময়ত মই সত্ৰীয়া ৰীতি-নীতিৰ মাজত আৱদ্ধ। স্বৰ্গীয় ভূঞাদেৱ অহাৰ সময়ত আমাৰ চ'ৰাত ভালেকেইগৰাকী উপযুক্ত ভকত-বান্ধৱ উপস্থিত আছিল। স্বৰ্গীয় ভূঞাদেৱৰ কথাত কোনো জনেই কোনো উত্তৰ কৰা নাছিল আৰু মই নিজেও তেখেতক সন্তোষজনক কিবা সমিধান দিবলৈ সাহস নুপজিল। মাথো ইয়াকে কোৱা হ'ল যে, তেখেতৰ কথা শুনি সন্তোষ পোৱা গৈছে। কংগ্ৰেছত যোগদান কৰাৰ বিষয়ে চিন্তা কৰি যি হয় সিদ্ধান্ত কৰা হ'ব। আৰু কেতিয়াবা এই ফাললৈ আহিলে অনুগ্ৰহ কৰি দেখা দিব বুলি অনুৰোধ জনোৱা হ'ল। স্বৰ্গীয় ভূঞাদেৱ বিদায় লৈ যোৱাৰ পিছত

উপস্থিত থকা ভকত-বান্ধৱসকলে আমি কংগ্ৰেছত যোগদান কৰাটো উচিত নহ'ব বুলিয়েই মত প্ৰকাশ কৰিলে। অৱশ্যে দুগৰাকী মুখ্য ভকতে এই বিষয়ে বিবেচনা কৰা উচিত হব বুলি মত প্ৰকাশ কৰিলে।

সেই সময়ত সত্ৰৰ মুখ্য লোকসকলৰ ভিতৰত স্বৰ্গীয় ৰায়বাহাদুৰ শান্তিৰাম হাজৰিকা, ৰাজ মেধি, স্বৰ্গীয় আনন্দৰাম হাজৰিকা কাকতি, স্বৰ্গীয় তুৱাৰাম খাটনিয়াৰ, স্বৰ্গীয় মনোৰাম সূত্ৰধাৰ নামলগোৱা আৰু স্বৰ্গীয় ভকতদাস নামলগোৱা অন্যতম। এইসকলৰ বাহিৰেও বৰ মেধি প্ৰমুখ্যে আৰু বহুজন।

মহাত্মা গান্ধীৰ অসমলৈ আগমণ হোৱাৰ বাতৰিয়ে সদৌ অসমতে জনগণৰ প্ৰাণত ভাবিব নোৱাৰাকৈ দেশপ্ৰেমৰ ধাউতি জগাই তুলিলে। সকলো জিলাতেই কৰ্মীসকল দেহে-কেহে কংগ্ৰেছৰ প্ৰচাৰ কাৰ্যত আৰু মহাত্মাজীৰ অভ্যৰ্থনাৰ বাবে বিপুল আয়োজনত ব্যস্ত হ'ল। ২৩ আগষ্ট তাৰিখে পুৱাৰ ৰেলত শিলঘাটৰ পৰা নগাঁও পাবহি বুলি সঠিক বাতৰি আহি পোৱাত নগাৱঁৰ কৰ্মীসকলৰ অন্তৰত অপাৰ আনন্দ মিলিল আৰু গোটেই জিলাতে এই বাতৰি বিস্তাশৱদে প্ৰচাৰ হ'ল। মহাত্মাৰ অভ্যৰ্থনাৰ বাবে যাৱতীয় ব্যৱস্থা কৰা হ'ল। আমাৰ সত্ৰৰ ওচৰৰ গাৱঁত খদমদম লাগিল। পিছদিনা মহাত্মাজীক দৰ্শন পাবলৈ সকলো উত্ৰাৱল হোৱাদি হ'ল। আমাৰ সত্ৰতো সকলোৰে মনত মহাত্মাক দৰ্শন পাবলৈ উখল-মাখল লাগিল। মোৰ মনতো তেনে কথাই খুন্দিয়া-খুন্দি কৰিছে যদিও মই এক প্ৰকাৰ নিঃসহায়। পিছে সভয়ে মই ভকত সকলৰ আগত মোৰ মনৰ ভাৱ জনোৱাত কেইবাজনেও মহাত্মা গান্ধীক মই চাবলৈ যোৱাটো সমীচীন নহ'ব বুলি কলে। কিন্তু দুগৰাকী মুখ্যলোক স্বৰ্গীয় মনোৰাম নামলগোৱা আৰু স্বৰ্গীয় আনন্দৰাম হাজৰিকা কাকতিয়ে মহাত্মা গান্ধীক দেখা পোৱাটো আৰু তেৰাৰ কথা শুনাটো কেতিয়াও বেয়া কথা হ'ব নোৱাৰে বুলি ক'লে আৰু ক'লে প্ৰভু যোৱাটো হ'লে দুগৰাকীমান ভকত লৈ যাব লাগে আৰু সভাৰ ভিতৰত নবহি আঁতৰৰ পৰাই মহাত্মা গান্ধীক চোৱা আৰু কথা শুনাৰ ব্যৱস্থা হোৱাটো ভাল। এই কথা শুনাৰ পৰা মোৰ মনত শান্তিৰে উশাহ ল'ব পৰা যেন লাগিল। শেহত গৈ যোৱাটোৱেই থিৰাং হ'ল। পিছদিনা যথাসময়ত সেই দুগৰাকী ভকতকে লগত লৈ ঘোঁৰাবাগী এখনত নগৰৰ সভাৰ থলীলৈ ৰাওনা হলোঁ। সভাত অগণন প্ৰজা, সভাৰ থলীৰ বাহিৰেও

বাটে-পথে মানুহৰ ভিৰত যাতায়ত কৰিব নোৱাৰা হ'ল। মহাত্মা গান্ধী সভালৈ অহাৰ অলপ আগতেহে আমি পাইছোঁগৈ। সভাৰ আৰ্তৰত একাষৰীয়াকৈ বাগীশ্বন ৰাখি তাতেই আমি বহি ৰলোঁ। সভাৰ আৰম্ভণীৰ পৰা শেষলৈকে আমি সকলো কথা মনোযোগেৰে শুনিলো। মহাত্মা আৰু মৌলানা চাহাবৰ ভাষণ মৰ্মস্পৰ্শী হৈছিল যদিও আমি ভালকৈ বুজিব পৰা নাছিলোঁ। স্বৰ্গীয় দেশভক্ত তৰুণৰাম ফুকন ডাঙৰীয়াৰ অসমীয়া ভাঙনিয়ে সকলোৰে অন্তৰ পৰশি গৈছিল। আমিও তন্ময় হোৱাদি হৈছিলোঁ। সভাৰ পৰা উভতি আহোঁতে আমাৰ ভিতৰত মহাত্মাৰ বাণীৰ বিষয়েই আলোচনা হৈ অহা হৈছিল। স্বৰ্গীয় মনোৰাম নামলগোৱা আতৈয়ে কৈছিল যে মহাত্মা গান্ধী এই যুগৰ অৱতাৰ পুৰুষ। দেশৰ স্বাধীনতা অৰ্জনৰ বাবে যি পৰামৰ্শ আগবঢ়াইছে সেয়া মানৱ জীৱনৰ বাবেই গ্ৰহণীয়। স্বাধীনতা সকলোৰে কাম্য। হিংসা-দ্বেষ পৰিহাৰ, মাদক দ্ৰব্য বৰ্জন, স্বদেশী বস্তু গ্ৰহণ আৰু সকলো প্ৰাণীকে আত্মসম দেখা এই কথা আমাৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰগুৰু জনায়েই প্ৰৱৰ্ত্তাই গৈছে। গতিকে আমি সকলোৱে অনায়াসে গ্ৰহণ কৰিব পাৰোঁ।

নামলগোৱা আতৈৰ কথাষাৰে মোৰ অন্তৰ বৰকৈ চুই গ'ল, মই একো নকৈ শুনি আছিলো মাথোন। দ্বিতীয় গৰাকী কাকতি আতৈয়েও সেই কথাকে সমৰ্থন জনোৱাত মহাত্মাজীৰ উপদেশমতে যথাসাধ্য চলিবলৈ মোৰ অন্তৰত প্ৰেৰণা উপজিল।

মহাত্মাজী নগাঁৱলৈ আহি যোৱাৰ পিছৰ পৰা কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য দুগুণে দৃঢ়তৰ হৈ উঠিল। প্ৰত্যেক অঞ্চলতে সুদক্ষ কৰ্মীসকলে ৰাইজৰ মাজত অসহযোগ আন্দোলনৰ ভাব জগাই তুলিলে। বিদেশী বস্তু বৰ্জন, মাদক দ্ৰব্য নিবাৰণ, কংগ্ৰেছৰ সভ্য ভৰ্ত্তিকৰণ আৰু তিলক স্বৰাজ ফাণ্ডলৈ দান গ্ৰহণ আদিয়েই প্ৰচাৰৰ মূল কথা আছিল। মাদক দ্ৰব্য নিবাৰণৰ ক্ষেত্ৰত কানি, ভাং, মদৰ দোকানত আৰু বিদেশী বস্তু বেচা দোকানসমূহত শৃংখলাৱদ্ধ আৰু অহিংসভাৱেৰে স্বেচ্ছাসেৱকসকলে পিকেটিং আৰম্ভ কৰিলে। জিলাৰ ইমূৰৰ পৰা সিমূৰলৈকে অসহযোগ আন্দোলনৰ জুই দপ্ দপ্‌কৈ জ্বলি উঠিল। যিসকল নেতৃস্থানীয় লোকে আন্দোলনৰ গুৰি ধৰি আগুৱাই লৈ গৈছিল, সেইসকলৰ ভিতৰত স্বৰ্গীয় পণ্ডিত কনক চন্দ্ৰ শৰ্মা আৰু লোকসেৱক স্বৰ্গীয় হলধৰ ভূঞা অন্যতম। ভূঞাদেৱ আমাৰ সত্ৰলৈ

কেইবাৰাৰো গৈ মোক কংগ্ৰেছত যোগ দিবলৈ আৰু কংগ্ৰেছৰ সভ্য ভৰ্ত্তি কৰিবলৈ বহুতো বুজাইছিল আৰু জোৰো কৰিছিল। ভূঞাদেৱৰ যুক্তি খণ্ডন কৰিব পৰা শক্তি মোৰ নৌহৈছিল। শেষত মই কংগ্ৰেছৰ সভ্য ভৰ্তি হবলৈ স্বীকাৰ পালো যদিও এৰাৰ অনুৰোধ জনালোঁ যে মই যি হেতুকে তেজপুৰৰ মানুহ, অলপ দিনৰ বাবেহে ইয়াত অস্থায়ীভাবে থকা হৈছে সেইবাবে মই তেজপুৰ জিলা কংগ্ৰেছৰহে সভ্য হোৱাটো সমীচীন হ'ব; গতিকে মোক ইয়াত অব্যাহতি দিব লাগে। ভূঞাদেৱ তিমানতে মান্তি হোৱাত মই ৰক্ষা পৰিলো।

সত্ৰত থকা কালছোৱাৰ ভিতৰত ভকত-বান্ধৱৰ সান্নিধ্যত সত্ৰীয়া বহুতো কথাৰ শিক্ষা লাভ কৰিবলৈ পোৱাটোৱেই মোৰ জীৱনৰ বাবে স্মৰণীয় কথা। এনেকৈ প্ৰায় দহমাহৰো ওপৰ দিন সত্ৰত থাকি পুনৰ তেজপুৰৰ সত্ৰলৈ উভতি আহিলোঁ। এই নগাঁৱতে মহাত্মাজীৰ নিচিনা এগৰাকী পুৰুষক দৰ্শন লাভ কৰি মনুষ্য জীৱনৰ সাৰ্থক ঘটিছে আৰু তেৰাৰ অন্তৰৰ নিভৃত কোণৰ পৰা প্ৰকাশ পোৱা সেই অমৃতময় বাণীয়ে সোঁৱৰাই দিছিল–

*পিতৃমুখে তযুগুণ শুনিলো যৈসানি*
*সেহি দিনা হিয়াত পশিলা চক্ৰপাণি*

## অসহযোগৰ ধুমুহা

মহাত্মা গান্ধী অসমলৈ অহাৰ আগৰে পৰা অসমত অসহযোগৰ মলয়া বইছিল যদিও মহাত্মা গান্ধী অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি যোৱাৰ লগে লগে অসহযোগ আন্দোলনৰ ঢৌ তীব্ৰতৰ হৈ উঠিল।

মই এনে সময়তে নগাঁৱৰ সত্ৰৰ কাম ইমানতে সামৰি তেজপুৰৰ সত্ৰলৈ উভতি আহিলোঁ। আমাৰ ব্যৱহাৰৰ কাৰণে যিমানখিনি বিদেশী কাপোৰ আছিল সকলোখিনি গোটাই টিঙৰ পেৰা এটাত ভৰাই লগত লৈ আহিলোঁ। তেতিয়া শিলঘাটৰ পৰা তেজপুৰলৈ ব্ৰহ্মপুত্ৰত চলা মেইল জাহাজেৰে পাৰাপাৰ হ'ব লাগে। সেই সময়ত দিনৰ ৪ বজাত উজনিৰ ককিলামুখৰ পৰা মেইল জাহাজ আহি শিলঘাট পায়হি। আমি সেই জাহাজ পোৱাকৈ যথা সময়ত আহি শিলঘাট পাই টিকট কিনি লৈ জাহাজত উঠিলোঁ আৰু ৫ বজাত তেজপুৰ ঘাট পালোঁহি। জাহাজৰ পৰা নামিয়েই যাত্ৰী অনা-নিয়া

কৰা ঘোঁৰাবাগী এখন সত্ৰৈলেকে ভাৰাত বন্দৱস্ত কৰি বস্তু-বাহানি আৰু লগৰ ভকত দুজনেৰে সৈতে তাতে উঠি প্ৰথমে নগৰত থকা কংগ্ৰেছ অফিচ পালোঁগৈ। বৰ্তমান স্বৰ্গীয় ডাক্তৰ ললিত মোহন চৌধুৰীদেৱৰ বাসস্থানত থকা খেৰৰ ডাঙৰ ঘৰ এটাত কংগ্ৰেছ অফিচৰ কাম চলিছিল। সেই ঘৰ চৌধুৰী পৰিয়ালৰে। সেই সময়ত স্বৰ্গীয় চন্দ্ৰনাথ শৰ্মাদেৱে ওকালতি কৰিবলৈ বুলি ভাড়াত লৈছিল। পিছে স্বৰ্গীয় শৰ্মাদেৱৰ আৰু ওকালতি কৰা নহ'ল, সেয়েই কংগ্ৰেছৰ কাৰ্য্যালয়ত পৰিণত হ'ল। কাৰ্য্যালয়ত স্বৰ্গীয় অমিয় কুমাৰ দাস, লক্ষীধৰ শৰ্মা আৰু দক্ষৰাম বৰুৱাদেৱক লগ পাই নমস্কাৰ জনালোঁ। তেখেতসকলেও বৰ আনন্দেৰে আদৰ-সাদৰ কৰি সোধ-পোচ কৰিলে। মোৰ কংগ্ৰেছত যোগদান কৰিবলৈ ইচ্ছা হৈছে বুলি মনৰ কথা ভাঙি পাতি কলোঁ আৰু লগত নিয়া বিদেশী কাপোৰৰ টিঙৰ বাকচটো তেখেত সকলৈলে আগবঢ়াই দিলো। বাকচটো পাই তেখেতসকলে আনন্দ প্ৰকাশ কৰিলে। শৰ্মাদেৱে তেতিয়া মোক ক'লে— গোস্বামী! আপুনি কংগ্ৰেছত যোগ দিব বুলি জানি ভাল পাইছোঁ। পিছে কংগ্ৰেছত যোগদান কৰিব পাৰিবনে নাই তাক আপুনি ভালকৈ ভাবি-চিন্তি চাইহে থিৰাং কৰিব। কিয়নো মহাত্মা গান্ধীৰ এই পবিত্ৰ অসহযোগ পথ যদিও ই মহা কন্টকময়। ইয়াত নিৰ্যাতন আছে, বিপদ আছে। সত্ৰীয়া বান্ধোনেৰে অসমৰ গোঁসাইসকল ভালকৈ বান্ধ খাই আছে, এই বান্ধোনৰ পৰা আপুনি কেনেকৈ ওলাই আহিব পাৰিব ইয়াত মোৰ সন্দেহ আছে। যদি আপুনি কেনেবাকৈ ওলাই আহিব পাৰে তেতিয়া হলেতো আনন্দৰ কথা।" এনেকৈ বহুতো যুক্তিপূৰ্ণ কথা শৰ্মাদেৱে মোক ক'লে। তেখেতৰ প্ৰতিটো কথাৰ উত্তৰ দিব পৰা মোৰ বাবে অসাধ্য আছিল। বহুতো ভাবি-গুণি ইমানকে ক'লোঁ যে, তাহানি শ্ৰীৰামচন্দ্ৰ প্ৰভুৰ সাগৰৰ সেতু বন্ধন কাৰ্যত সামান্য নেউলটিয়ে তেওঁৰ শক্তি অনুসৰি যি সেৱা আগবঢ়াইছিল, আমিও তদ্ৰুপ যথাসাধ্য দেশ সেৱাত সেৱা আগবঢ়াবলৈ মানস কৰা হৈছে মাথোন। মোৰ কথাষাৰ শুনি তিনিও হাঁহিলে আৰু অমিয় কুমাৰ দাসদেৱে ক'লে— "আপোনাৰ কথা বুজি পালোঁ। এতিয়া সন্ধ্যা হ'ল, আপুনি ঘৰলৈ যাওক গৈ। আমি কেইদিনমানৰ পিছতে আপোনাৰ ঘৰলৈ গৈ তাৰ ব্যৱস্থা কৰিম।" আমি তেখেতসকলক নমস্কাৰ জনাই বিদায় হৈ ঘোঁৰাবাগীত উঠি ঘৰ পালোঁহি। তেজপুৰত যেতিয়া অসহযোগ আন্দোলনৰ ঢৌৱে ভালকৈ কোবাইছে। মই আহি পোৱাৰ দুদিনৰ পিছতে সত্ৰৰ ভকতসমূহক গোটাই

বৰ্তমান দেশৰ পৰিস্থিতি সম্বন্ধে বুজাই ক'লোঁ, আৰু মই কংগ্ৰেছত যোগদান কৰিবলৈ থিৰাং কৰিলোঁ বুলিও জনালোঁ। আৰু সমূহেও আমাৰ লগতে কংগ্ৰেছত যোগদান দিয়াটো সমীচীন হ'ব বুলিও কোৱা হ'ল। মোৰ কথাবাৰত সকলোৱে ভাল নেপালে যদিও সেহাই সেহাই "প্ৰভুৰ যেনে ইচ্ছা আমিও তেনেকৈ সহযোগ কৰিম" বুলি থোৰতে কৈ থ'লে।

মই এই সময়ত বহুতো চিন্তাত বুৰ গৈ থাকিবলগীয়া হৈছিল। মই কংগ্ৰেছত কেনেকৈ সক্ৰিয় অংশ গ্ৰহণ কৰিব পাৰিম মোৰ কাৰণে ই সঁচাকৈয়ে ডাঙৰ প্ৰশ্ন হৈ দেখা দিছিল। সময়ে যেনে কৰায় সেয়ে হ'ব।

ইয়াৰ কেইদিনমানৰ পিছতে অমিয় কুমাৰ দাস, লক্ষীধৰ শৰ্মা আৰু কবিৰাজ বগীৰাম শইকীয়া এই তিনি গৰাকী লোক আহি দুপৰীয়া সময়ত আমাৰ ঘৰ ওলালহি। দেখা পাই আনন্দ পালোঁ। নমস্কাৰ জনাই বহিবলৈ আসন আগবঢ়াই দিয়া হ'ল। তেখেতসকলে সহাস্য বদনে পহিলাতে ঘৰুৱা আৰু সত্ৰীয়া কথা পাতিলে। শৰ্মাদেৱে মাজে মাজে খুহুটীয়া কথাৰে ৰগৰি তুলিছিল আৰু আমিও গিৰ্জনি মাৰি হাঁহিছিলো। এখেতসকল অহা দেখি সত্ৰৰ ভকত সকলো আহি গোট খোৱাত আমাৰ আলোচনা আৰু ৰসাল হৈ উঠিছিল। শেষত অমিয় কুমাৰ দাসদেৱে আমি আগতে জনাই অহা কথাৰ বাবে আহিছে বুলি কৈ সকলোৱে কংগ্ৰেছৰ সভ্য ভৰ্তি হ'ব লাগে বুলি অনুৰোধ কৰি চহী কৰিবলৈ প্ৰথমতে মৌলৈকে এখন বহী আগবঢ়াই দিলে। মই কোনো হেলা নকৰাকৈ চহী কৰিলো আৰু মই চহী কৰা দেখি উপস্থিত থকা ভকতসকলেও প্ৰতিজনে চহী কৰিলে আৰু বৰঙণি কেমহাও তেতিয়াই আদায় দিয়া হ'ল। শৰ্মাদেৱে তেতিয়া তেখেতৰ স্বভাৱসুলভ বচনেৰে সকলোকে সম্বোধি মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে অসমত সত্ৰ স্থাপন কৰাৰ উদ্দেশ্য কি, সত্ৰৰ পৰম্পৰা কেনে, সত্ৰৰ গোঁসাই ভকতসমূহৰ আচৰণ প্ৰৱৰ্তন কেনে হোৱা উচিত, সমাজৰ প্ৰতি সত্ৰ সমূহে কেনে অৰিহণা যোগাব লাগে ইত্যাদি অতি গুৰুত্বপূৰ্ণ কথাৰে আমাক এনেকৈ সম্মোহিত কৰি দিলে যে আমি তেতিয়া তন্ময় চিত্তেৰে শুনি থাকিবলৈ বাধ্য হৈ পৰিছিলো। লগতে ইয়াকো ক'লে– "মহাত্মা গান্ধীয়ে আজি ভাৰতবৰ্ষত যি অহিংস অসহযোগৰ জৰিয়তে দেশৰ স্বাধীনতা ঘূৰাই আনিবলৈ দেশবাসীলৈ আহ্বান জনাইছে, অসমত সত্ৰসমূহে ইয়াৰ প্ৰধান ভূমিকা গ্ৰহণ কৰিব পাৰে আৰু কৰা উচিত।" আমি সেইদিনা সকলোটিয়ে

কংগ্ৰেছৰ সদস্যভুক্ত হোৱাত আনন্দ প্ৰকাশ কৰিলে আৰু আমাক ধন্যবাদো জনালে। ইয়াৰ পিছত মই অনুৰোধ জনাই কলোঁ– সম্প্ৰতিকে আমি কংগ্ৰেছৰ সদস্যভুক্ত হোৱা হৈছে যদিও এই বিষয়ত আমি সম্পূৰ্ণ কেঁচা। কংগ্ৰেছৰ সক্ৰিয় অংশ গ্ৰহণ কৰি আগবাঢ়ি যাবলৈ আমাক কিছু সময়ৰ আৱশ্যক হ'ব। সাধাৰণ কৰ্মী হিচাবে গঠনমূলক কামত আমাক নিয়োজিত কৰিলে ভাল হয়। নিজৰ অসুবিধাবোৰ দূৰ কৰিব পাৰিলে নিশ্চয় সক্ৰিয় অংশ গ্ৰহণ কৰা হ'ব। শৰ্মাদেৱেই তেতিয়া মোক ক'লে– "আপুনি ঘৰতে থাকি বহুতো প্ৰচাৰ কাৰ্য কৰিব পাৰে। মাদক দ্ৰব্য নিবাৰণ, আপোনালোকৰ ধৰ্মৰ ভিতৰৰে কথা, সেইবাবে মদ, ভাং, কানি যাতে সমাজৰ পৰা দূৰ হ'ব পাৰে তাৰ বাবে আপুনি যত্ন কৰক আৰু গৃহস্থৰ সকলো মানুহেই যাতে নিজৰ দেশৰ উৎপন্ন বস্তু ব্যৱহাৰ কৰে, ঘৰে ঘৰে সূতা কাটি, আৱশ্যকীয় কাপোৰ নিজে তৈয়াৰ কৰি ল'ব পাৰে তাৰ বাবেও যত্ন কৰক। এইখিনি কাম কৰিবলৈ যাওঁতে যদি কিবা সহায় আমাৰ পৰা আৱশ্যক হয় আমাক জনালে আমি তাৰ ব্যৱস্থা কৰিম। আপুনি আমাৰ জিলা কংগ্ৰেছ অফিচৰ লগত যোগাযোগ ৰাখি চলিব।"

ইয়াৰ পিছত তেখেতসকলক কোমল চাউলৰ জলপান আৰু চাহ তামোল খুৱাই সেইদিনালৈ বিদায় দিয়া হ'ল। তেখেতসকলৰ কথাত আমাৰ ভকতসকলে অতি সন্তোষ পালে বুলি মোক পিছত জনাই সকলোটি ঘৰাঘৰি গ'ল। আজিৰ এই কথাৰ পৰা মোৰ অন্তৰত বহুতো বল পালো, আৰু ভকতসকলে কংগ্ৰেছৰ উদ্দেশ্যে সম্বন্ধে কিছু বুজি পোৱাত মোৰ বাবে কংগ্ৰেছৰ কাৰ্যত আগবাঢ়িবলৈ সুচল মিলিল।

"এই সময়ত তেজপুৰত কংগ্ৰেছৰ সংগঠন ভালদৰে ঠন্ ধৰি উঠিছে। বিভিন্ন ঠাইত উপযুক্ত কৰ্মীৰ দ্বাৰাই প্ৰচাৰ কাৰ্য চলোৱা হৈছে। আমাৰ নিকামুল সত্ৰৰ শিষ্য-ভকত সকলৰ ভিতৰৰো বহুজনেই কংগ্ৰেছৰ কাৰ্যসূচীত আত্মনিয়োগ কৰি প্ৰচাৰ কাৰ্যত লাগিছে বুলি জানিব পাইছো। সকলো অঞ্চলতে কংগ্ৰেছৰ প্ৰভাৱ ভালকৈ পৰিছে বুলি ধৰিব পৰা হৈছে। আমি দীঘলীয়া দিন নগাওঁ সত্ৰত থাকি আহি ঘৰ পোৱাৰ বাতৰি পাই যিসকল ভকত-বান্ধৱে আমাক দেখা কৰিবলৈ আহিছিল সেই সকলৰ পৰাও সিবিলাকৰ গাঁৱত কংগ্ৰেছৰ প্ৰচাৰ হোৱা জানিবলৈ পাইছো। সেই ছেগতে আমিও কংগ্ৰেছত যোগদান কৰা হৈছে বুলি কথা প্ৰসঙ্গত উনুকিয়াই যোৱা

হৈছিল। আমাৰ কথাত দুই চাৰিজনে সমৰ্থন জনাইছিল যদিও কোনো কোনোজনে আমাৰ এনে কাৰ্যত ভাল পোৱা নাছিল। সেয়ে হলেও ইয়াৰ মাজেদিয়েই সাৱধানতাৰে আগবাঢ়ি যাবলৈ যত্ন ৰখা হ'ল।"

**৯। তেজপুৰ অঞ্চলত গান্ধী ভ্ৰমণৰ তড়িৎ প্ৰভাৱ** ( সংগ্ৰামী যাত্ৰাৰ পটভূমি )

সেই সময়ত তেজপুৰ অঞ্চলত স্বাধীনতাৰ চিন্তা আৰু মহাত্মা গান্ধীৰ অসম ভ্ৰমণে স্বাধীনতাপ্ৰেমী মানুহৰ মনত কেনে তড়িৎ সঞ্চাৰ কৰি কৰ্ম প্ৰেৰণা যোগাইছিল তাৰ চমু বিৱৰণ গোঁসায়ে 'তেজপুৰৰ মুক্তি যুঁজৰ চমু বতৰা' বোলা পুস্তিকাখনত লিখিছে– "মহাত্মা গান্ধী অসম ভ্ৰমণৰ বাবে ১৮ আগষ্ট তাৰিখে গুৱাহাটী আৰু ২৯ আগষ্ট তাৰিখে তেজপুৰতো পদাৰ্পণ কৰিব বুলি বাতৰি পোৱা গ'ল। গুৱাহাটীৰ পৰা স্বেচ্ছাসেৱক বিচৰাত স্বৰ্গীয় লক্ষ্মীধৰ শৰ্মাদেৱৰ নেতৃত্বত ১২ জন স্বেচ্ছাসেৱক পঠোৱা হ'ল আৰু কালীপ্ৰসাদ বড়াৰ নেতৃত্বত এদল কৰ্মীয়ে হাতত পতাকা লৈ শিঙা-শঙ্খ বজাই খোজকাঢ়ি গুৱাহাটীলৈ ৰাওনা হ'ল। মহাত্মাক দৰ্শন কৰিবলৈ সকলো ঠাইৰ কৰ্মীসকল আৰু ৰাইজ যি য'ত যেনেকৈ পাৰে তেজপুৰলৈ ঢপলিয়াই আহিলে। বাগিছাৰ বনুৱা কৰ্মচাৰী আৰু ডফলা ভাই সকলো আহিল। নিৰ্ধাৰিত ২১ আগষ্ট তাৰিখে পুৱা জাহাজেৰে আহি মহাত্মা গান্ধীয়ে তেজপুৰত পদাৰ্পণ কৰিলেহি। লগত যমুনা দাস গান্ধী, প্ৰভু দাস গান্ধী, মৌলানা মহম্মদ আলি আৰু তেখেতৰ পত্নী আব্দুল হায়াত, মৌলানা আজাদ চোভাননী, যমুনা লাল বাজাজ, হীৰো আৰু কৃষ্ণ দাস। অসমৰ দেশভক্ত তৰুণ ৰাম ফুকন প্ৰমুখ্যে কেইগৰাকীমানও আহিছিল। তেজপুৰ জাহাজঘাট লোকে লোকাৰণ্য, বিৰদি বাট পাবলৈ নাই। ২১/২২ দুয়ো তাৰিখতে ৰাজহুৱা সভা হৈছিল পল' ফিল্ডৰ বাকৰিত। এই সভাত ২০ হাজাৰমান মানুহ হৈছিল বুলি অনুমান কৰা হৈছিল। মহাত্মাই তেখেতৰ ভাষণ হিন্দীত দিছিল আৰু লগে লগে ফুকনদেৱে অসমীয়াতে ভাঙি গৈছিল। এই ভাঙনি ইমান সুন্দৰী আৰু মনোগ্ৰাহী হৈছিল যে ভাষণ শুনি সমবেত ৰাইজ মন্ত্ৰমুগ্ধ হোৱাৰ দৰে হৈছিল। বিলাতী কাপোৰ বস্ত্ৰ যজ্ঞত আহুতি দিবলৈ মহাত্মাই আহ্বান জনোৱাৰ লগে লগে ৰাইজৰ ফালৰ পৰা যাৰ গাত যি দিব পৰা তেনে বিলাতী কাপোৰ আছিল সকলোখিনি অগ্নিত আহুতি দিয়া হ'ল।

আনকি কেইগৰাকীমানে নিজৰ পিন্ধা চোলা কাপোৰো অগ্নিত জাপি দি 'মহাত্মা গান্ধী কি জয়' ধ্বনি উচ্চাৰণ কৰি উদং গাৰেই ঘৰমুৱা হোৱা দেখা গৈছিল। এই সভাত জিলাৰ পুলিচ চাহাবকে ধৰি কেইগৰাকীমান ইংৰাজলোকো উপস্থিত আছিল। সুশৃঙ্খলভাৱে কাৰ্য সম্পাদন কৰাত স্বেচ্ছাসেৱকসকলে যি নিষ্ঠা আৰু দক্ষতা দেখুৱালে সেয়া স্মৰণীয় হৈ থাকিব। মহান উদ্যমৰ মাজেদি ২২ আগষ্ট তাৰিখে ৰাতি ১১ মান বজাত বিশেষ জাহাজেৰে মহাত্মাজী সদলবলে শিলঘাটেদি নগাঁৱলৈ যাত্ৰা কৰিলে।

ইয়াৰ পিছত সকলো কৰ্মী নিজ নিজ কৰ্মথলীলৈ গৈ পূৰ্ণোদ্যমে কামত আত্মনিয়োগ কৰিলে। এইবাৰ যতঁৰত সূতা কটাৰ ওপৰত বেচি জোৰ দিয়া হৈছিল। বিদেশী বস্ত্ৰ বৰ্জন, কানি, ভাং, মদ পৰিহাৰ কৰিবলৈ প্ৰচাৰ কাৰ্য আৰম্ভ কৰা হ'ল আৰু জিলাৰ বিভিন্ন ঠাইৰ দোকানত পিকেটিং কৰোৱাৰ ব্যৱস্থাও গঢ়ি উঠিল।

কানি আৰু মদৰ দোকানত পিকেটিং কৰোঁতে কানীয়া আৰু মদপীৰ হাতত স্বেচ্ছাসেৱকসকলে মাৰ-ধৰ খোৱা কথা অলেখ। চৰকাৰৰ ফালৰ পৰা ভীষণভাৱে দমন নীতিৰে পিকেটিংকাৰী স্বেচ্ছাসেৱকসকলৰ ওপৰত নানা অত্যাচাৰ আৰম্ভ কৰিলে। বহুতক গ্ৰেপ্তাৰ কৰি হাতত লোহাৰ হাত কেৰেয়া লগাই ৰচিৰে গৰু ম'হ যোটাদি যুটি লৈ অহা হৈছিল। গোৰ্খা পল্টনৰ দ্বাৰাই বিভিন্ন মৌজাৰ কংগ্ৰেছ কাৰ্যালয়বোৰ ভাঙি-চিঙি চুৰমাৰ কৰা হ'ল। গাঁৱলীয়া ৰাইজৰ ওপৰতো অত্যাচাৰ চলিল। স্বৰ্গীয় হেমবৰুৱা, চন্দ্ৰনাথ শৰ্মা, স্বৰ্গীয় লক্ষ্মীধৰ শৰ্মা, স্বৰ্গীয় দক্ষৰাম বৰুৱা গ্ৰেপ্তাৰ হ'ল। গাঁও অঞ্চলত কাম কৰি থকা স্বৰ্গীয় কুমুদ চন্দ্ৰ শৰ্মা, স্বৰ্গীয় তিলক চন্দ্ৰ শৰ্মা, বগীৰাম শইকীয়া, ছবিলাল উপাধ্যায়, গঙ্গানাথ বৰকটকী, ৰুদ্ৰকান্ত শৰ্মা, স্বৰ্গীয় লোকনাথ গোস্বামী, শ্ৰীকীৰ্তিনাথ ভট্টাচাৰ্য, শ্ৰীৰমাকান্ত শৰ্মা, স্বৰ্গীয় নিত্যানন্দ বৰদলৈ, স্বৰ্গীয় জয়ৰাম শইকীয়া, স্বৰ্গীয় মোহন চন্দ্ৰ শৰ্মা প্ৰমুখ্যে বহুতো কৰ্মী গ্ৰেপ্তাৰ হৈ আহিল। আনকি বালিপাৰাৰ পৰা কেইবাজনো ডফলা ভাই গ্ৰেপ্তাৰ হৈ আহিল। আদালতত বিচাৰ কৰি সকলোকে বিভিন্ন ধৰণে কাৰাদণ্ড বিহা হ'ল। একমাত্ৰ অমিয় কুমাৰ দাসদেৱে গুৰি ধৰি থাকিল।"

এনে পটভূমিত গহন চন্দ্ৰ গোস্বামীয়ে কংগ্ৰেছৰ কাৰ্যসূচীত সোমাই পৰে। ওপৰত উল্লেখ কৰা হৈছে যে গোঁসায়ে সত্ৰাধিকাৰ হিচাবে শিষ্য

ভকতৰ লগত পৰামৰ্শ কৰিহে কংগ্ৰেছত যোগদান কৰিছিল। তত্ৰাচ কোনো কোনো ক্ষেত্ৰত তেওঁলোকৰ পৰা কেনে পৰিস্থিতিৰ সন্মুখীন হ'ব লগা হৈছিল তাৰ নমুনা এটা ইয়াত তুলি দিয়া হ'ল। গোঁসাই এখন ৰাজহুৱা সভাত সভাপতিত্ব কৰিবলৈ আমন্ত্ৰিত হৈ চতিয়াত উপস্থিত হ'লগৈ। লগত পূৰ্বৰ দৰে আগে পাছে পাৰিষদ নাই। অনাড়ম্বৰ খাদী পোছাকেৰে সাধাৰণ লোকৰ দৰে খোজ কাঢ়ি গৈছে। সত্ৰৰ শিষ্যসকলে বাটতে ধৰিলেহি যে' সত্ৰীয়া পৰম্পৰানুযায়ী ঢোল খোল তালেৰে আদৰি নিব লগা, পালি পহৰীয়াৰে পৰিবেষ্টিত হৈ পয়োভৰেৰে ভ্ৰমণ কৰিব লগা গোঁসায়ে কি দুখত এনেকৈ সাধাৰণ লোকৰ দৰে ওলাব লাগে ? তেতিয়া গোঁসায়ে বিনীতভাৱে অথচ দৃঢ় স্বৰেৰে নিবেদন কৰিলে "ৰাইজে বুজিবলৈ চেষ্টা কৰক যে হাজাৰে হাতী-দোলাত উঠি ঢোল খোল আড়ম্বৰেৰে ভ্ৰমণ কৰিলেও পৰাধীন দেশত একো সন্মান নুবুজায়। আড়ম্বৰেৰে পৰাধীনতাৰ গ্লানি ঢাকিব নোৱাৰি। সাত সাগৰৰ সিপাৰৰ বগা বঙালেহে তেওঁলোকক উঠা-বহা কৰায়। এনে অৱস্থাত ইমানদিনে দেখুৱাই অহা আড়ম্বৰ মিছা। গতিকে তাক বাদ দি আচল কামত লাগিব লাগে। আচল কাম হ'ল স্বাধীনতা অৰ্জন কৰা। স্বাধীন হৈ নিজৰ মতে চলিব পৰা গৌৰৱ অৰ্জন কৰাটোহে পৃথিৱীৰ সকলো জাতিৰে কাম্য আৰু আদৰণীয়। গতিকে ৰাইজ দলে দলে আহি স্বাধীনতাৰ যুঁজত হে লাগিব লাগে। আমিও সেই বাটত আগবঢ়া হৈছে।" ৰাইজে সেও মানিলে আৰু গোঁসাইৰ বাটকে ল'লে। গোঁসাইৰ বাবে ধৰ্মীয় আৰু জাতীয় জাগৰণ হাতত ধৰা-ধৰিকৈ আগবাঢ়িল।

গোঁসায়ে সত্ৰৰ বাহিৰবলৈ গৈয়ো সংগঠনৰ কামত লাগিছিল। তেখেতৰ চেষ্টাত বহুত লোক কংগ্ৰেছৰ অনুষ্ঠানৰ একনিষ্ঠ কৰ্মী হৈ পৰিছিল। তেনে লোকৰ কিছু উল্লেখ কৰিছে তেখেতৰ সহকৰ্মী শ্ৰীচন্দ্ৰকান্ত ডেকা বৰুৱাই। সেই সকল হ'ল স্বৰ্গীয় শচীৰাম শইকীয়া, স্বৰ্গীয় মদন চন্দ্ৰ শইকীয়া, স্বৰ্গীয় ঘনাই ডেকা, স্বৰ্গীয় গুণাকান্ত শইকীয়া, তিনি আলিৰ ভূকলি পটঙ্গীয়া, মাজগাৱঁৰ শনিৰাম তামুলী নগাঁৱৰ স্বৰ্গীয় গিৰিকান্ত মহন্ত, স্বৰ্গীয় মিহিৰাম ডেকা, বেচেৰীয়াৰ স্বৰ্গীয় চন্দ্ৰ কুমাৰ নাথ, কুমাৰ গাৱঁৰ স্বৰ্গীয় সভাৰাম শইকীয়া, গঁৰেমাৰীৰ স্বৰ্গীয় হংসবীৰ গগৈ, ঘোঁৰামাৰীৰ ৰত্নকান্ত হাজৰিকা, বালিপাৰাৰ কাশীৰাম মেধি, ভকত গাৱঁৰ ভেবেলা কোছ পণ্ডিত, বিহগুৰিৰ স্বৰ্গীয় যোগেশ্বৰ মহন্ত, স্বৰ্গীয় নৰেন্দ্ৰ নাথ গোস্বামী, বালি শিহাৰ স্বৰ্গীয়

হীমাৰাম বৰুৱা, ৰঙাপুখুৰীৰ দণ্ডিৰাম ডেকা, বাপাৰাম কোছ আৰু অন্যান্য গাঁৱৰ বহুতো। এখেত সকলৰ লগত গোঁসায়ে স্বদেশী প্ৰচলন, বিদেশী বৰ্জন আৰু মাদক দ্ৰব্য বিক্ৰী কেন্দ্ৰত পিকেটিং আদি আয়োজন কৰি ফুৰিছিল।

পিকেটিঙৰ এদিনৰ এটি মজাৰ ঘটনাৰ বিৱৰণ দিয়া হ'ল। ইটাখুলি তিনি আলিত কানি মহলৰ সন্মুখত স্বেচ্ছাসেৱকে পিকেটিং কৰি কেইজনমান আপাটানি কানীয়াৰ লগত লাগি আছে। কথা কটা-কটি হৈ আছে, কানীয়াক সৈমান কৰিব পৰা নাই। ঘটনাক্ৰমে গোঁসাই তাত ওলালগৈ আৰু সিহঁতে বুজিব পৰা ধৰণে কানিৰ অপকাৰিতাৰ কথা বুজালে। বুজনিত সিহঁতে সেও মানে নামানে এনে অৱস্থাতে ধোঁৱাখোৱা নলিচাডাল নি গোঁসায়ে ভাঙি দিলত নলিচাৰ ভিতৰত কানিৰ ধোঁৱা লাগি বিকট ক'লা হোৱা অংশটো ওলাই পৰিল। গোঁসায়ে সেইটো দেখুৱাই সিহঁতক বুজালে যে কানি খাই খাই সিহঁতৰ কলিজাবোৰো তেনে ক'লা হৈ গৈ আছে। ইয়াৰ পিছত আৰু সাংঘাতিক হ'ব। তেতিয়া হাতে হাতে প্ৰমাণ পাই কানীয়া কেইজনে গোঁসাইৰ কথাত পতিয়ন গৈ গোঁসাইক নমস্কাৰ কৰি উভতিল। গোঁসাইৰ উপস্থিত বুদ্ধিয়ে কাম দিলে। এনে বিচিত্ৰ অভিজ্ঞতা অনেক।

## ১০। গহন গোস্বামীৰ বিয়া, গাৰ্হস্থ্য জীৱন আৰু সহধৰ্মিণী পুষ্পলতা গোস্বামী

১৯৩০ চনত ভকত বান্ধৱ আৰু পৰিয়াল পৰিজনৰ হেঁচাত গহন গোস্বামীয়ে ৰিবাহৰ আয়োজন কৰে। বিবাহ ব্যৱস্থা গান্ধীজীৰ ভাৱাদৰ্শানুযায়ী অনাড়ম্বৰভাৱে কৰা হৈছিল। দৰাই খাদী পৰিধান কৰি বিয়াত বহিছিল আৰু পূৰ্বৰ চৌদোলাত উঠি বিয়ালৈ যোৱা প্ৰথাও বিসৰ্জন দিয়া হৈছিল। কইনায়ো দৰা ঘৰৰ পৰা দোলাত উঠি নিজ ঘৰলৈ যাব নোৱাৰিছিল। ফলত কইনাই এমাইল দূৰত থকা মাকৰ ঘৰলৈ ৪/৫ বছৰে যোৱা বন্ধ হৈছিল, কাৰণ সত্ৰৰ বোৱাৰীয়ে দোলাত উঠিহে বাহিৰলৈ অহা যোৱা কৰা নিয়ম। আনহাতে গান্ধীবাদী গোঁসায়ে মানুহৰ কান্ধত মানুহ উঠা প্ৰথা উঠাই দিছিল। পিছত যেনিবা গাড়ীত উঠি অহা-যোৱা কৰাৰ ব্যৱস্থা কৰা হ'ল।

বিয়াৰ কইনা আছিল গোঁসাইৰ প্ৰাথমিক স্কুলৰ শিক্ষাগুৰু চিপহা সত্ৰৰ অধিকাৰ স্বৰ্গীয় মানিক চন্দ্ৰ মহন্তদেৱৰ কন্যা পুষ্পলতা আইদেউ। তেখেত সৰ্বসুলক্ষণী আৰু গৃহস্থী কৰ্মত সুনিপুণা আছিল। তেখেত গোস্বামীদেৱৰ ঘৰলৈ আহি স্বামীৰ স্বদেশী মত গ্ৰহণ কৰি অনাড়ম্বৰভাৱে পৰিয়াল পৰিচালনা আৰম্ভ কৰিলে। স্বামীৰ কাৰণে খাদীৰ চুৰিয়া, চেলেং, গামোছা আদি প্ৰত্যেক বিধৰে কাপোৰ নিজহাতে সূতা কাটি বৈ দিছিল আৰু নিজেও খাদী পৰিধান কৰিবলৈ লৈছিল। কেৱল সেয়াই নহয়, অন্তৰতো স্বামীৰ সংগ্ৰামী আৰু উদাৰ মনোভাৱ পোষণ কৰি তেখেতৰ লগত সহযোগ কৰিছিল। ১৯৩২ চনৰ ২৬ জানুৱাৰীৰ দিনা নিকামূলৰ পৰা বাহিৰ কৰা শোভাযাত্ৰাত জাতীয় পতাকা হাতত লৈ নেতৃত্ব দি আগবাঢ়ি গৈছিল ন-বোৱাৰী পুষ্পলতাই। স্বাধীনতা আৰু দেশ সেৱাৰ ৰাগীয়ে পুষ্পলতাকো লম্ভিছিল। সেয়ে সকলো সংগ্ৰামী কাৰ্যক্ৰমতে হাঁহিমুখে সহযোগ কৰি আগবাঢ়ি গৈছিল। ১৯৪৩ চনত স্বামীৰ অবৰ্তমানতো নিকামূল সত্ৰতে স্বৰ্গীয় ৰুদ্ৰ বৰাৰ নেতৃত্বত এখনি দাতব্য চিকিৎসালয় আৰম্ভ কৰি ৰাইজৰ সেৱাত ব্ৰতী হৈছিল।

কোৱা বাহুল্য যে সচৰাচৰ সত্ৰলৈ অহৰহ ওচৰ-পাজৰ আৰু দূৰ-দূৰণিৰ শিষ্য ভকত আৰু আন বৈষ্ণৱসকলৰ আগমণ হৈ থাকে। সেইসকলৰ সোধ-পোছ স্পুষ্পলতাৰ তত্বাৱধানতে হ'ব লাগিছিল। তদুপৰি দেশকৰ্মী আৰু নেতৃস্থানীয় লোকসকল সময়ে অসময়ে উপস্থিত হৈছিলহি। এই সকলৰো যথাৱত্ সেৱা কৰি আলপৈচান ধৰিছিল পুষ্পলতাই, নিৰ্বিবাদে আৰু হাঁহিমুখে, সত্ৰৰ আৰু দেশৰ কামৰ অঙ্গ বুলি। গহন গোস্বামীয়ে বিয়াৰ পিছত নিজে ঘৰুৱা জঞ্জালত আৱদ্ধ হোৱাতকৈ তেখেতৰ সহধৰ্মিনীক পাই এগৰাকী প্ৰকৃত সহকৰ্মী লাভ কৰিলে আৰু আশাতীত ৰূপে সহায়-প্ৰেৰণা পাই দুগুণ উৎসাহেৰে সত্ৰ আৰু দেশৰ কামত আগবাঢ়ি গ'ল। সেই সময়ত নিকামূল সত্ৰ কংগ্ৰেছৰ এটা প্ৰধান ঘাটিত পৰিণত হৈছিল। সততে আলোচনা, সমদল, শিবিৰ আদি ইয়াতে অনুষ্ঠিত হৈছিল আৰু সকলোবোৰৰে আভ্যন্তৰীণ পৰিচালনা কৰিছিল পুষ্পলতা গোস্বামীয়ে। তেখেতৰ এই কামৰ প্ৰেৰণা আছিল শৈশৱৰ পৰা লাভ কৰা সত্ৰীয়া সেৱাৰ পৰম্পৰা আৰু আচাৰ অনুশীলনৰ প্ৰভাৱ। কাৰণ তেখেতৰ পিতৃ নিজে সত্ৰাধিকাৰ আৰু সমাজসেৱী আছিল। তদুপৰি পুষ্পলতাৰ আছিল এটা

সু-সংস্কৃত শিক্ষিত মন, পতিপ্ৰাণা চৰিত্ৰ আৰু দেশপ্ৰেম।

জাতীয়-যুদ্ধৰ এজন দুৰ্দ্ধৰ্ষ সৈনিক হিচাপে গহন গোঁসায়ে যি নিৰ্যাতন বিদেশী চৰকাৰৰ হাতত ভোগ কৰিব লগা হৈছিল পুষ্পলতা দেৱী দীৰ্ঘ কালৰ বাবে তাৰ সমভাগী আছিল বা কেতিয়াবা তেওঁ ততোধিক ভোগ কৰিবলগীয়া হৈছিল। ইয়াৰ প্ৰকৃত নিদৰ্শন এটা এনে ধৰণৰ। ১৯৩২ চনত চৰকাৰে ৰাজদ্ৰোহৰ অপৰাধীৰ শাস্তি হিচাপে গহন গোঁসাইক এবছৰ কাৰাবাস দিয়াৰ উপৰিও পাঁচশ টকা জৰিমনা কৰি শিলচৰ জেললৈ স্থানান্তৰ কৰিলে। ৰজাঘৰে অস্থাৱৰ সম্পত্তিৰ উপৰিও আশীপূৰা ৰূপিত মাটি বাজেয়াপ্ত কৰি নামমাত্ৰ মূল্যত নিলাম কৰি দিয়াত গোঁসাইৰ পৰিয়াল এটা ভয়ানক আৰ্থিক চাকনৈয়াত পৰিছিল। উপায়ান্তৰ হৈ পুষ্পলতাই তেজপুৰৰ স্থানীয় নাগৰিক শ্ৰীলক্ষ্মীকান্ত শইকীয়াৰ কেইপূৰামান ৰূপিত মাটি আধিলৈ বন্দৱস্ত কৰি ল'লে। তাতে খেতি খোলা চলাই তাৰ উপাৰ্জনেৰে সত্ৰ-সংসাৰ চলাবলৈ ধৰিলে। এই ব্যৱস্থা আজি কেইবছৰমান আগলৈকে চলিছিল। তাৰ বহু পিছত এই মাটি কিছু সুলভ মূল্যত সত্ৰৰ কাৰণে ক্ৰয় কৰি লোৱা হয়। মাটিৰ গৰাকী শ্ৰীশইকীয়াও এজন দেশপ্ৰেমী আৰু সত্ৰানুৰাগী লোক।

পুষ্পলতা গোস্বামীৰ এনে দিনো বহুত গৈছে যেতিয়া নিজৰ গহনা-গাঁঠৰি বন্ধকত থৈ বিয়া-সবাহ বা সময়ত পাৰিবাৰিক খৰচৰ জোৰা মাৰিব লগা হৈছিল। এনে আৰ্থিক সমস্যা পুষ্পলতা আইয়ে স্বাভাৱিকভাৱে সমাধান কৰি স্বামী গহন গোস্বামীয়ে গম নোপোৱাকৈ চলিছিল। পৰিয়ালৰ বাহ্যিক ব্যৱহাৰৰ পৰা কোনেও অনুমান কৰিব পৰা নাছিল কেনেকুৱা বিপৰ্যয়ৰ মাজেদি গহন গোঁসাইৰ সত্ৰ-সংসাৰ কোনো হীন-দেঢ়ি নোহোৱাকৈ চলিছিল।

দেশৰ কাৰণে সম্পত্তি হানি বা স্বচ্ছলতা বিসৰ্জন দি নিঃস্ব জীৱনৰ ব্ৰত লোৱাত পুষ্পলতাই কোনো দিনে খেদ প্ৰকাশ কৰা নাছিল বা স্বামীক বিব্ৰত নকৰিছিল। বয়সস্থা শাহুৱেকৰ সৈতে নটা ল'ৰা-ছোৱালী আৰু পা-পৰিয়ালেৰে ভৰা সংসাৰ আৰু সত্ৰ পৰিচালনা সহজভাৱেই কৰি গৈছিল। গহন গোঁসায়ে সত্ৰত থকা সময়তো ঘৰ সংসাৰ কেনেকৈ চলিছিল তাৰ খবৰ ৰাখিব পৰা নাছিল বা ৰাখিব লগা নহৈছিল কেৱল পুষ্পলতাৰ বাবেই। অকল যে স্বাধীনতা সংগ্ৰামত লাগিয়েই সাংসাৰিক চিন্তা বাদ দিব

লগা হৈছিল এনে নহয়, গহন চন্দ্ৰৰ চৰিত্ৰই এনে যে তেৰা সংসাৰী হৈয়ো বৈৰাগী। তদুপৰি বহু সময়ত বিভিন্ন সাংগঠনিক কাম, পীড়িতসকলৰ সেৱা, বিভিন্ন ঠাইত অৱস্থিত ভকত বান্ধৱ আৰু সত্ৰীয়া দায়িত্ব আদিৰ বাবেও তেৰা দীৰ্ঘদিনীয়াকৈ ঘৰৰ পৰা আঁতৰত থাকিব লগা হৈছিল। তেতিয়া তেখেতৰ সুযোগ্যা পৰিবাৰ পুষ্পলতাই নিৰ্বিবাদে সত্ৰ-সংসাৰ পৰিচালনা কৰিছিল। গতিকে পাৰিবাৰিক জীৱনত গহন চন্দ্ৰই প্ৰকৃত কল্যাণকামী সহযোগী স্ত্ৰী এগৰাকী পাইছিল পুষ্পলতাৰ মাজত।

গহন গোঁসাই কিমান বিৰাগী আৰু তাৰ পৰিণামত পুষ্পলতাই কেনে দুৰ্ভোগ ভুঞ্জিব লগা হৈছিল তাৰ এটা নিদৰ্শন দিয়া ভাল। গোঁসায়ে ১৯৫০ চনৰ ১৫ আগষ্টত হোৱা ভূমিকম্পত প্ৰপীড়িতসকলৰ সেৱাত লাগি আছে লক্ষীমপুৰত। তেখেতৰ সাহাৰ্য্য শিবিৰ সোঁৱনশিৰি নদীৰ পূৱ পাৰে ভীমপাৰা বালিগাঁৱত। তালৈ যাবলৈ বাট-দুৰ্গম, সোঁৱনশিৰি পাৰ হোৱাত এটা সমস্যা। গোঁসায়ে ঘৰৰ চিন্তা বাদ দি আতুৰৰ সেৱাত নিমগ্ন। কেইমাহমানৰ পিছত স্বৰ্গীয় ৰাজমোহন নাথে (অধীক্ষক অভিযন্তা, গড়কাপ্তানি বিভাগ) নিকামূলৰ পৰা এখনি চিঠি লৈ গ'ল যে ঘৰত প্ৰসৱ হৈছে, ল'ৰা-ছোৱালী কেইটাৰো অসুখ, চাওতা নাই। গতিকে গোঁসাই এপাক আহিব লাগে। বহু প্ৰৱন্ধে চিঠিখনি এজন বাহকৰ যোগেদি প্ৰাপকক দিয়া হ'ল। গোঁসায়ে পত্ৰ পাঠ কৰি মন্তব্য দিলে, "ঘৰত চাওঁতা নাই, পিছে এই দুৰ্ভগীয়া সকলকনো চাইছে কোনে ? যিজনে চাব লাগে চাব "। চিঠিৰ উত্তৰো নিদিলে। এই মন্তব্য শুনি পত্ৰবাহক স্বৰ্গীয় নাথদেৱে 'নবীন সন্ন্যাসী' নামেৰে এটা বৰ হৃদয়গ্ৰাহী কবিতা ৰচনা কৰিছিল। গোঁসাই উত্তৰ লক্ষীমপুৰত এবছৰ কাল উক্ত সেৱাৰ কামত লাগি আছিল। সত্ৰত আছিল পুষ্পলতা আই। তেখেতৰ এনেকুৱা দিন আৰু ঘটনাৰ উদাহৰণ প্ৰচুৰ। গোঁসাইৰ একালৰ সতীৰ্থ শ্ৰীজোনাৰাম ভূঞায়ো তেওঁৰ প্ৰবন্ধত উল্লেখ কৰিছে যে প্ৰবাসত ঘৰৰ পৰা কোনো তাগিদা পালে গোঁসায়ে মনত আমনি পাইছিল।

পুষ্পলতা গোস্বামী বচনত সাদৰী, সদালাপী আৰু ব্যৱহাৰত সৰবৰহী আৰু মৰমীয়াল আছিল। সৰ্বসাধাৰণতকৈ আছিল বেছি কষ্ট সহিষ্ণু আৰু সহানুভূতিশীলা। সেয়ে তেওঁ সকলোকে মুহিব পাৰিছিল। নিজৰ সুৱদী মাতেৰে তেখেতে নাম-পাঠ, গীত আদি গায়ো লোকৰ অন্তৰ মুহিব পাৰিছিল

পাৰিছিল । আদৰ অভ্যৰ্থনা, বাক্য বচনৰেও লোকক সন্তোষ দিছিল । দিনে নিশাই লোকক সেৱা কৰি সন্তোষ লাভ কৰাটো তেওঁৰ চৰিত্ৰৰ বৈশিষ্ট্য আছিল । তেওঁৰ আকৰ্ষণতো চুবুৰীয়া লোক ঘৰত ভৰ খাইছিল ।

এই গৰাকী দেশ সেৱিকা পতিপ্ৰাণা মাতৃয়ে ১৯৭৬ খৃঃৰ ১৩ মাৰ্চত পতি-পুত্ৰ, জী-জোঁৱাই পৰিবেষ্টিত হৈ স্বামীৰ কোলাত মূৰ থৈ মনৰ সন্তোষে ইহলীলা সম্বৰণ কৰে ।

তেখেতৰ বিয়োগত গহন গোঁসাইৰ জীৱনলৈ পৰিবৰ্তন আহিছিল যদিও তেখেত ভাগি পৰা নাছিল । তেখেতে শ্ৰদ্ধাঞ্জলি জনাইছিল এইবুলি যে "তেৰাহে জিকিল, আমি হাৰিলোঁ" অৰ্থাৎ পুষ্পলতাৰহে জয় হ'ল জীৱন পৰিক্ৰমাত । তথাপি কিছুদিনৰ পিছতে গোস্বামীদেৱে সত্ৰৰ বিভিন্ন কাৰ্য, অন্য ৰাজহুৱা কৰ্ম, তেজপুৰ সাহিত্য সভাৰ সভাপতিৰ দায়িত্ব আদি নিষ্ঠাৰে সৈতে পালন কৰিছিল । আনে সুধিলেহে 'ঈশ্বৰৰ ইচ্ছা, সংসাৰ প্ৰৱাহৰ গতি' বুলি কৈ থৈছিল ।

সকলো অৱস্থাতে সহজ হৈ চলিব পৰা মহা-মহন্তৰ লক্ষণ গহন গোঁসাইৰ গাত বিদ্যমান । ৰাজকুমাৰ গৌতমে ৰাজভোগ ত্যাগ কৰি স্বেচ্ছাই সন্ন্যাস গ্ৰহণ কৰাৰ দৰে গহন চন্দ্ৰয়ো স্বচ্ছলতা হেলাৰঙে ত্যাগ কৰি গান্ধীজীৰ আদৰ্শত দেশ সেৱকৰ ব্ৰত লৈ সকলো কষ্ট নিৰ্যাতন সহজভাৱে লৈ জীৱন নিৰ্বাহ কৰিছিল । নিঃস্ব হৈ কোনো খেদ কৰা নাই, পিছলৈ উভতি চোৱা নাই । ত্যাগে যেন তেখেতক মহীয়ান কৰিছে, প্ৰেৰণা যোগাইছে আৰু বেছি ত্যাগ কৰিবলৈ, জনগণৰ সেৱা কৰিবলৈ । গাৰ্হস্থ্য জীৱনত ইয়াৰ প্ৰমাণ দেখা গৈছিল ! তেখেতৰ কন্যাসকলৰ বিয়া ধুমধামেৰে নহৈ সাধাৰণ লোকৰ দৰে শিষ্য-সমূহৰ দান বৰঙণি আৰু দ্ৰব্যৰ সহযোগেৰে সম্পাদন কৰিব লগা হৈছিল । কিন্তু তাতো আনন্দ । নিমন্ত্ৰণী পত্ৰৰ ভাষাও তেনে ভাৱব্যঞ্জক । গহন চন্দ্ৰ গোস্বামীৰ প্ৰথম ল'ৰা সত্যব্ৰতৰ কলেজীয়া খৰচ বহন কৰিছিল তেখেতৰ সতীৰ্থ স্বৰ্গীয় কামাখ্যা প্ৰসাদ ত্ৰিপাঠীয়ে । আনকি বিধান সভা নিৰ্বাচনৰ প্ৰাৰ্থীৰ মনোনয়নৰ আমানতৰ ধনো তেখেতেই দিছিল । এই কথা সংশ্লিষ্ট ব্যক্তি শ্ৰীশ্ৰীকান্ত শৰ্মাৰ পৰা জনা যায় ।

## ১১ । কংগ্ৰেছ সংগঠনত আত্মনিয়োগ

ইতিহাসৰ ছাত্ৰ মাত্ৰেই জানে যে কংগ্ৰেছৰ আন্দোলন সদায় একেধাৰে বোৱা নাছিল । এটা আন্দোলনৰ ঢৌ আহে, ৰাইজ জাগি উঠে । তাৰ

পিছতে আন্দোলন থামি যায়, কাৰ্যক্ৰমৰ অভাৱত ৰাইজৰ উৎসাহ সেমেকা পৰে। আকৌ পিছৰ কাৰ্যসূচীত ৰাইজক জগাব লগা হয়। আন্দোলনৰ মাজে মাজে অৱশ্যে সৰ্বদৰ্শী গান্ধীজীয়ে অস্পৃশ্যতা বৰ্জন, খাদী প্ৰচলন, স্বাৱলম্বিতা অৰ্জন, হৰিজন সেৱা আদি চৈধ্য দফীয়া কাৰ্যসূচী সময়ে সময়ে উদ্ভাৱন কৰি ৰাইজক ব্যস্ত ৰখাৰ লগতে স্বাধীন নাগৰিক হিচাপে তেওঁলোকৰ চৰিত্ৰ গঢ় দিবলৈ যত্ন কৰি আহিছিল। তেজপুৰত গহন গোস্বামী, অমিয় কুমাৰ দাস, হেম বৰুৱা, মহাদেৱ শৰ্মা, কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মা, দেশপ্ৰাণ লক্ষীধৰ শৰ্মা, জ্যোতিপ্ৰসাদ আগৰৱালা, শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীকে ধৰি আগশাৰীৰ নেতা আৰু কৰ্মীসকলে জনতাক সদা জাগ্ৰত কৰি ৰাখিবলৈ গাঁৱে গাঁৱে গৈ ৰাইজক ব্যক্তিগত আৰু সমূহীয়াভাৱে লগ ধৰি উপৰোক্ত কাৰ্যসূচীসমূহ চলাই আছিল। ইয়াৰ উপৰিও ৰায়ত সভা, ৰাষ্ট্ৰীয় সন্মিলন, সেৱাদল শিবিৰ আদি ঠায়ে ঠায়ে পাতি জাতীয় জাগৰণত ৰাইজক উদ্বুদ্ধ কৰি ৰাখিছিল আৰু আন্দোলনৰ ভাৱ সেমেকা পৰিবলৈ নিদিছিল। তাৰ ফলত কংগ্ৰেছৰ সংগঠন আৰু কাৰ্যসূচী তেজপুৰ আৰু নগাঁৱত কিমান জনপ্ৰিয় আৰু লোকমুখী হৈছিল তাৰ প্ৰমাণ ইতিহাসে দিয়ে।

স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামীয়ে দিনে নিশাই সত্ৰৰ বাহিৰে ভিতৰে সংগঠন আৰু কাৰ্যসূচীবোৰ ৰাইজৰ দ্বাৰা ৰূপায়িত কৰিবলৈ অশেষ চেষ্টা আৰু কষ্ট স্বীকাৰ কৰিছিল। নেতাসকলৰ পৰামৰ্শক্ৰমে তেখেতে গুৱাহাটীলৈ গৈয়ো কংগ্ৰেছৰ প্ৰচাৰ আৰু সংগঠন কাৰ্যত কিছুদিনৰ বাবে যোগদান কৰিছিল। গোঁসায়ে নিজেই লিখিছে যে সেই সময়ত গুৱাহাটীৰ পানবজাৰ মতিলাল নাথৰ দুমহলীয়া ভৱনৰ ওপৰ মহলাত কংগ্ৰেছ শিবিৰ পতা হৈছিল। সেই শিবিৰতে ৰজনীকান্ত চৌধুৰী, কনকলাল নাথ, নবীনচন্দ্ৰ ডাউকা, সোনাৰাম ডেকা আদিৰ সৈতে লগলাগি সত্ৰাধিকাৰ গোঁসায়ে ৰামপুৰ, বকো আৰু মান্দাকাটা আদি ঠাইত ৫ মাহৰো অধিক কাল কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য চলাইছিল। ইয়াৰ দ্বাৰা গোঁসায়ে বিৰাট জাতীয় আন্দোলনৰ স্বৰূপ উপলব্ধি কৰি বিভিন্ন নেতৃস্থানীয় লোকৰ সান্নিধ্য লাভ কৰাৰ লগতে স্থানীয় কৰ্মীসকলৰ লগত যোগাযোগৰ পাতনি তৰিছিল।

এই কাৰ্যৰ যোগেদি তেখেতে সাংগঠনিক কাৰ্যৰ বিষয়েও জ্ঞান লাভ কৰিছিল। অভিজ্ঞতাৰ নিচিনা শিক্ষাপ্ৰদ ব্যৱস্থা দ্বিতীয় নাই। তেখেতে এই

নীতি উপলব্ধি কৰি সদায় কামৰ মাজত সোমাই পৰিছিল। ইয়াৰ ফলত তেখেতে অতি কম সময়ৰ ভিতৰতে সাংগঠনিক দক্ষতা লাভ কৰি তেজপুৰ জিলা কংগ্ৰেছৰ সাধাৰণ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিবলৈ সমৰ্থ হৈছিল। সেই সময়ত তেজপুৰ জিলা কংগ্ৰেছৰ সভাপতি স্বৰ্গীয় মহাদেৱ শৰ্মা, 'অৰুণ' নামৰ শিশু আলোচনী প্ৰকাশৰ সংক্ৰান্তত কলিকতাত থাকিব লগা হৈছিল। "বেছেৰীয়াৰ চন্দ্ৰকুমাৰ নাথ, টাউনৰ ৰুদ্ৰকান্ত বৰা আৰু মই এই তিনি পুৰুষেই তেজপুৰ কংগ্ৰেছৰ ইফাল সিফাল কৰি ফুৰা লোক আছিলোঁ" বুলি তেখেতে লিখিছে।

১৯২৬ চনটো অসমৰ বাবে স্মৰণীয়। কাৰণ এই বছৰতে গুৱাহাটীৰ পাণ্ডু নগৰত জাতীয় কংগ্ৰেছৰ অধিবেশন অনুষ্ঠিত হৈছিল। আয়োজনত অসমৰ সকলো জিলাৰে আগশাৰীৰ নেতা আৰু কৰ্মীসকলে সকলো প্ৰকাৰৰ সহায় সহযোগ আগবঢ়াবলগীয়া হৈছিল। তেজপুৰ জিলা কংগ্ৰেছৰ সভাপতি গহন চন্দ্ৰ গোস্বামীয়ে আন তেজপুৰীয়া সতীৰ্থসকলোৰে সৈতে সভাৰ বহুদিন আগৰে পৰা গৈ দেহে-কেহে লাগি দিছিল।

১৯৩০ চনৰ বছৰটোও জাতীয় কংগ্ৰেছৰ বাবে গুৰুত্বপূৰ্ণ আছিল। এই বছৰত গান্ধীজীয়ে লোণ আইন অমান্য কৰিবলৈ দাণ্ডি-যাত্ৰা কৰিছিল। অসমৰ পৰাও কোনো কোনো স্বেচ্ছাসেৱক দাণ্ডি-যাত্ৰাত যোগ দিবলৈ গৈছিল যদিও তেওঁলোকক স্থানীয়ভাৱে আন্দোলন চলাবলৈ ঘূৰাই পঠোৱা হৈছিল। অসমত এই আন্দোলনৰ উপৰিও কুখ্যাত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদকল্পে স্কুল-কলেজৰ বহু সংখ্যক ছাত্ৰই নিজ নিজ অনুষ্ঠানৰ পৰা ওলাই আহিছিল। এওঁলোকৰ কাৰণে বিকল্প শিক্ষানুষ্ঠান গঢ়ি তুলিব লগা হৈছিল। অসমৰ জিলাই জিলাই জাতীয় বিদ্যালয় গঢ় লৈ উঠিছিল। আমাৰ ইয়াতো "তেজপুৰ একাডেমী"ৰ জন্ম হয়। ইয়াৰ কাৰণে গহন গোস্বামীয়ে যথেষ্ট বৰঙণি যোগায়। ঘৰ-দুৱাৰ যোগাৰৰ উপৰিও শিক্ষক-শিক্ষয়িত্ৰী পোৱাটো এটা সমস্যা আছিল। তাৰ বাদেও কিছুমান দ্বিধাগ্ৰস্ত অভিভাৱকে ছাত্ৰ সকলৰ উৎসাহ সত্ত্বেও ভৱিষ্যতৰ আশংকা কৰি তেওঁলোকৰ পুত্ৰ বা অধীনস্থ সকলক জাতীয় বিদ্যালয়ত ভৰ্তি কৰাবলৈ গেৰোঁ-গেথোঁ কৰিছিল। গোস্বামীয়ে লগত দুই-এজন সহযোগীৰে সেই সকল লোকৰ ঘৰে ঘৰে গৈ নানা প্ৰকাৰে বুজাই সহযোগ আদায় কৰিব লগা হৈছিল। এই কাৰ্যত গোঁসাইৰ মুখ্য সহযোগী আছিল পদ্ম নাথ শৰ্মা। শিক্ষাদানৰ মুখ্য

ভূমিকাত আছিল   দুলাল চন্দ্ৰ ভট্টাচাৰ্য্য ।

চতিয়াতো জাতীয় বিদ্যালয় স্থাপন কৰা হৈছিল । গোঁসায়ে তাতো গৈ সহযোগ কৰিছিল । এই বিদ্যালয়বোৰত দেখাকৈ শিক্ষাদানৰ কাম আৰু আন্দোলনৰ প্ৰশিক্ষণ আদি ভিতৰুৱাকৈ চলিছিল । জাতীয় বিদ্যালয় স্থাপন অসমত জাতীয় আন্দোলনৰ কাৰ্যসূচীৰ অন্তৰ্গত আছিল । গতিকে তাৰ কৃতকাৰ্যতাৰ বাবে সৰ্বতোভাৱে ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিব লগা হৈছিল ।

সেই সময়ৰ আন্দোলনৰ বিৱৰণত গোঁসায়ে লিখিছে "স্কুল-কলেজ এৰা ছাত্ৰসকলৰ লগতে যোগ দি শোভাযাত্ৰা কৰি ৰাইজে চৰকাৰৰ কাৰ্যৰ তীব্ৰ প্ৰতিবাদ কৰাত শোভাযাত্ৰাকাৰী সকলৰ ওপৰত লাঠী চালনা, গ্ৰেপ্তাৰ আৰু কাৰাৰুদ্ধ কৰাৰ আদেশ হ'ল । বহুতে মাৰধৰ খাই ঘুৰ্ণীয়া হ'ল । ইতিমধ্যে ৰাজ্যৰ আন ঠাইৰ পৰাও নেতৃস্থানীয় লোক সকল তেজপুৰ ফাটেকলৈ আহিল । গতিকে পৰিস্থিতি স্বাভাৱিকতে উত্তপ্ত হৈ পৰিছিল । ১৯৩১ চনৰ ৫ মাৰ্চ তাৰিখে বুৰঞ্জী প্ৰসিদ্ধ 'গান্ধী-আৰউইন' চুক্তি সম্পাদন হোৱাত এই আন্দোলনৰ বন্দী সকলক বিনাচৰ্তে মুক্তি দিলে । তেজপুৰৰ কৰ্মীসকলেও মুক্তি পালে ।

এই কালছোৱাৰ জাতীয় আন্দোলনৰ বুৰঞ্জী ঘটনা বহুল । ১৯৩১ চনত গান্ধীজীয়ে বিলাতৰ দ্বিতীয়খন মেজমেলৰ পৰা ঘূৰি আহি বোম্বাইত অৱস্থান কৰাৰ অলপ দিনৰ ভিতৰত তেখেতক আৰু আন নেতা সকলক চৰকাৰে গ্ৰেপ্তাৰ কৰে ।  গ্ৰেপ্তাৰৰ  বাতৰিত দেশজুৰি বিপ্লৱৰ অগনি জ্বলি উঠে ।"

প্ৰদেশ কংগ্ৰেছৰ নিৰ্দেশ অনুযায়ী ২৬ জানুৱাৰীত স্বাধীনতা দিবস পালন কৰি প্ৰকাশ্যে স্বাধীনতাৰ সঙ্কল্প গ্ৰহণৰ কাৰ্যসূচী আছিল । তেজপুৰত ইয়াৰ নেতৃত্ব লয় অমিয় কুমাৰ দাস, জ্যোতিপ্ৰসাদ আগৰৱালা আৰু গহন চন্দ্ৰ গোস্বামীয়ে । আগৰ দুজনে চৰকাৰৰ যি কোনো নিৰ্যাতন মূৰ পাতি ল'ব পৰা কৰ্মী যোগাৰ কৰিলে । ২৪ জানুৱাৰী তাৰিখে জ্যোতিপ্ৰসাদে কলাবাৰী, বৰঙাবাৰী, বিহালী, বিশ্বনাথ, চতিয়া, জামুগুৰিৰ পৰা ৮০ জন কৰ্মী লগত লৈ খোজকাঢ়ি আহি নিকামূল সত্ৰ পালেহি । চাৰিদুৱাৰ অঞ্চলৰ পৰা বিশজনমান লগ ললেহি । শিবিৰৰ তত্বাৱধানত গহন গোস্বামী । জ্যোতিপ্ৰসাদে গা উতলা কৰিব পৰাকৈ গীত ৰচি বাটে-বাটে কৰ্মী সকলক শিকাই লৈ আহিছিল–

## শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

*"বিশ্ব বিজয়ী নৱ জোৱান, বিশ্ব বিজয়ী নৱ জোৱান*
*শক্তিশালিনী ভাৰতৰ*
*ওলাই আহা, ওলাই আহা সন্তান তুমি বিপ্লৱৰ"*

আহি পোৱাৰ ৰাতি আৰু এটি গীত ৰচিলে

*"আগ বাঢ়ি আহা সৱে*
*মাতৃ বলি হবলৈ*
*ত্ৰিবৰ্ণ পতাকা হঁকে*
*বক সহস্ৰ তেজেৰে নৈ"*

২৫ তাৰিখে গীত আৰু সমদল যাত্ৰাৰ আখৰা হ'ল। পুলিচৰ পৰা কোনো বিপদ আহিলে কেনেভাৱে সন্মুখীন হ'ব লাগিব সকলোখিনি শিকাই প্ৰস্তুত কৰা হ'ল। ২৬ তাৰিখে দোকমোকালিতে সকলোৱে নৈত গা-পা ধুই সাজু হ'ল আৰু সত্ৰৰ ভাগৱতৰ আগত আঠু লৈ শপত গ্ৰহণ কৰিলে— যি কোনো বাধা অতিক্ৰম কৰি স্বাধীনতাৰ সঙ্কল্প গ্ৰহণ কৰিবলৈ। ইয়াৰ লগতে ১৫ গৰাকী মহিলাই যোগদান কৰাটো উল্লেখযোগ্য। মুঠ ১১৫ গৰাকী কৰ্মীয়ে হাতত তিনি বৰণীয়া পতাকা লৈ নগৰ অভিমুখে সমদল যাত্ৰা আৰম্ভ কৰিলে। সমদলৰ আগভাগত অমিয় কুমাৰ দাস, মাজভাগত গহন গোস্বামী আৰু শেষভাগৰ কাষে কাষে জ্যোতিপ্ৰসাদে গীত দুটি সুৰ লগাই গোৱাই লৈ গৈছিল। পুলিচৰ ষড়যন্ত্ৰ ভেদ কৰি পল'ফিল্ড বাকৰিত পতাকা উত্তোলন কৰি শপত বাক্য পাঠ কৰায় অমিয় কুমাৰ দাসে। মহিলা দলটিৰ আগ ভাগত পতাকা হাতত লৈ নেতৃত্ব দিয়ে গহন গোস্বামীৰ পত্নী পুষ্পলতা গোস্বামীয়ে।

"পতাকা উত্তোলনৰ পৰা আহি নিকামূল সত্ৰত আলোচনা ক্ৰমে এটা সেৱাদল শিবিৰ পাতি কিছু সংখ্যক কৰ্মীক প্ৰশিক্ষণ দি তৈয়াৰ কৰিবৰ বাবে সিদ্ধান্ত লোৱা হ'ল। সেইমতে ওচৰৰে ডেকাৰ গাঁও, শইকীয়া চুবুৰীৰ গাঁৱৰ ৰাইজে এসপ্তাহৰ ভিতৰত নিকামূল সত্ৰত শিবিৰ তৈয়াৰ কৰি তুলিলে। তেজপুৰৰ বিভিন্ন ঠাইৰ পৰা অহা ৫০ জন সেৱকেৰে প্ৰশিক্ষণৰ কাম আৰম্ভ হ'ল। স্বৰ্গীয় বেদানন্দ শৰ্মাই সেৱক সকলক শিক্ষা প্ৰদান কৰিছিল। অমিয় কুমাৰ দাস আৰু জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে শিবিৰৰ সকলো দায়িত্ব বহন কৰিছিল। শিবিৰ পৰিচালনাৰ ভাৰ গহন গোস্বামীৰ। শিবিৰৰ সকলো খৰচ ৰাইজৰ পৰা স্বতঃস্ফূৰ্তভাৱে আহি আছিল। শিবিৰৰ এমাহকাল প্ৰশিক্ষণপ্ৰাপ্ত কৰ্মীসকলৰ দ্বাৰাই জিলাৰ সকলো ঠাইতে স্বাধীনতা

সংগ্ৰামৰ বাবে ৰাইজক সজাগ আৰু সক্ষম কৰি তুলিবলৈ থিৰ কৰা হৈছিল। শিবিৰৰ কাৰ্য পূৰ্ণোদ্যমে চলি থকাৰ মাজতে ২০ ফেব্ৰুৱাৰী তাৰিখে সশস্ত্ৰ পুলিচ বাহিনী আহি একেলগে ৫০ জন সেৱকৰে সৈতে অমিয় কুমাৰ দাস আৰু গহন চন্দ্ৰ গোস্বামীক গ্ৰেপ্তাৰ কৰি লৈ গ'ল। আগৰৱালা সেই সময়ত শিবিৰত নথকাত বাহিৰত ৰৈছিল যদিও ১৫ দিনমানৰ পিছত তেখেত গহপুৰত গ্ৰেপ্তাৰ হৈ আহিল। সেৱকসকলক গ্ৰেপ্তাৰ কৰি নি থানাত ভৰোৱাৰ অন্তত অমিয় কুমাৰ দাস, বেদানন্দ শৰ্মা, ফণীধৰ দাস, হেমৰাম নাথ আৰু গহন চন্দ্ৰ গোস্বামীক জেল হাজোতলৈ পঠাই বাকীসকলক এৰি দিয়া হ'ল।

জিলাৰ বৰ চাহাব মিঃ ফ্ৰিলে জেলৰ ভিতৰত বিচাৰ পাতি এই সকলক বিভিন্ন ধৰণে দণ্ড বিহিলে। গহন গোস্বামীক এবছৰ সশ্ৰম কাৰাদণ্ড, ৫০০ টকা জৰিমনা আৰু সম্পত্তি বাজেয়াপ্ত ৰায়দানৰ পিছতেই পুলিচ বাহিনীয়ে গোস্বামীৰ ঘৰুৱা আৰু সত্ৰীয়া সম্পত্তি ক্ৰোক্ কৰি নিয়ে। সত্ৰীয়া সম্পত্তিৰ ভিতৰত প্ৰায় ৩২ মোন ওজনৰ কাঁহ-পিতলৰ বাচন-বৰ্তন, ৰাজকীয় শৰাই আদি আছিল। প্ৰায় ৮০ পুৰা ৰূপিত মাটি নামমাত্ৰ মূল্যতে নিলাম কৰি নি নিঃসম্বলতো কৰিলেই, তদুপৰি সম্পূৰ্ণ জৰিমনাৰ টকা অনাদায়ৰ চেলু লৈ গোঁসাইৰ বাস কৰা ঘৰৰ টিনপাতো খুলি নিয়ে। পোষ্কৰ দিনৰ মূৰত গোঁসাইক তেজপুৰ জেলৰ পৰা শিলচৰ জেললৈ স্থানান্তৰ কৰা হ'ল।

উল্লেখযোগ্য যে নিকামূলৰ শিবিৰ ভাঙি দিলেও ৰক্তবীজৰ দৰে জিলাৰ ঠায়ে ঠায়ে অনেক গোপন শিবিৰ গঢ়ি উঠিল। এইবোৰৰ যোগেদি আন্দোলনৰ সেনানী প্ৰস্তুত কৰি তোলা হ'ল। চৰকাৰৰ দমন নীতিয়ে আন্দোলনৰ অগ্ৰগতিত যেন ইন্ধনহে যোগাইছিল। মুঠতে ভৰলীৰ দুয়োপাৰে ৮/১০ টা মানকৈ শিবিৰ অনুষ্ঠিত হৈছিল। প্ৰশিক্ষণৰ দায়িত্বত তেজপুৰ অঞ্চলত ঘাইকৈ শ্ৰীচন্দ্ৰকান্ত ডেকাবৰুৱা, শ্ৰীৰূপেশ্বৰ কাকতী আৰু বেদানন্দ শৰ্মা আৰু ছয়দুৱাৰ অঞ্চলত শ্ৰীভদ্ৰেশ্বৰ বৰকাকতী, শ্ৰীজোনাৰাম ভূঞা আদি আছিল।

আমি ওপৰত উল্লেখ কৰি আহিছোঁ যে আন্দোলনৰ প্ৰস্তুতিৰ কাৰ্যসূচীৰ অন্তৰ্গত আছিল ৰায়ত সভা আৰু ৰাষ্ট্ৰীয় সন্মিলনবোৰ। প্ৰায় ক্ষেত্ৰতে গহন চন্দ্ৰ গোস্বামীয়ে সেইবোৰ সংগঠন আৰু পৰিচালনাত আগ ভাগ লৈছিল। গোস্বামী মানেই সু-পৰিকল্পিত কাৰ্যসূচী– নিয়মানুৱৰ্তী তথা অনুক্ৰমিক কাৰ্য

সম্পাদন, সৰ্বময় চোকা দৃষ্টি, পৰিষ্কাৰ পৰিচ্ছন্নতা, শিবিৰবাসী আৰু অতিথিৰ প্ৰত্যেকৰে সকলো প্ৰকাৰ সেৱা সুবিধাৰ প্ৰতি দৃষ্টি। গোস্বামীৰ ওপৰত দায়িত্ব ন্যস্ত কৰি আনসকল যেনেকৈ নিশ্চিন্ত হ'ব পাৰে, তেখেতেও নিজে নাখাই আনৰ সেৱাতে পৰিতুষ্ট হৈ থাকে।

১৯৩১ চনতে বিশ্বনাথত বহা ৰায়ত সভাত সভাপতিত্ব কৰিছিল শ্ৰদ্ধেয় নেতা ডাঃ হৰিকৃষ্ণ দাসদেৱে। সভাত বক্তৃতা প্ৰসঙ্গত তেখেতে শ্বহীদ ভগত সিং, সুখদেৱ, ৰাজগুৰু আদিৰ আত্মবলিদানৰ উল্লেখ কৰিছিল। ৰাইজে সেইবোৰ শুনি অনুপ্ৰাণিত হৈছিল। আনহাতে সেই বক্তৃতা দানৰ দায়তে ডাঃ দাসৰ পেঞ্চন চৰকাৰে বাতিল কৰে।

নদুৱাৰ ৰায়ত সভা বহুত আগতে অৰ্থাৎ ১৯২৩ চন মানতে স্থাপিত। এই অনুষ্ঠান-গান্ধীজীৰ স্বৰমতী আশ্ৰমৰ আদৰ্শ লৈ গঢ়া। ইয়াত ৰাইজৰ হিতাৰ্থে সকলো সামাজিক সমস্যাৰ আলোচনা আৰু প্ৰতিবিধান কৰা হয়। পিছলৈ ই স্বাধীনতা যুদ্ধৰ শিবিৰলৈ ৰূপান্তৰিত হয়। গোঁসাই এই সভাৰ লগত জড়িত হৈছিল আৰু ১৯৩৫ আৰু ১৯৫২ চনৰ অধিবেশনত সভাপতিত্বও কৰিছিল।

ছয়দুৱাৰৰ গমিৰিঘাটত বহা ৰায়ত সভা তিনিদিনীয়াকৈ অনুষ্ঠিত হৈছিল। ইয়াত সভাপতিত্ব কৰিছিল অসমৰ অস্পৃশ্যতা বৰ্জন আন্দোলনৰ অগ্ৰণী নেতা স্বৰ্গীয় শ্ৰীশ্ৰীপীতাম্বৰ দেৱ গোস্বামীদেৱে। মহিলা শাখাৰ সভাত সভানেত্ৰীত্ব কৰিছিল স্বাধীনতা আন্দোলনৰ স্বনামধন্যা নায়িকা স্বৰ্গীয় চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে। বহুত দিনৰ আগৰে পৰা গোঁসাই আৰু জ্যোতিপ্ৰসাদে ৰাইজৰ লগত সহযোগ কৰি সভাৰ আয়োজন কৰিছিল। জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে স্বেচ্ছাসেৱক বাহিনীৰ সংগঠন দৃঢ় কৰি তুলিছিল। তাতে ৰহন চৰাইছিল সুঠাম দেহৰ ১২ গৰাকী স্বেচ্ছাসেৱিকাক অশ্বাৰোহী সৈনিক সাজি শোভাযাত্ৰাদিত আগভাগ লোৱা কাৰ্যই। অসমত এয়েই প্ৰথম অশ্বাৰোহী সেৱিকাৰ অনুষ্ঠান। এই ৰায়ত সভাত ভাষণ দিয়া অপৰাধতো বহুজনৰ জেল জৰিমনা হৈছিল। সেই সকলৰ বিচাৰত আচামী পক্ষ সমৰ্থন কৰাৰ খৰচ যোগাব লগা হৈছিল ৰাইজৰ পৰাই। গহন গোস্বামীয়ে চক্ৰেশ্বৰ ভাগৱতীৰে সৈতে নদুৱাৰ অঞ্চলৰ প্ৰতাপগড়, নীলপুৰ বাগিছাকে ধৰি অন্যান্য গাঁও সমূহত ঘূৰি চাৰিকুৰি টকা যোগান ধৰিছিল।

চাৰিদুৱাৰ অঞ্চলৰ মৈলা গাঁৱত স্বৰ্গীয় পণ্ডিত কনক চন্দ্ৰ শৰ্মাদেৱৰ

সভাপতিত্বত বহা ৰায়ত সভায়ো স্বাধীনতা সংগ্ৰামত আগবাঢ়িবলৈ আঞ্চলিক ৰাইজক প্ৰেৰণা যোগাইছিল। এই সভাও তিনিদিনীয়াকৈ অনুষ্ঠিত হৈছিল। মহিলাসকলৰ সভাত সভানেত্ৰীত্ব কৰিছিল স্বৰ্গীয়া ইন্দুপ্ৰভা বৰকটকীয়ে। সভা পৰিচালনাৰ দায়িত্বত আছিল মহাদেৱ শৰ্মা আৰু গহন চন্দ্ৰ গোস্বামীদেৱ।

১৯৩৭ চনত আন এখন বিৰাট ৰাষ্ট্ৰীয় সন্মিলন আয়োজিত হৈছিল তেজপুৰৰ নিকটৱৰ্তী বেছেৰীয়াত। এই সন্মিলনত যশস্বী বক্তা, ভাৰতৰ আগশাৰীৰ নেতা স্বৰ্গীয় ভূলাভাই দেশায়ে যোগদান কৰিছিলহি। লগতে দেশভক্ত তৰুণৰাম ফুকনেও। উল্লেখযোগ্য যে সেই সময়ত ফুকন ডাঙৰীয়া কংগ্ৰেছৰ বাহিৰত আছিল। কিন্তু দেশায়ে তেখেতক নেৰিলে। গুৱাহাটীত উপস্থিত হৈয়ে ফুকনদেৱক জোৰকৈ লগত লৈ আহিল। ফুকন ডাঙৰীয়ায়ো ভূলাভাইৰ লগতে সন্মিলন সম্বোধন কৰি ৰাইজক কৃতাৰ্থ কৰে। ক'বই নালাগে যে এইখন বিৰাট সন্মিলনত অসমৰ সকলো নেতৃস্থানীয় লোক আৰু হাজাৰ-বিজাৰ ৰাইজে যোগদান কৰিছিল। গহন গোঁসায়ে সমস্ত আয়োজনত থাকি কেনেকৈ শ শ আলহীক একেলগে খুৱাইছিল তাক দেখালোকে কৈ আজিও প্ৰশংসা কৰে। খোৱাৰ বাবে ৰাইজৰ পৰা অহা বস্তু উটৈনদী হৈছিল। জিলাৰ বিভিন্ন ঠাইৰ পৰা অহা ৫০০ সত্যাগ্ৰহীয়ে এই সন্মিলনত যোগদান কৰিছিল। প্ৰদেশ কংগ্ৰেছৰ সভাপতি স্বৰ্গীয় মৌলানা তৈয়বুল্লা, স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱা প্ৰমুখ্যে অসমৰ কেইবাগৰাকীও নেতৃস্থানীয় লোকে সভাত যোগদান কৰিছিল। জিলা কংগ্ৰেছৰ সম্পাদক হিচাপে গহন চন্দ্ৰ গোস্বামীয়ে প্ৰায় এমাহ আগৰে পৰা দিনে-নিশাই খাটি এই সভা সাফল্যমণ্ডিত কৰি তোলে। সভাৰ কেইদিন প্ৰতিনিশাই ভাওনা অনুষ্ঠিত হৈছিল। ইয়াৰ পিছতে পৰ্যায়ক্ৰমে নেতৃস্থানীয় লোকসকলে সত্যাগ্ৰহ কৰি জেললৈ গ'ল। গহন গোস্বামীয়ে আন্দোলনৰ গুৰি ধৰি শেষত নিজেও সত্যাগ্ৰহ কৰি জেললৈ যোৱাটো উল্লেখযোগ্য।

১৯৪১ চনত কটন কলেজৰ ছাত্ৰসকলৰ ওপৰত চলোৱা লাঠী চালনা আৰু নিষ্পেষণৰ প্ৰতিবাদ সমস্ত ৰাজ্যজুৰি হৈছিল। তেজপুৰতো তেনে প্ৰতিবাদ সভা অনুষ্ঠিত হৈছিল আৰু তাত সভাপতিত্ব কৰিছিল স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামীদেৱে। সেই সময়ত তেখেত তেজপুৰ জিলা কংগ্ৰেছৰ সভাপতি আছিল।

আন্দোলনৰ ভিতৰতে দলীয় ভিত্তিত লোকেল বৰ্ডৰ নিৰ্বাচন হোৱাত

সত্ৰাধিকাৰ গোস্বামীদেৱে কংগ্ৰেছ প্ৰাৰ্থী হিচাপে বিপুল ভোটাধিক্যত জয়লাভ কৰি বৰ্ডত ৰাইজৰ প্ৰতিনিধিত্ব কৰিছিল। এই কথা স্মৰণযোগ্য যে সেই সময়ত কংগ্ৰেছৰ ফালৰ পৰা লোৱা প্ৰতিটি কাৰ্যসূচীয়েই স্বাধীনতা আন্দোলনৰ অংশ স্বৰূপ আছিল। কংগ্ৰেছ প্ৰাৰ্থীৰ দলীয় জয় মানে আন্দোলনৰ জয়, ৰাইজৰ জয় বুলি বিবেচিত হৈছিল।

এনেকুৱা দলীয় ভিত্তিত হোৱা আৰু এটা নিৰ্বাচনত গহন গোস্বামীয়ে কেবামাহো ধৰি ঘৰ-বাৰী এৰি থৈ ঠায়ে ঠায়ে নিৰ্বাচনী অভিযান চলাব লগা হৈছিল। ১৯৩৫ চনৰ নতুন শাসন সংস্কাৰ মতে তেজপুৰ মহকুমাক তেজপুৰ পূব আৰু পশ্চিম নামেৰে দুটা সমষ্টিত বিভক্ত কৰা হৈছিল। তেজপুৰ পূব সমষ্টিত মহাদেৱ শৰ্মাদেৱে আৰু তেজপুৰ পশ্চিমত অমিয় কুমাৰ দাসদেৱে কংগ্ৰেছ প্ৰাৰ্থীৰূপে মনোনয়ন পাইছিল। শৰ্মাদেৱে অৰ্জুনে শ্ৰীকৃষ্ণক ৰথৰ সাৰথি কৰি লোৱাৰ দৰে গোস্বামীদেৱক নিৰ্বাচনত প্ৰধান সহকৰ্মী হিচাপে গ্ৰহণ কৰিলে। গোঁসাইৰ ভাষাতে "আমি দুয়োজনে জামুগুৰিৰ পৰা আৰম্ভ কৰি হাৱাজানলৈকে গোটেই সমষ্টিটোতে খোজকাঢ়ি কাঢ়ি প্ৰচাৰ কাৰ্য আৰম্ভ কৰা হ'ল। মূল মূল অঞ্চলবোৰলৈ গৈ তাত থাকি মুখ্যলোকসকলৰ লগত আলোচনা হৈ কংগ্ৰেছক জয়যুক্ত কৰিবলৈ অনুৰোধ জনোৱা হৈছিল। এনেভাৱে আমি এমাহ পোন্ধৰ দিনত সমষ্টিটো ঘূৰি আহি তেজপুৰ পালোঁহি। আমি প্ৰচাৰ কাৰ্য চলাওতে কোনো পক্ষ নোলোৱাকৈ যথা সম্ভৱ সকলোকে লগ ধৰি আনকি দুই তিনি ৰাতিকৈয়ো আলহী থাকি কাম কৰি যোৱা হৈছিল। ৰাইজৰ পৰা যিমান মৰম পাইছিলোঁ তাৰ তুলনা দিবলৈ নাই।

দ্বিতীয়বাৰ আকৌ এসপ্তাহৰ কাৰণে নিৰ্বাচনৰ আগে আগে গৈ পাক এটা মাৰি আহিলোঁগৈ। এইবাৰ দাদাই (মহাদেৱ শৰ্মাই) কেনেবাকৈ গাড়ী এখন যোগাৰ কৰিলে। এই ভ্ৰমণান্তে দাদাৰ পৰা বিদায় লৈ নিৰ্বাচনৰ কেইদিনমান আগৰ পৰা পশ্চিম সমষ্টিত ব্যস্ত হ'লো। নিৰ্বাচন হৈ গ'ল আৰু দুয়োটা সমষ্টিতে কংগ্ৰেছ প্ৰাৰ্থী দুজনে বিপুল ভোটাধিক্যত জয়লাভ কৰিলে।"

১৯২৬ চনৰ পৰা ১৯৫৭ চনলৈকে গহন চন্দ্ৰ গোস্বামীদেৱে জিলা কংগ্ৰেছৰ হয় সম্পাদক নহয় সভাপতি অথবা আন বিশেষ দায়িত্ব লৈ আছিল। কোৱা বাহুল্য যে গহন গোস্বামীৰ বৈশিষ্ট্য হ'ল নেতা হিচাপে

কোনো দায়িত্ব লৈ আন সকলক কামত লগাই দি নিজে আঁতৰি থকাটো নহয়। সেইটো তেখেতৰ চৰিত্ৰৰ বিপৰীত। তাৰে এটা দৃষ্টান্ত– ডেকাৰ গাঁৱত তেখেতে স্বেচ্ছাসেৱকসকলৰ এজন হৈ সকলো কাৰ্যসূচীতে সোমাই পৰিছিল। তাতে এটা শিবিৰ তিনিদিনীয়াকৈ আয়োজন কৰিছিল। শুৰিৰে পৰা তেখেত উদ্যোক্তা হিচাপে স্থানীয় কৰ্মীসকলৰ লগত থকাৰ উপৰিও শিবিৰৰ দিনকেইটা ৰাতি ১১/১২ বজাতহে সত্ৰলৈ আহে। আকৌ ৰাতি নৌ পুৱাঁওতেই উঠি গা-ধুই নাম সেৱা আদি কৰি গৈ ৫ বজাতে শিবিৰত (৪ মাইল আঁতৰত) হাজিৰ হৈ পুনৰ দুপৰলৈ সৰ্বময় হৈ বিৰতি নোহোৱাকৈ চলি থাকে ঘড়ীৰ নিচিনাকৈ। ভাগৰৰ লগত চিনাকি গহন গোঁসাইৰ নাছিল (এইয়া তেখেতৰ সহকৰ্মী শ্ৰীথানুৰাম বৰাৰ পৰা পোৱা)।

১৯৪২ চনত তেওঁ জিলা কংগ্ৰেছৰ সভাপতি আছিল। এটা স্বেচ্ছাসেৱকৰ প্ৰশিক্ষণ শিবিৰ চলি আছে তেজপুৰ নগৰত। স্বেচ্ছাসেৱকসকল কংগ্ৰেছ অফিচৰ লগতে থকাৰ ব্যৱস্থা হৈছে। তাৰে এদিনৰ কাৰ্যসূচী–হৰিজন বস্তিত চাফাই কাম। গোঁসাই অভ্যাসমতে পুৱা ৬ বজাতে কমাণ্ডাৰ শ্ৰীচন্দ্ৰকান্ত ডেকাবৰুৱাৰ সৈতে ওলালগৈ। দুয়ো আগত হৈ স্বেচ্ছাসেৱক সকলক ফাইল কৰি লৈ গ'ল হাতী পিলখানাৰ হৰিজন বস্তিলৈ আৰু বস্তিত সোমাবলৈ হুকুম দিলে। গোঁসায়ে নিজেই দুৰ্গন্ধময় গাড়ীবোৰ একে ঠাইতে চিজিল লগাই থবলৈ ল'লে। তাৰ পিছত ঘৰৰ ভিতৰত সোমাই বাসিন্দাসকলৰ অপৰিপাটিকৈ ৰখা বস্তু-বেহানি, বিচনা আদি ক'ত কেনেকৈ পৰিপাটিকৈ ৰাখিব লাগে নিজ হাতে কৰি দেখুৱাই দিলে। স্বেচ্ছাসেৱক সকলেৰে প্ৰায় তিনিঘণ্টা কাল নানান চাফাই কামৰ অন্তত কৰ্মীসকলক ব্ৰহ্মপুত্ৰ নদীত গা-ধুবলৈ দি শিবিৰলৈ পঠাই দিলে। এয়া জিলা কংগ্ৰেছৰ সভাপতি গহন গোঁসাইৰ শিবিৰ পৰিচালনাৰ ধাৰা। এনে পদ্ধতি সকলো শিবিৰতে চলোৱাটোৱেই তেখেতৰ সাধাৰণ নীতি।

কংগ্ৰেছ কৰ্মী হিচাপে গহন চন্দ্ৰ গোস্বামী কিমান দৃঢ়ভাৱে দায়বদ্ধ আছিল তাৰ চানেকি এটা পাওঁ ১৯৫৯ চনত। সেই বছৰত নগাঁও জিলাত হোৱা এটা উপ-নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থীজন এজন কমিউনিষ্ট প্ৰাৰ্থীৰ হাতত পৰাজিত হ'ল। গোঁসায়ে কংগ্ৰেছৰ এই পৰাজয় কোনো ৰকমেই সহজভাৱে ল'ব পৰা নাই। অৱশেষত এখন কাঢ়া চিঠি অতি মোলায়েম ভাষাত প্ৰদেশ

কংগ্ৰেছৰ সভাপতিলৈ লিখিলে এজন সাধাৰণ কংগ্ৰেছ সেৱক হিচাপে। গোঁসায়ে লিখিলে যে এই পৰাজয় অকল প্ৰাৰ্থীজনৰ পৰাজয় নহয়। এই পৰাজয় সমস্ত কংগ্ৰেছ অনুষ্ঠানৰ। এই পৰাজয় প্ৰতিজন কংগ্ৰেছ কৰ্মীৰ। যেতিয়া কংগ্ৰেছ চৰকাৰে সমাজবাদী নীতি গ্ৰহণ কৰি বিভিন্ন উন্নয়নমূলক আঁচনি গাঁৱে-ভূঁয়ে ৰূপায়ণ কৰিব ধৰিছে, আনহাতে যেতিয়া কমিউনিষ্ট চীন দেশে ভাৰতৰ সীমা লংঘন কৰি দেশৰ মাজ মজিয়াত প্ৰৱেশ কৰিবলৈ চেষ্টা চলাইছে, তেনে অৱস্থাত কমিউনিষ্ট দলে কংগ্ৰেছক কেইবাহাজাৰো ভোটত পৰাজয় কৰিব পৰাটো দুৰ্ভাগ্যজনক। ইয়াৰ বাবে দায়ী কোন ? ইয়াৰ মূলগত দোষ কোনখিনিত হৈছে তাৰ প্ৰকৃত বিচাৰ হ'ব লাগে। 'ৰাইজে যাকে ভোট দিছে' বুলি আনৰ গাত দোষ জাপি নিজে নিৰ্দোষী বুলি সান্ত্বনা লভিলে বা লোকক পতিয়ন নিয়াবলৈ বিচাৰিলে নহ'ব। আত্মসমালোচনা আৰু প্ৰকৃত কাঁৰণৰ লগতে দোষীৰ বিচাৰ হ'ব লাগে যাতে ভৱিষ্যতে এনে দোষ হ'ব নোৱাৰে। চিঠিখন সামৰিছে অপৰাধ ক্ষমা প্ৰাৰ্থনাৰে। ( ৩/১২/৫৯ তাৰিখে অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতিলৈ লিখা চিঠি )।

আন দুটা প্ৰসঙ্গ হ'ল—

১। কংগ্ৰেছী লোকে লোকেল বৰ্ডৰ নিৰ্বাচনত অংশ গ্ৰহণ কৰা আৰু নিৰ্বাচিত সভ্য হিচাপে কাৰ্য পদ্ধতিত অনিয়ম কৰি দলৰ মৰ্যাদা হানিৰ বিষয়লৈ ১৯৬০ চনত লিখা চিঠি। ( ৫/৯/৬০ তাৰিখে অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতিলৈ লিখা চিঠি )।

২। পূৰ্ব পাকিস্তানৰ ভগনীয়াক পুনৰ্বসতি কৰোঁৱাত কংগ্ৰেছ কৰ্মীৰ ভূমিকা সম্পৰ্কীয়। ( ২৭/৩/৬৪ তাৰিখে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সভাপতিলৈ লিখা )।

প্ৰথম দুখন চিঠিত দলীয় নিয়ম-নীতি আৰু অনুশাসন ভঙ্গৰ প্ৰতিবিধান কৰিবলৈ আৰু তৃতীয়খনত মানবীয় দৃষ্টিভঙ্গীৰে উদ্বাস্তু সকলেৰে কেনেকৈ স্থানীয় লোকৰ লগত ভৱিষ্যতলৈ সম্ভাৱ সৃষ্টি কৰিব পৰা যাব সেই বিষয়ে। আটাইকেইখনেই দলীয় স্বাৰ্থৰ হকে।

সত্তৰৰ দশকত 'অসম প্ৰদেশ স্বাধীনতা যুঁজাৰু সংঘই' তেজপুৰ জিলাৰ ৰাজনৈতিক নিৰ্যাতিত সকলৰ শুদ্ধ তালিকা প্ৰস্তুত কৰাৰ দায়িত্ব গহন গোস্বামী আৰু শ্ৰীবিশ্বদেৱ শৰ্মাৰ ওপৰত ন্যস্ত কৰে। দুয়ো ক্ৰমে সভাপতি আৰু সম্পাদক। তেখেতসকলে সকলো ঠাই ভ্ৰমণ কৰি স্থানীয় লোকক

সুখি-পুচি আৰু নথিৰ বিচাৰ কৰি তালিকা প্ৰস্তুত কৰিছিল। ইয়াৰে ভিত্তিত নিৰ্যাতিত সকলে প্ৰাদেশিক আৰু কেন্দ্ৰীয় চৰকাৰৰ পেন্সন পোৱাৰ ব্যৱস্থা হয়।

অসম প্ৰদেশৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জী প্ৰণয়নৰ কাৰণেও তেজপুৰ জিলাৰ ফালৰ পৰা সমল যোগানত গোঁসায়ে মুখ্য ভূমিকা গ্ৰহণ কৰে। 'অসমৰ ৰাজনৈতিক বুৰঞ্জী'ৰ মুখ্য সম্পাদক ড° হেৰম্বকান্ত বৰপূজাৰীৰ লগত একাধিক চিঠিৰে যোগাযোগ কৰি শুদ্ধ তথ্য প্ৰকাশত সহায়ৰ হাত আগবঢ়ায়। ( ড° বৰপূজাৰীলৈ লিখা ২১/১১/৭৫-ৰ চিঠি আৰু ড° বৰপূজাৰীৰ প্ৰত্যুত্তৰ চিঠি )।

এই দুয়োটা ক্ষেত্ৰতে কাৰাবাস বৰণ কৰি চকুত নপৰা অথচ আন্দোলনৰ নিৰ্যাতনত নিঃশেষ হৈ যোৱা, লোকচক্ষুৰ অন্তৰালত দুৰ্দশা ভোগ কৰি জীৱনপাত কৰা যোগ্য ব্যক্তি বা পৰিয়ালক স্বীকৃতি আৰু পুৰস্কাৰ বা সাহায্য দিয়াবলৈ গোঁসায়ে অহোপুৰুষাৰ্থ কৰিছিল।

পিছৰ ফালে প্ৰায় সত্তৰৰ দশকৰ পৰা সক্ৰিয় ৰাজনীতিৰ পৰা গোঁসাই আঁতৰি থকা বুলি নিজেই শ্ৰীপুষ্পলতা দাসলৈ লিখা চিঠিত প্ৰকাশ কৰিছে। তথাপি কংগ্ৰেছ অনুষ্ঠানলৈ অনুৰাগ সদায়ে আছিল আৰু ডাক পৰিলেই সঁহাৰি দিছিল।

## ১২। বিয়াল্লিচৰ আন্দোলনৰ অগ্নিস্ফুলিঙ্গ গহন চন্দ্ৰ গোস্বামী

১৯৪২ চনৰ গণ আন্দোলনতে স্বৰ্গীয় গোস্বামীৰ চূড়ান্ত সংগঠন শক্তি, আত্মত্যাগ আৰু দুৰ্জেয় মনোবল, গৰিলা কলা কৌশলৰ প্ৰয়োগ পদ্ধতি প্ৰকাশ পায়। ই যেন তেখেতৰ বিপ্লৱী জীৱনৰ সফল পৰিসমাপ্তি। এই ক্ষেত্ৰত তেখেত স্বৰ্গীয় শঙ্কৰ বৰুৱাৰ শ্ৰেণীৰ যাক ভাৰতৰ লোকনায়ক জয়প্ৰকাশ নাৰায়ণে 'শ্যেৰ ই আসাম' বুলি অভিহিত কৰিছিল।

দৰাচলতে ১৯৩৯ চনত দ্বিতীয় মহাসমৰ ঘোষণাৰ লগে লগে গোটেই বিশ্বত তোলপাৰ লাগিল। ভাৰতৰ ৰাজনৈতিক আকাশ তেতিয়া উত্তপ্ত। পৃথিবীৰ পৰা যুদ্ধ আৰু পৰাধীনতা আঁতৰাবলৈ এই যুদ্ধ কৰা বুলি মিত্ৰশক্তি তথা ইংলণ্ডই ঘোষণা কৰিলে। কিন্তু ভাৰতক যুদ্ধৰ অন্তত মুক্তি দিয়াৰ কোনো পৰিষ্কাৰ প্ৰতিশ্ৰুতি নাই। মাত্ৰ যুদ্ধত ধনে-জনে সহায় কৰাৰ কাৰণে আহ্বান হে আছিল। সেয়ে আন্দোলনৰত ভাৰতবাসীয়ে বিশ্ব

পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত নিজৰ কাৰ্যপন্থা নিজে নিৰ্ধাৰণ কৰিব লাগিছিল। এফালে সময়ৰ সুযোগ গ্ৰহণ আনফালে সশস্ত্ৰ ৰণক্ষেত্ৰত অহিংস নীতিৰে তাৰ প্ৰতিৰোধ কৰাৰ দৰে জটিল পৰিস্থিতি। বৃটিছ চৰকাৰৰ হৈ মহামন্ত্ৰী চাৰ্চিল চাহাবে ঘোষণা কৰিলে "I am not the first Minister of Her Majesty to preside over the liquidation of the British Empire." অৰ্থাৎ "বৃটিছ সাম্ৰাজ্যৰ অন্ত পেলোৱা কাৰ্যত পৌৰোহিত্য কৰিবলৈ মহামান্যা সম্ৰাজ্ঞীৰ মহামন্ত্ৰী মই নহওঁ।" তথাচ ভাৰতক হাতত ৰাখি যুদ্ধ প্ৰচেষ্টাত সহযোগী কৰিবলৈ ক্ৰিপচ মিচন, কেবিনেট মিচন আদিৰ যোগে কেইবাটিও প্ৰস্তাৱ পৰীক্ষাৰ কাৰণে আগবঢ়োৱা হৈছিল। সেইবোৰ যথাযথ আলোচনাৰ পিছত গ্ৰহণযোগ্য নহয় বুলি ভাৰতৰ ফালৰ পৰা প্ৰত্যাখ্যান কৰা হৈছিল। আনহাতে নিজ লক্ষ্য সাধনৰ উদ্দেশ্যে পৰিস্থিতিৰ লগত মিল ৰাখি কাৰ্যপন্থা হাতত ল'বলৈ গান্ধীজীৰ নেতৃত্বত কংগ্ৰেছ সক্ষম হৈ আছিল। ১৯৪০ চনৰ ১৭ অক্টোবৰ তাৰিখে গান্ধীজীৰ প্ৰথমজন ব্যক্তিগত সত্যাগ্ৰহী বিনোৱা ভাৱেই সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰাৰ লগে লগে দেশজুৰি ব্যক্তিগত সত্যাগ্ৰহৰ ধুম উঠিল। অসমতো সেই আন্দোলন ব্যাপক হোৱাত তেজপুৰত গহন গোস্বামী প্ৰমুখ্যে নেতাসকল জেললৈ যোৱাৰ কথা ওপৰত উল্লেখ কৰা হৈছে চনৰ ৭ আৰু ৮ আগষ্ট তাৰিখে বোম্বাই নগৰীত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে 'ভাৰত ত্যাগ' (Quit India) প্ৰস্তাৱ গ্ৰহণ কৰাৰ প্ৰতিফল হিচাপে ৯ আগষ্ট তাৰিখে সকলো নেতাকে বন্দী কৰি দেশৰ বিভিন্ন কাৰাগাৰত ৰখাৰ লগতে আগা-খাঁ ভৱনত গান্ধীজীক কাৰাৰুদ্ধ কৰিলে। দেশত বিদ্ৰোহৰ অগণি পুনৰ দুগুণে জ্বলি উঠিল। ধ্বনি হ'ল 'কৰেঙ্গে ইয়া মৰেঙ্গে', অৰ্থাৎ 'লক্ষ্য সাধন কিম্বা শৰীৰ পতন'। যুদ্ধ প্ৰচেষ্টাত প্ৰতিৰোধ আৰু তাৰ ফলত 'ধৰ পাকৰ' জোৰে চলিবলৈ ধৰিলে। ইতিমধ্যে জয়প্ৰকাশ নাৰায়ণ আৰু কেইজনমান সতীৰ্থ কাৰাগাৰৰ পৰা পলাই আহি গুপ্ত ষড়যন্ত্ৰৰ আঁচনি গ্ৰহণ কৰি আত্মগোপন কৰিলে। গোপন ঘাটিৰ পৰাই দেশৰ সকলো ফালে এই আঁচনি প্ৰেৰণ কৰা হ'ল।

তেজপুৰত ৩ দফীয়া কাৰ্যসূচী গ্ৰহণ কৰা হ'ল স্বৰ্গীয় গহন গোঁসাইৰ নেতৃত্বত। সেই সময়ত বাকী নেতাসকল কাৰাগাৰত থাকিবলগীয়া হোৱাত জিলাৰ কাৰ্যভাৰ সভাপতি হিচাপে তেখেতৰ ওপৰতে ন্যস্ত আছিল। এই ক্ষেত্ৰত বিশেষ সহযোগী আছিল জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিহাৰৰ

যোগেশ মিশ্ৰ নামৰ এজন অতি সাহসী ডেকা। প্ৰথম কাম আছিল গাঁৱে গাঁৱে কৰ্মী সংগঠন। দ্বিতীয়তে থানা আৰু কাছাৰী ঘৰৰ ওপৰত জাতীয় পতাকা উত্তোলন। তৃতীয়তে মৃত্যু বাহিনী গঠন কৰি কূটাঘাটমূলক কাৰ্যৰ দ্বাৰা যুদ্ধৰ প্ৰচেষ্টাত বাধাদান। তদনুসাৰে দ্বিতীয় পৰ্যায়ৰ কাৰণে তেজপুৰ কাছাৰী ঘৰ, ঢেকিয়াজুলি, বিহালী, চতিয়া আৰু গহপুৰ থানা ঘৰৰ ওপৰত বৃটিছ পতাকা অৱনমিত কৰি জাতীয় ত্ৰিৰঙ্গ পতাকা উত্তোলনৰ কাৰ্যসূচী নিৰ্ধাৰণ কৰা হ'ল। ২০ আৰু ২১ চেপ্তেম্বৰ তাৰিখ দুটা এই কাৰ্যৰ কাৰণে ধাৰ্য কৰি ঠায়ে ঠায়ে উপযুক্ত মানুহ নিৰ্বাচন কৰি দায়িত্ব দিয়া হ'ল। ২০ তাৰিখে গহপুৰ, বিহালী, চতিয়া আৰু ঢেঁকিয়াজুলি থানাত আৰু ২১ তাৰিখে তেজপুৰ কাছাৰী ঘৰত পতাকা উত্তোলনৰ কাৰণে ঠিক কৰা হ'ল। ইয়াৰ গুৰি ধৰিলে অমিয় কুমাৰ দাসদেৱে, ব্যৱস্থাপক হ'ল জ্যোতিপ্ৰসাদ আগৰৱালাদেৱ। শ্ৰীমতী পুষ্পলতা দাসে বিভিন্ন ঠাইত তেজোদ্দীপ্ত ভাষণেৰে স্বাধীনতা আন্দোলনক ক্ষিপ্ৰগতিৰে আগবঢ়াই নিৱলৈ পুৰুষ-মহিলা নিৰ্বিশেষে সকলোকে উত্ৰাৱল কৰি তুলিলে।

পূৰ্ব নিৰ্ধাৰিত মতে শ্ৰীগোলোকচন্দ্ৰ পূজাৰীৰ নেতৃত্বত কলাবাৰী, ডুবিয়া আদিৰ কৰ্মীসকল সমদলেৰে আগবাঢ়ি আহি গহপুৰ থানাৰ পূৱফালে উপস্থিত হ'লহি। শ্ৰীজোনাৰাম ভূঞাৰ নেতৃত্বত পশ্চিমফালৰ পৰা বৰঙাবাৰী, হেলেম আদিৰ পৰা বিৰাট সমদল যাত্ৰা আহি থানাৰ পশ্চিম বাটৰ জপনাৰ ওচৰত ৰ'লহি। সেৱকসকলৰ হাতত পতাকাৰ বাহিৰে তাত একো নাছিল। দলনেতাই হুকুম দিয়াৰ লগে লগে কনকলতা আইদেউ হাতত ত্ৰিৰঙ্গ পতাকা লৈ আগবাঢ়িল। থানাদাৰ ৰেৱতী মোহন সোমৰ নেতৃত্বত সশস্ত্ৰ চিপাহীৰ গুলীত তেওঁ বাগৰি পৰিল। পতাকা মুকুন্দ কাকতীয়ে ল'লে। তেওঁৰো একে দশাই হ'ল। অন্য কেবাগৰাকীৰ গাতো গুলী লাগিল। হুলস্থূল লাগি ৰাইজ ছেদেলি-ভেদেলি হ'ল। তাৰ মাজতে চেমনীয়া বিপ্লৱী শ্ৰীৰামপতি ৰাজখোৱাই, শ্ৰীপ্ৰেম বৰুৱা, শ্ৰীগিৰীশ সূত আৰু স্বৰ্গীয় মুহিধৰ চাংমাইৰ সহায়ত থানা ঘৰৰ মুধচত উঠি জাতীয় পতাকা উৰালে।

ইফালে তেজপুৰৰ পশ্চিমখণ্ডৰ ঢেকিয়াজুলি থানা এলেকাৰ বৰগাঁও, নাহৰবাৰী, জহামাৰী, ঘটুৱা আদি ঠাইৰ ৰাইজ সদলবলে আগবাঢ়ি গৈ থানাৰ সন্মুখত হাজিৰ হ'ল। নিৰ্ধাৰিত আঁচনিমতে মনবৰ নাথে সাহসেৰে জাতীয় পতাকা লৈ আগবাঢ়ি আহোতেই সশস্ত্ৰ চিপাহীৰ গুলীয়ে তেওঁৰ বুকু

ভেদ কৰিলে। তৎকালে চন্দ্ৰকান্ত নাথে পতাকা দাঙি ধৰিলে। পুলিচৰ ফালৰ পৰা কেবাজাঁই গুলী চলোৱা হ'ল। ফলত কুমলী দেৱী, মহীৰাম কোঁচ, মণিৰাম কছাৰী, ৰতন কছাৰী, সৰুৰাম চুতীয়া, খহুলী দেৱী, দয়াল পানিকা, মঙ্গল কুকু, তিলেশ্বৰী বৰুৱা আৰু লেৰেলা কছাৰীয়ে বন্দুকৰ গুলীত প্ৰাণ এৰিলে। অনেকজন আহত হ'ল। তদুপৰি পূৰ্বপৰিকল্পিত ষড়যন্ত্ৰেৰে পুলিচ মিলিটাৰীয়ে সমদলকাৰী ৰাইজক বাট ভেটি ধৰি নৃশংসভাৱে মাৰি-পিটি অসংখ্য লোকক হতাহত কৰিলে। সংশ্লিষ্ট গাঁওবোৰলৈ গৈয়ো বহুত দিনলৈকে অত্যাচাৰ চলাইছিল। সেই সময়ৰ প্ৰদেশ কংগ্ৰেছৰ সভাপতি মৌঃ তৈয়বুল্লা আৰু ত্যাগবীৰ হেম বৰুৱাৰ মতে প্ৰায় ২০ জনে ঢেকিয়াজুলিত পুলিচৰ হাতত প্ৰাণ এৰিছিল আৰু এশজনৰ অধিক ঘাইল হৈছিল।

বিহালী থানাতো প্ৰায় দহ হাজাৰ লোকৰ সমাবেশ হৈছিল। থানাৰ পুলিচ আৰু জনতাৰ ভেটা-ভেটি, হুলস্থুলৰ মাজতে শ্ৰীমতী তিলেশ্বৰী মহন্তই থানাত জাতীয় পতাকা উত্তোলন কৰিলে। চতিয়া থানাত পুলিচৰ অপ্ৰস্তুত অৱস্থাতে ৰাইজে আগভেটি গৈ কৌশলেৰে জাতীয় পতাকা উত্তোলন কৰে।

২১ চেপ্তেম্বৰ, সোমবাৰ। আগদিনাৰ ঢেকিয়াজুলি, গহপুৰৰ নৃশংস হত্যাকাণ্ড আৰু পুলিচ মিলিটাৰীয়ে চলোৱা অকথ্য অত্যাচাৰৰ বাতৰি পায়ো কাতৰ নহৈ বালিপাৰাৰ পৰা আৰম্ভ কৰি বিহগুৰি, বাঁহবাৰী, বেছেৰীয়া, পটৰীয়া, গটঙা, বালিপুখুৰী, ডেকাৰ গাঁও আদিৰ মৃত্যু বাহিনী আৰু পুৰুষ-মহিলা নিৰ্বিশেষে হাজাৰ-বিজাৰ লোক তেজপুৰ চহৰলৈ আগবাঢ়ি আহিল। কাছাৰী ঘৰ আৰু থানাত পতাকা উত্তোলনৰ বাবে শ্ৰীদুৰ্গাধৰ গোস্বামী আৰু শ্ৰীচন্দ্ৰকান্ত ডেকা বৰুৱা প্ৰমুখ্যে চাৰি গৰাকীৰ গাত ভাৰ আছিল। চৰকাৰৰ ফালৰ পৰা দহ মিনিটত জনতাক আঁতৰি যাবলৈ হুকুম কৰাৰ লগে লগে মিলিটাৰীৰ আক্ৰমণ আৰম্ভ হ'ল। কিমানক যে মাৰি পিটি ঘূণীয়া কৰিলে তাৰ সীমা সংখ্যা নাই। কিন্তু হুলস্থুলৰ মাজতে শ্ৰীজিতেন্দ্ৰ ভূঞাই সহকাৰী এজনেৰে সৈতে লগ লাগি কৌশলেৰে কাছাৰী ঘৰৰ সন্মুখত জাতীয় পতাকা উত্তোলন কৰিব পৰাটো গৌৰৱপূৰ্ণ সংবাদ।

তাৰ পিছত তৃতীয় পৰ্যায় কূটাঘাটমূলক কাৰ্যক্ৰম। ইয়াৰ বিৱৰণ গোঁসাইৰ লিখাৰ পৰা তুলি দিছোঁ– "আন্দোলন গঢ়ি উঠাৰ লগে লগে ১৬ আগষ্ট তাৰিখে কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী আৰু

মহীকান্ত দাস গ্ৰেপ্তাৰ হ'ল। ২০ চেপ্তেম্বৰত শ্ৰীপুষ্পলতা দাস আৰু ২১ তাৰিখে নবীয়া অৱস্থাতে অমিয় কুমাৰ দাসক গ্ৰেপ্তাৰ কৰিলে। সেইদিনাই আন্দোলনকাৰীক নেতৃত্ব দি আনিবলৈ যাওঁতে স্বৰ্গীয় মহাদেৱ শৰ্মাকো দা-ধৰা পাওঁতেই গ্ৰেপ্তাৰ কৰে। জিলাৰ সকলো ঠাইতে এই দিনৰ পৰাই গ্ৰেপ্তাৰ আৰু নানা অত্যাচাৰ আৰম্ভ হ'ল। এনে অৱস্থাত আন্দোলন সজীৱ কৰি ৰাখি শেষলৈকে আন্দোলন চলাই যাবলৈ জ্যোতিপ্ৰসাদ আগৰৱালা, গহন চন্দ্ৰ গোস্বামী আৰু শ্ৰীবিশ্বদেৱ শৰ্মাই ৰাইজৰ মাজতে আত্মগোপন কৰিলে।

২৩/১০/৪২ তাৰিখে আন্দোলনৰ কাৰ্যসূচী নিৰ্ধাৰণ কৰিবলৈ বিশ্বনাথ চাৰিআলিৰ ভীৰগাঁৱৰ নামঘৰত এখনি জৰুৰী গোপন সভা আহ্বান কৰা হ'ল। বিশ্বস্ত কৰ্মীসকলক সন্ধিয়া ৮ বজাত উপস্থিত হবলৈ নিৰ্দেশ দিয়া হ'ল। মহেশ্বৰ বৰায়ো জিলা অফিচৰ কাগজ-পত্ৰবোৰ ধানবেপাৰীৰ ভেশচনেৰে লৈ সময়মতে হাজিৰ হ'লগৈ। স্থানীয় কৰ্মীসকলে যুগুতোৱা ৰাতিৰ চাউল সিজোৱাভাগ ধৰি লৈ ১২ বজাত সভাৰ কাম আৰম্ভ হ'ল। গহন চন্দ্ৰ গোস্বামীয়ে সভাপতিত্ব কৰিলে। সভাই সকলো দিশ আলোচনা কৰি আন্দোলনক ক্ষিপ্ৰগতিৰে আগুৱাই নিবলৈ 'জিলা জৰুৰী কংগ্ৰেছ কমিটি' গঠন কৰিলে। সৰ্বসন্মতিক্ৰমে গহন চন্দ্ৰ গোস্বামী সভাপতি ( ডিক্টেটৰ ), কীৰ্তিনাথ ভট্টাচাৰ্য্য সম্পাদক, ত্ৰিনয়ন বৰকাকতী কাৰ্যালয় পৰিচালক আৰু ছাত্ৰকৰ্মী তিলক কাকতীক কাৰ্যালয় সহায়ক স্বৰূপে নিৰ্বাচিত কৰা হ'ল।

মূল কাৰ্যালয় জামুগুৰিত নিৰ্ধাৰণ কৰা হ'ল। তেজপুৰ ঢেকিয়াজুলি অঞ্চলত সংগঠন টনকিয়াল কৰি পূৰ্ণোদ্যমে কাম চলাই যাবলৈ মহেশ্বৰ বৰাৰ ওপৰত দায়িত্ব দিয়া হ'ল আৰু ছয়দুৱাৰ অঞ্চলৰ যিসকলে আত্মগোপন কৰি আছে সেই সকলৰ উৎসাহ আৰু প্ৰেৰণাৰ জোঁৱাৰ তুলিবলৈ কেইগৰাকীমান সুদক্ষ কৰ্মী পঠোৱাৰ দিহা কৰা হ'ল।

সভাৰ মূল সিদ্ধান্তবোৰ হ'ল–

১। এই সংগ্ৰামী অৱস্থাৰ অৱসান নোহোৱালৈকে অবিৰাম আন্দোলন চলাই যাব লাগিব।

২। পুলিচৰ হাতত ধৰা নপৰাকৈ কাৰ্যসূচীমতে কাম কৰি যাব লাগিব।

৩। কোনো অৱস্থাতে কৰ্মীসকলে গোপনীয়তা ভঙ্গ কৰিব নোৱাৰিব; ইয়াৰ ব্যতিক্ৰম হ'লে নিয়ম ভঙ্গ কৰাজনৰ ওপৰত বিহিত ব্যৱস্থা লোৱা হ'ব ।

৪। সাম্প্ৰতিক কালছোৱাত জিলা অফিচ জামুগুৰিৰ পৰা পৰিচালিত হ'ব ।

সভাৰ সিদ্ধান্তমতে জামুগুৰিত জিলা কাৰ্যালয় স্থাপিত হ'ল । সভাপতি গোস্বামীয়ে জামুগুৰিতে চোং পাতিলে আৰু মহেশ্বৰ বৰাই তেজপুৰলৈ গৈ সংগঠনৰ কাৰ্যত আত্মনিয়োগ কৰিলে । সভাপতিয়ে নদুৱাৰৰ নিৰ্ভীক কৰ্মী সকলৰ ১/১১/৪২ তাৰিখে কেৰেনি পামত এখন গোপন সভা পাতি তাত কৰ্মীসকলে কেনে দৃঢ়তাৰে কাম কৰি যাব লাগিব আৰু কাৰ কেনে দায়িত্ব হ'ব, সকলো দিশ পৰিষ্কাৰকৈ বুজাই নিজ নিজ দায়িত্ব পালন কৰিবলৈ আহ্বান জনালে-। এই কেৰেনি পামতেই ধ্বংসাত্মক কাৰ্য চলাব পৰাকৈ গোপন প্ৰশিক্ষণৰো ব্যৱস্থা কৰা হ'ল । নিজৰ নিজৰ তেজেৰে চহী কৰি গোপনীয়তাৰ প্ৰতিজ্ঞা ৰক্ষা কৰিব পৰা জনকহে এই মৃত্যু বাহিনীৰ প্ৰশিক্ষণ ল'বলৈ অধিকাৰ দিয়া হৈছিল ।

চহী কৰিবলগীয়া প্ৰতিজ্ঞা–

১। পুলিচক কেতিয়াও ধৰা নিদিম ।

২। নেতাসকলৰ হুকুম আখৰে আখৰে পালন কৰি চলিম ।

৩। দলৰ গোপনীয়তা প্ৰাণান্তেও ভঙ্গ নকৰিম ।

এনে উদ্যোগৰ মাজতে নগাঁৱৰ উগ্ৰগন্ধা কৰ্মী শ্ৰীলক্ষ্মীপ্ৰসাদ গোস্বামী আৰু শ্ৰীতিলক চন্দ্ৰ হাজৰিকা আহি পাই কৰ্মীসকলক উদ্‌গণি যোগোৱাত কৰ্মীসকলৰ অন্তৰৰ মনোভাৱ দৃঢ়তৰ হৈ উঠিল । ইয়াতে আকৌ ত্যাগবীৰ হেম বৰুৱাদেৱৰ পৰামৰ্শমতে তেতিয়াৰ প্ৰাদেশিক কংগ্ৰেছৰ সচিব শ্ৰীনাৰায়ণ চন্দ্ৰ ভূঞা গুৱাহাটীৰ পৰা আহি জামুগুৰি পাই কৰ্মীসকলৰ সৈতে আন্দোলনৰ বিভিন্ন দিশত আত্মনিয়োগ কৰিলেহি ।

কেৰেনি পামৰ সভাৰ পাছতে সভাপতি গহন গোস্বামী তেজপুৰলৈ আহি নিজৰ ঘৰতে এখন গোপন কৰ্মী সভা পাতি তেজপুৰ চেকিয়াজুলি অঞ্চলত স্বতন্ত্ৰভাৱে কাম কৰিব পৰাকৈ 'তেজপুৰ জিলা জৰুৰী কংগ্ৰেছ, চাৰিদুৱাৰ শাখা' নামেৰে কমিটি এখন গঠন কৰিলে । শ্ৰীবিশ্বদেৱ শৰ্মা সভাপতি, মহেশ্বৰ বৰা সম্পাদক আৰু কৃষ্ণ ভূঞা কাৰ্যালয় সম্পাদক নিযুক্ত হ'ল ।

সেই সভাতে সভাপতিয়ে কুটাঘাটমূলক কামৰ আঁচনি ডাঙি ধৰিলে। প্ৰথম জিলা পৰ্যায়ৰ কামৰ কাৰণে বেছেৰীয়াত গোপন শিবিৰ পতা হ'ল। বিভিন্ন ঠাইৰ ১৫০ জন কৰ্মীয়ে ইয়াত যোগদান কৰিলে।

প্ৰথম পৰ্যায়ৰ আঁচনিত ধৰা হ'ল তেজপুৰ নগৰৰ ডাক-বঙলা, চব ডেপুটী কলেক্টৰৰ অফিচ, বালিপাৰা পৰিদৰ্শন বঙলা, গাভৰু জিৰণি চ'ৰা, গাভৰু নৈৰ দলং আদিত অগ্নি সংযোগ কৰা, বিন্দুগুৰি, ঢেকিয়াজুলি আদিত ৰেলৰ লাইন বিকল কৰা আৰু টেলিফোন লাইন কাটি সংযোগ বিচ্ছিন্ন কৰা। যেনে হুকুম তেনে কাম। সকলো কৰ্মীয়ে আনন্দমুখৰ হৈ ভোজভাত খাই নিজ নিজ কৰ্মথলীলৈ গতি কৰিলে। ৫ ডিচেম্বৰ তাৰিখে ৰাতি তেজপুৰ নগৰৰ চব ডেপুটী কলেক্টৰৰ কাৰ্যালয়, গাভৰু জিৰণি চ'ৰা আৰু বালিপাৰা পৰিদৰ্শন বঙলাত অগ্নিশিখা জ্বলি উঠিল, পুৰি ছাই হৈ গ'ল।

ইয়াৰ কেইদিনমান পিছতে আকৌ বালিশিহা গাঁৱত সভাপতিয়ে নদুৱাৰ আৰু চাৰিদুৱাৰৰ কেইগৰাকীমান কৰ্মীৰে গোপন আলোচনা কৰি দ্বিতীয় পৰ্যায় হিচাপে মিছামাৰী বিমান ঘাটিত অগ্নি সংযোগ কৰাৰ থিৰাং কৰিলে। ৰাতি ১০/১১ মান বজাত বিমান ঘাটিত নতুনকৈ সজা ৩৬০ টা মলয়গিৰি হেন্ন ঘৰত অগ্নি সংযোগ ঘটিল আৰু বায়ুদেৱতাৰ অনুগ্ৰহত অলপো বিধি-পথালি নোহোৱাকৈ সোনকালে ভস্মীভূত হৈ গ'ল। এই অতি দুঃসাহসিক কাৰ্য কৰিবলৈ যাওঁতে কেনে দুৰ্গতি ভুগিব লগা হৈছিল আৰু দুৰ্ঘটনাত পৰি আজিলৈকে কেগৰাকীমান ঘূণীয়া হৈ ৰ'ল, সেয়া আজি ভাবিলেও মনত ত্ৰাস আৰু শোক উঠলি উঠে।"

নদুৱাৰ আৰু ছয়দুৱাৰ অঞ্চলতো নিপুণ কৰ্মীসকলে হৃদয়ত অসীম সাহস বান্ধি কাম কৰিবলৈ আগবাঢ়িছিল। ধ্বংসাত্মক কাৰ্যৰ উপৰিও স্কুল আদালতত পিকেটিং আৰু সত্যাগ্ৰহ কৰা, যুদ্ধৰ সামগ্ৰী সৰবৰাহত বাধাদান কৰা আদি কাৰ্যও অবিৰামভাৱে চলি আছিল। সভাপতিয়ে জিলাৰ সকলো ঠাই ঘূৰি কৰ্মীসকলৰ সহযোগেৰে আন্দোলন তীব্ৰতৰ কৰি তুলিছিল। তেজপুৰৰ ডিক্টেটৰ হৈ আত্মগোপন কৰি কাৰ্য নিৰ্বাহ কৰাৰ ভিতৰতে মঙলদৈ, নগাঁও, যোৰহাট আদি ঠাইলৈ গৈয়ো স্থানীয় সন্ত্ৰাসবাদী কাৰ্যত সহযোগ কৰিছিল। কলিয়াবৰত এই সময়ত প্ৰায় ডেৰ-মাহ আছিলগৈ আৰু কলিয়াবৰৰ এটা চমু বিৱৰণী লিখি থৈ গৈছে। আত্মগোপনৰ কালছোৱাত

গোঁসাই কেদিনমানৰ কাৰণে নগাঁৱৰ বুঢ়াপাহাৰ বাগিছাত আশ্ৰয় লৈ থকাৰ কথা আন এজন সংগ্ৰামী শ্ৰীলক্ষেশ্বৰ হাজৰিকাদেৱে বৰ্ণনা কৰিছে। তেখেতৰ সম্পূৰ্ণ প্ৰবন্ধ এই গ্ৰন্থৰ দ্বিতীয় খণ্ডত প্ৰকাশ পাইছে।

ষাঠিৰ দশকত গাভৰু নৈৰ পশ্চিম পাৰৰ এখন জনজাতীয় গাঁৱলৈ এটা নামৰ দলৰ লগত আমি গোঁসাইৰে সৈতে গৈছিলো। গোঁসাইক দেখি গাঁৱৰ বুঢ়া-বুঢ়ী, জীয়ৰী-বোৱাৰী আটায়ে আগুৰি ধৰি ইটো সিটো সুধিব ধৰিলে। যেন বহুদিনীয়া পুৰণি চিনাকি হঠাতে পালে। আমি সোধাত গোঁসায়ে ক'লে বোলে আত্মগোপনৰ কালৰে এই সকল আশ্ৰয় দাত্ৰী। তথাপি প্ৰায় ঘৰৰে চোৰ দুৱাৰ আৰু চুৱনীবোৰৰ চিন কৈ দিব পৰা হব। অৰ্থাৎ আত্মগোপনৰ চোঙৰ আত্মীয়তা। গোঁসায়ে সন্ত্ৰাসবাদী কাৰ্যত লুকাই থকাৰ উপৰিও ভেশচন কৰি কেতিয়াবা স্থানীয় মাইকী মানুহৰ মাজত, কেতিয়াবা মিক্ৰাৰ বিৰি হৈ অথবা মিক্ৰা বা কছাৰী হৈ লোকচক্ষু আৰু পুলিচৰ চকুত ধূলি দি কাৰ্য সম্পাদন কৰিছিল। মুঠতে যেতিয়াই যিটো দৰ্কাৰ বা সুবিধা হয় সেইমতে 'তেজপিয়া'ৰ দৰে ভেশচন কৰিছিল। সততে সহযোগী আছিল শ্ৰীচন্দ্ৰকান্ত ডেকাবৰুৱা।

১৯৪২-ৰ আন্দোলনৰ কালত ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱাই নবীয়া পাটিৰ পৰাই আন্দোলনৰ গুৰি ধৰিছিল। তেজপুৰৰ আন্দোলনৰ সকলো খবৰ জ্যোতিপ্ৰসাদ আগৰৱালা আৰু শ্ৰীবিশ্বদেৱ শৰ্মাই তেখেতক জনাইছিল আৰু তেখেতৰ নিৰ্দেশ লৈ আহিছিল। সেইমতে নগাঁৱৰ বিপ্লৱী শ্ৰীলক্ষ্মীপ্ৰসাদ গোস্বামীক বাৰিষা ব্ৰহ্মপুত্ৰৰ বুকুৱেদি তিনিদিনে তেজপুৰৰ পৰা স্বৰ্গীয় ৰুদ্ৰ বৰাই নাৱেৰে নি গুৱাহাটীত নিৰাপদে উপস্থিত কৰাই দিছিল। ইয়াৰ মাজতে বিপ্লৱী বীৰাঙ্গনা অৰুণা আচফ আলি, জয়প্ৰকাশ নাৰায়ণ, সুৰুয প্ৰকাশ আদিয়ে অসমৰ গুপ্তঘাটিত থাকি আন্দোলনৰ গতিবিধি নিৰীক্ষণ কৰি কৰ্মীসকলক উৎসাহিত কৰিছিল। এইদৰে অক্লান্তভাৱে কাম চলাই ১৯৪৪ চনৰ এপ্ৰিল মাহত অলপ সকাহ পাই জামুগুৰিৰ পৰা গোস্বামীদেৱ তেজপুৰলৈ আহিছিল। মাজতে পূৰ্ব-নিৰ্দিষ্ট ঘাটি এটাত প্ৰৱেশ কৰোঁতেই তেখেতক পুলিচে কৰায়ত্ত কৰে। এনেকৈয়ে সাধাৰণ কথাতে ধৰা পৰাত তেখেতে নিজেই মন্তব্য কৰিছে—

*হস্তী গুটি মাখি ভৈলো গো খোজতে তল গৈলো*
*কচুত ভাঙিলোঁ মই কাচি,*

ভেতিয়াৰ পৰা গোঁসাই পুনৰ কাৰাবাস খাটিব লগা হ'ল। ক্ৰমে যুদ্ধৰ গতিয়ে মিত্ৰ পক্ষৰ ফালে জয় লাভৰ সূচনা কৰিলে। আন্তৰ্জাতিক পৰিস্থিতিৰ নতুনকৈ পৰ্যালোচনা হ'ব ধৰিলে। বৃটিছ চৰকাৰে ভাৰতৰ ৰাজনৈতিক দল দুটিৰ লগতো নতুনকৈ বুজাপৰাত লাগিল। ফলত ১৯৪৫ চনত সকলো ৰাজনৈতিক কাৰাবাসীকে মুক্তি দিয়াত গহন চন্দ্ৰ গোস্বামীয়েও আত্মপ্ৰকাশ কৰিবলৈ পালে প্ৰায় চাৰি বছৰ অজ্ঞাতবাসৰ অন্তত য'ত মূলমন্ত্ৰ আছিল–

*কিল লাঠী গুলী ফাঁচী*
*আমাৰ মনত ধুলা খেলা*
*স্বৰাজ সাধন হেতু আমি*
*শেষ পেলাম মৰ্ত লীলা ॥*

সুদীৰ্ঘ কাল দেশসেৱা ব্ৰতেৰে স্বাধীনতা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি জেল-জৰিমনা, দুখ-নিৰ্যাতন ভোগ কৰি দেশৰ স্বাধীনতা অৰ্জনত যোগোৱা বৰঙণিৰ বাবে গহন চন্দ্ৰ গোস্বামীক ভাৰত চৰকাৰে 'তাম্ৰপত্ৰ' প্ৰদান কৰে। ( এই অধ্যায়ৰ মূল কথাবোৰ গোঁসাইৰ লিখনিৰ পৰাই লোৱা হৈছে– "তেজপুৰত স্বাধীনতা যুঁজৰ চমু বতৰা" )

## ১৩। সত্ৰাধিকাৰ গহন গোস্বামী

তেখেতৰ পিতৃ-পুৰুষ মঙ্গল চন্দ্ৰৰ অকাল বিয়োগত প্ৰায় দহ এঘাৰ বছৰতে গহন চন্দ্ৰ গোস্বামীয়ে শ্ৰীশ্ৰীনিকামুল সত্ৰৰ সত্ৰাধিকাৰৰ পদ গ্ৰহণ কৰিব লগাত পৰে। এই পদৰ কাৰণে নিজকে যথাযোগ্য কৰি তুলিবলৈ গহন চন্দ্ৰই দেশৰ বিভিন্ন প্ৰান্তলৈ গৈ আৰু নিজৰ ঠাইতো গুণী ব্যক্তিসকলৰ ওচৰত কেনেভাৱে শিক্ষা-প্ৰশিক্ষণ গ্ৰহণ কৰিছিল তাৰ কথা আগতে কৈ অহা হৈছে। এই সকলোৰে ফল স্বৰূপে সত্ৰাধিকাৰ গহন চন্দ্ৰই লোকৰ শ্ৰদ্ধা আকৰ্ষণ কৰিবলৈ সমৰ্থ হৈছিল। ওচৰৰ কথাই নাই জিলাৰ বিভিন্ন ঠাইৰ আৰু অইন জিলাৰ পৰাও লোকজন আহি শৰণ ভজন গ্ৰহণ কৰিছিল আৰু ধৰ্মীয় চিন্তা-আলোচনাত যোগ দিছিল।

নিকামুল সত্ৰত দৈনিক নাম-প্ৰসঙ্গ, সৎসঙ্গ, সদালাপ আৰু সত্ৰীয়া সংস্কৃতিৰ অভ্যাস অনুশীলন হৈছিল। তিথিয়ে ভাওনাই, বিয়াই সংক্ৰান্তিয়ে সহস্ৰ জনৰ সমাগম ঘটিছিল। গুণী-জ্ঞানী সকলৰ লগত বোলেৰে বা পত্ৰেৰে আলাপ আলোচনা হৈছিল। ইচ্ছুক শৰণ ভজনাৰ্থীসকলক শৰণ দিয়াৰ

পিছুতো সত্ৰত ৰাখি পালনীয় আৰু চিন্তনীয় বিষয়ৰ আলোচনা ক্ৰমে আঁত লগাই দিছিল ।

নগাওঁ জিলাৰ উৰিয়া গাওঁ আৰু কলিয়াবৰত থকা নিকামূলৰ শাখা সত্ৰ দুখনলৈ গৈ শিষ্যক শৰণ ভজন দিছিল আৰু অন্য প্ৰকাৰে যোগাযোগ ৰাখিছিল । দুয়োখনি শাখা সত্ৰকে পৰিচালনা কৰিবলৈ স্থানীয় সমিতি পাতি দিয়া আছিল । এই সমিতিয়ে সত্ৰৰ যাৱতীয় কাম সম্পাদন কৰে । গোঁসায়ে নিজকে অধিকাৰ বুলি গণ্য নকৰি মুখ্য সেৱক, বহুতৰ ভিতৰত এজন ভাৱেৰেহে চলিছিল । সত্ৰৰ সম্পত্তি ৰাইজৰ বুলিয়েই গণ্য কৰিছিল আৰু ৰাজহুৱা উদ্দেশ্যত আগবঢ়াইছিল ।

ষাঠিৰ দশকত উৰিয়াগাঁৱত এখন ৰাজহুৱা চিকিৎসালয় পাতিবলৈ নিৰ্দেশ দিছিল যে যদি শিষ্যসমূহে উচিত বিবেচনা কৰে তেন্তে মাটি দিয়াত তেখেতৰ কোনো আপত্তি নাই আৰু মাটি সেই উদ্দেশ্যত দিয়াও হৈছে । আন এটা মহিলা সংস্থাই বিচৰাতো একে উত্তৰেই দিছিল । মূল নিকামূল সত্ৰ আৰু শাখা সত্ৰবোৰ সম্পূৰ্ণ গুৰু ভকতৰ সহযোগত পৰিচালিত হয় । সমূহ ভকতে বিচাৰিলে বিশেষ ক্ষেত্ৰত গোঁসায়ে নিজৰ সিদ্ধান্ত দিয়ে বা আলোচনাত যোগদান কৰেগৈ । কিন্তু তাৰ ব্যক্তিগত কথাত বা ৰাজহুৱা বাদানুবাদত তেখেত জড়িত নহয় । অতি নম্ৰ কিন্তু স্পষ্ট ভাষাৰে তেখেতে জনাই দিয়ে যাতে তেনেকুৱা সমস্যাবোৰৰ স্থানীয়ভাৱে বিচাৰ বিবেচনাৰে সিদ্ধান্ত লোৱা হয় । "আমাক যেন তেনে কামৰ পৰা অব্যাহতি দিয়া হয়", এয়ে আছিল গহন চন্দ্ৰ গোস্বামীৰ উত্তৰ ।

তেজপুৰ নিকামূল সত্ৰৰ যাৱতীয় তিথি পৰ্ব বা নাম প্ৰসঙ্গ যাতে নিয়মমতে অনুষ্ঠিত হয় তাৰ প্ৰতি তেখেত দায়বদ্ধ আছিল । ভাদ্ৰ মাহৰ গুৰু-কীৰ্তনসমূহত যোগদান কৰা বা বিহু সংক্ৰান্তিত নামত যোগ দিয়াটো তেৰাই অৱশ্যে জ্ঞান কৰিছিল । তেখেতৰ জীয়ৰী হিৰণ্যপ্ৰভা আইদেৱে লিখিছে যে অসম বিধান সভাৰ সদস্য হৈ থকাৰ সময়ত ৰাজধানী ছিলঙত গৈ থাকিলেও তিথিসমূহত উপস্থিত হৈ যোগদান কৰেহি । আনকি পলাতক অৱস্থাত থাকোঁতেও সত্ৰৰ নাম প্ৰসঙ্গ, গুৰুৰ তিথি যথাৱৎ পালনৰ খবৰ ৰাখিছিল । এবাৰ নাম গাই থাকোঁতে কেনেকৈ গ্ৰেপ্তাৰ কৰিবলৈ অহা পুলিচ বিষয়াই নামৰসত মুগ্ধ হৈ গ্ৰেপ্তাৰ নকৰাকৈ 'গুৰু' বুলি প্ৰণাম কৰি উভতি গৈছিল তাৰ এটা মধুৰ বিৱৰণ তেওঁৰ প্ৰবন্ধত অন্যত্ৰ প্ৰকাশিত হৈছে ।

আন যিকোনা স্থানৰ সত্ৰ বা সমূহৰ নাম বা ধৰ্মালোচনাৰ বাবে নিমন্ত্ৰণ পালেই তেখেতে যোগদান কৰি সমূহ ৰাইজক উৎসাহিত কৰিছিল। এৰাব নোৱাৰা কাৰণত মধুৰ ভাষণ বা বাৰ্ত্তাৰে অক্ষমতা প্ৰকাশ কৰি ক্ষমা প্ৰাৰ্থনা কৰাটো গহন গোঁসাইৰ স্বভাৱ।

তেজপুৰৰ স্থানীয় কুমাৰগাঁৱৰ শ্ৰীশ্ৰীশঙ্কৰদেৱ মন্দিৰৰ তেখেত মৰণ কাললৈকে সভাপতি আছিল আৰু পৰিচালনাত নানাভাৱে সেৱা আগবঢ়াইছিল। মাজগাঁও শঙ্কৰ মন্দিৰৰ তেখেত আদিৰে পৰা সভ্য আছিল। দেৰগাঁও, শিৱসাগৰ, মোগোৰাহাট, যোৰহাট, ককিলামুখ আদিৰ সত্ৰত প্ৰায় প্ৰতি বছৰে এমাহ কাল পৰ্যন্ত থাকি শিষ্য ভজন কৰাৰ লগতে সমূহ ৰাইজৰ লগত নাম কীৰ্তন ধৰ্মালোচনাৰে মৰ্ত্যত বৈকুণ্ঠৰ সৃষ্টি কৰি আনন্দ প্ৰদান কৰিছিল। তেওঁলোকৰ কৃতজ্ঞতাভৰা প্ৰীতিপূৰ্ণ চিঠিত সেইবোৰ প্ৰকাশ পাইছে। তাৰে নিদৰ্শন অন্যত্ৰ প্ৰকাশ কৰা হৈছে। উল্লেখযোগ্য যে ১৯৪৪ চনত চৰকাৰৰ নজৰবন্দী অৱস্থাত থাকোঁতেও উপায়ুক্তৰ অনুমতি লৈ তেখেতে শুৱালকুছিৰ ধৰ্মালোচনী সভা তথা শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱত যোগদান কৰিছিলগৈ। ( উপায়ুক্তলৈ লিখা চিঠি যথাস্থানত প্ৰকাশ কৰা হৈছে )।

১৯৩২ চনত সত্ৰৰ সম্পত্তি চৰকাৰে ক্ৰোক্ কৰি নিয়া কথা অন্যত্ৰ প্ৰকাশ পাইছে। ১৯২১ চনৰ পৰা দেশৰ কামত লাগি থকাত তেজপুৰৰ নিকামুল সত্ৰৰ নামঘৰ আদিৰ অৱস্থা জৰাজীৰ্ণ হৈ আহিছিল। গোঁসায়ে অনুভৱ কৰিলেও ধনৰ অভাৱত পুনৰনিৰ্মাণৰ কাম হাতত লব পৰা নাছিল। বিধান সভাৰ সদস্য হৈ থাকোঁতে সহৃদয় মন্ত্ৰীসকলৰ কেবাজনেও চৰকাৰৰ ওচৰত আবেদন কৰাৰ কথা কৈছিল। কিন্তু সেই ফেৰা কাম গহন গোস্বামীৰ দ্বাৰা "নৈব নৈব চ"। ষাঠিৰ দশকত স্বৰ্গীয় বিমলা প্ৰসাদ চলিহা ডাঙৰীয়া মুখ্যমন্ত্ৰী হৈ থাকোঁতে এবাৰ নিকামুল সত্ৰ ভ্ৰমণ কৰি সত্ৰৰ উন্নতিকল্পে দহ হেজাৰ টকাৰ মঞ্জুৰী দিয়ে। গহন গোঁসায়ে সেই টকা পাই মাধৱদেৱে শ্ৰীৰাম আতাক পানী খাবলৈ লোটা এটা দান কৰাৰ দৰে হ'ল। কিজানিবা অনুদানৰ টকা পৰিয়ালৰ খৰচত সোমায় বা আনে সন্দেহ কৰে। গতিকে এজন ভকতৰ নামত বেঙ্কত এটা জমা-হিচাব খুলি টকাখিনি ৰাখি সমূহৰ মাজৰ পৰা এটা ক্ষুদ্ৰ সমিতিৰ যোগে সেই ধন খৰচ কৰি নামঘৰৰ উন্নতি সাধন কৰে। তাৰ ভিতৰত নামঘৰৰ চাৰিওফালে পকাদেৱাল, চাৰিটা

কৰাপাটেৰে সৈতে ধুনীয়া ওখ প্ৰৱেশদ্বাৰ আৰু উত্তৰ দিশেৰে সত্ৰৰ প্ৰৱেশ পথত এটা টিনৰ বাটচ'ৰা সজায়। সেইবোৰে এতিয়াও সত্ৰৰ গাম্ভীৰ্য বঢ়াই আছে।

গহন গোঁসায়ে নিজকে সদৌ অসমৰ সত্ৰ অনুষ্ঠান তথা মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ এজন প্ৰতিভূ বুলি অনুভৱ কৰিছিল আৰু সেই ভাৱে দায়িত্ব গ্ৰহণ কৰিছিল। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ মুখ্য সত্ৰ কোচবিহাৰৰ মধুপুৰ, কামৰূপৰ বৰপেটা, মধ্য অসমৰ বৰদোৱা, উজনিৰ শ্ৰীশ্ৰীকমলাবাৰী সত্ৰৰ প্ৰতি সদা সজাগ আছিল। সেইবোৰৰ ভাল বেয়াত মাত মাতিছিল আৰু য'তেই আৱশ্যক নহওক কিয় উপস্থিত হৈ সুখ দুখৰ ভাগী হৈছিল। তেখেত বৰদোৱা সত্ৰৰ পৰিচালনা সমিতিৰ আৰু মধুপুৰ সত্ৰ নিৰ্মাণৰ প্ৰথম ওঠৰজনীয়া সমিতিৰ সদস্য আছিল।

ইংৰাজী ১৯৪৮ চনত শ্ৰীমন্ত শঙ্কৰদেৱৰ ৫০০ বছৰীয়া জয়ন্তী সদৌ অসম ভিত্তিত বৰপেটা সত্ৰত পাঁচদিনীয়াকৈ উদ্‌যাপন কৰা হয়। মূল সভাৰ আগতেও প্ৰায় সপ্তাহকালত বিভিন্ন বিষয়ৰ আগতীয়া আলোচনা অনুষ্ঠিত হৈছিল। গহন গোঁসায়ে এই সকলোবিলাক আলোচনাত উপস্থিত থাকি অংশ গ্ৰহণ কৰিছিল আৰু মূল সভাতো যোগদান কৰিছিল। এদিনাখনৰ মুকলি সভাত সভাপতিত্বও কৰিছিল। উল্লেখযোগ্য যে উৎসৱৰ প্ৰথম দিনৰ উদ্বোধনী সভাত সভাপতিত্ব কৰিছিল মুখ্যমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈ ডাঙৰীয়াই আৰু পিছৰফালে ড° সূৰ্য্যকুমাৰ ভূঞাদেৱে। পিছৰবোৰ সভা গড়মূৰীয়া পীতাম্বৰ দেৱ গোস্বামী আদি বিশিষ্ট ব্যক্তিয়ে পৰিচালনা কৰিছিল।

গহন গোস্বামীয়ে মহাপুৰুষ দুজনাৰ নাম যশ সৰ্বভাৰত তথা বিশ্বত প্ৰচাৰ হোৱাটো কামনা কৰিছিল। এই বিষয়ে অসম চৰকাৰৰ সংশ্লিষ্ট কৰ্তৃপক্ষ আৰু বিশিষ্ট ব্যক্তিসকলৰ লগত আদান প্ৰদান কৰা চিঠি-পত্ৰ পোৱা যায়। সৰ্বভাৰতীয় ধৰ্মীয় দাৰ্শনিকসকলৰ লগত শ্ৰীমন্ত শঙ্কৰদেৱৰ নাম অন্তৰ্ভুক্ত নোহোৱাত তেখেতে দুখ প্ৰকাশ কৰি সেই সময়ৰ অসম সাহিত্য সভাৰ নলবাৰী অধিবেশনৰ নিৰ্বাচিত সভাপতি ডিম্বেশ্বৰ নেওগদেৱৰ যোগেদি সাহিত্য সভাৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

গোঁসায়ে যিকোনো কাৰণতে দুজনা গুৰুৰ চিত্ৰ বা প্ৰতিমূৰ্ত্তি প্ৰকাশ কৰাটো পচন্দ নকৰিছিল। তেখেতৰ মতে গুৰু ভটিমাত 'বৰ্ণিত গুৰুৰ

বৰ্ণনা ভক্তৰ হৃদয়ৰ ধ্যানৰ বস্তু। তাক কল্পিত ৰূপ দিয়া উচিত নহয়। তাতকৈ গুৰু আসন আৰু শাস্ত্ৰ ভাগৱতৰ বাণীসমূহ প্ৰচাৰ কৰিলে উত্তম কাৰ্য হয়। এই সম্দৰ্ভত "মহাপুৰুষীয়া ধৰ্মালোচনী চক্ৰৰ" প্ৰথম অধিবেশনৰ চতুৰ্থ প্ৰস্তাৱৰ উল্লেখনীয় অংশ "মহাপুৰুষ শঙ্কৰদেৱৰ ছবি প্ৰকাশ কৰা ব্যক্তি বিশেষ আৰু অনুষ্ঠানক এই সভাই উক্ত কাৰ্যৰ পৰা বিৰত হবলৈ পৰামৰ্শ আগবঢ়ায়।" গহন গোস্বামী উক্ত চক্ৰৰ লগত জড়িত আছিল।

নিজৰ ফালৰ পৰা গোঁসায়ে শাস্ত্ৰৰ বাণীসমূহ যুগুতাই পুস্তিকা আৰু প্ৰচাৰ পত্ৰৰ আকাৰত নিজ খৰছত ছপা কৰি বিনামূলীয়াকৈ সময়ে সময়ে বিতৰণ কৰিছিল। ধনহীন লোকেও কিনি পঢ়িবৰ কাৰণে মাত্ৰ আঠ অনা দামতে "নামঘোষা"খনি ছপা কৰি যোগান ধৰিছিল। নিকামূল সত্ৰত এনে কামৰ কাৰণে এটা প্ৰকাশন অনুষ্ঠান খুলি লৈছিল। আপাটানি ভাষাতো এনে পুস্তিকা ছপা কৰি বিতৰণ কৰিছিল। এই বিষয়ে পিছত লিখা হৈছে।

গহন চন্দ্ৰ গোস্বামী "বৃন্দাবন ধাম শ্ৰীমন্ত শঙ্কৰদেৱ কেন্দ্ৰ"ৰো সদস্য আছিল। এই কেন্দ্ৰৰ উদ্দেশ্য আছিল বৃন্দাবনত এটা শঙ্কৰদেৱ কেন্দ্ৰ প্ৰতিষ্ঠা কৰি গুৰুজনাৰ বৃন্দাবন স্মৃতি যুগমীয়া কৰা। এই উদ্দেশ্যত ভালেখিনি আগবঢ়া হৈছিল আৰু গোস্বামীদেৱে সকলো প্ৰকাৰৰ সহযোগ আগবঢ়াইছিল। কেন্দ্ৰ নিৰ্মাণ সমিতিৰ সম্পাদক সকলৰ ভিতৰত আছিল স্বৰ্গীয় ললিত চন্দ্ৰ বৈশ্য সাউদ, স্বৰ্গীয় চেনীৰাম শইকীয়া, স্বৰ্গীয় হৰিপদ দত্ত আৰু শ্ৰীকমল চন্দ্ৰ বৰা। এই বিষয়ত স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰীদেৱেও প্ৰভূত সহায় আগবঢ়াইছিল।

এই কেন্দ্ৰৰ উদ্যোগতে "বৃন্দাবন বৈষ্ণৱ বিশ্ববিদ্যালয়"ত শঙ্কৰদেৱ অধ্যাপকৰ আসন প্ৰতিষ্ঠা কৰা হৈছিল। তাৰ প্ৰথমজন অধ্যাপক আছিল একান্ত ধৰ্মপ্ৰাণ স্বৰ্গীয় উপেন্দ্ৰ চন্দ্ৰ লেখাৰু। তেখেতেই "বৃন্দাবন ধাম শ্ৰীমন্ত শঙ্কৰদেৱ কেন্দ্ৰ"ৰো গুৰি ধৰিছিল। কেন্দ্ৰত নামঘৰ, আলহী ঘৰ আদিৰো ব্যৱস্থা হৈছিল। পিছত প্ৰতিকূল অৱস্থাত এই কেন্দ্ৰটি উঠাই আনিব লগা হয়।

গহন গোঁসাইৰ উদ্যোগত তেজপুৰত এখন "পূৰ্ণিমা ধৰ্মীয় সমাজ" নামৰ ভ্ৰাম্যমান ধৰ্ম সমাজ গঠিত হৈ বহুদিন চলিছিল। প্ৰতি পূৰ্ণিমা তিথিত বিশিষ্ট ধৰ্মপ্ৰাণ লোকসকলে কোনো নামঘৰ বা বিশিষ্ট লোকৰ গৃহত একেলগে বহি নাম পাঠ আৰু ভাগৱত চৰ্চা আদি কৰিছিল। গোঁসাই হ'ল

এইবোৰত মুখ্য ভূমিকা গ্ৰহণ কৰোঁতা আচাৰ্য। এই সকলৰ ভিতৰত চৰকাৰী চাকৰি কৰা উচ্চ পদস্থ বিষয়াও আছিল। সমাজৰ উদ্দেশ্য আছিল ভগৱৎ চিন্তা আৰু ভক্ত তথা সমাজৰ মাজত প্ৰেম-প্ৰীতিৰ অনুশীলন। কিছুকাল ভ্ৰাম্যমান হৈ চলাৰ অন্তত সমাজে চহৰৰ মাজভাগৰ এঠাইত এটা নামঘৰ সজাৰ কথা চিন্তা কৰে। তেখেতসকলে সেই সময়ৰ সহকাৰী ন্যায়াধীশ ধৰ্মপ্ৰাণ স্বৰ্গীয় যোগেন্দ্ৰ নাথ বৰুৱাদেৱক লগ ধৰি সেই উদ্দেশ্যে মাটি বিচৰাত তেখেতে তেজপুৰ কুমাৰগাঁৱত দুবিঘা মাটি দান কৰে। সমাজে তাতে এটি নামঘৰ বান্ধে। সেয়ে আজিৰ কুমাৰগাঁৱৰ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মন্দিৰ। এই মন্দিৰৰ লগত সম্বন্ধ গোস্বামীদেৱৰ জীৱনৰ অন্তিম কাললৈকে ৰাখি গ'ল।

সত্ৰৰ মৰ্য্যাদা সম্পৰ্কে তেখেত কিমান সতৰ্ক আছিল তাৰ এটা সাধাৰণ নিদৰ্শন। এদিনাখন কুমাৰগাঁৱৰ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মন্দিৰত তেখেতে নামৰ আচাৰ্য হৈ যথাস্থানত উপবেশন কৰি ৰাইজৰ আনুষ্ঠানিক আদেশৰ কাৰণে ইফালে সিফালে চাইছে। এনেতে ওচৰতে বহা এজন লোকে কিবা কথাৰ চলতে ক'লে যে বৰপেটা সত্ৰত বহুত ব্যভিচাৰ আছে। কথাষাৰ গোঁসাইৰ কাণ চুলে। তৎমুহূৰ্তে গোঁসাই গৰ্জি উঠিল– বোলে "বৰপেটা সত্ৰৰ বিষয়ে কথা কওঁতে বা মন্তব্য দিওঁতে সাৱধান হ'ব। আপুনি বৰপেটা সত্ৰৰ বিষয়ে কিমান জানে ? প্ৰকৃততে চিনি পায়নে বৰপেটা সত্ৰক ?" লোকজনৰ অৱস্থা অনুমেয়। গোঁসায়ে কিছুপৰ নিৰৱে থাকি গুৰু আসনৰ প্ৰতি পুনৰ প্ৰণাম জনাই নাম ডাকিলে। এয়া আমাৰ নিজা অভিজ্ঞতা সত্তৰৰ দশকত।

আন এটা বিশেষ মনোযোগ দিব লগা ঘটনা নগাঁৱৰ শঙ্কৰ মিছনৰ বিশিষ্ট সেৱক শ্ৰীলক্ষেশ্বৰ হাজৰিকাদেৱে বৰ্ণাইছে। তেখেতৰ সম্পূৰ্ণ নিৱন্ধটিকেই যথাস্থানত প্ৰকাশ কৰা হৈছে। মাত্ৰ প্ৰসঙ্গৰ সঙ্গতি ৰাখি উল্লেখ কৰিব খুজিছো। ১৯৪৩ চনৰ ভাদ মাহত দুয়োজন ( গোঁসাই আৰু হাজৰিকা ) পলাতক অৱস্থাত বুঢ়াপাহাৰ বাগিছাত আত্মগোপন কৰি থাকোঁতে গোঁসাইৰ আচাৰ ব্যৱহাৰ, ধৰ্মীয় আলোচনা আদিত মোহিত হৈ হাজৰিকাই নিজকে শিষ্যৰূপে গ্ৰহণ কৰি শৰণ দিবলৈ গোঁসাইক ধৰিলে। তৎক্ষণাৎ তেখেতে হাজৰিকাৰ গাত হাত দি ক'লে যে তেনে কথা হ'ব নোৱাৰে। "আপুনি পিতৃপুৰুষৰ গুৰু আৰু সত্ৰ কিয় এৰিব ? আপোনাৰ সত্ৰ জানো কমলাবাৰী নহয় ? গুৰু এৰা, সত্ৰ এৰা কথাটো" ধৰ্ম এৰাৰ

দৰে । আপোনাৰ কমলাবাৰী সত্ৰ এৰাৰ কোনো যুক্তি নাই ।" এয়া গহন গোঁসাইৰ সত্ৰীয়া বিচাৰ ।

গহন গোস্বামী সত্ৰাধিকাৰ হিচাপে যেনে নৈষ্ঠিক তেনে উদাৰ আছিল । সকলো জাতি উপজাতিৰ ভেদা-ভেদ উৎখাত কৰিব নোৱাৰিলেও খোৱা-লোৱা আদান-প্ৰদানৰ যোগেদি মিলা-প্ৰীতি সাধন কৰিছিল । তেখেতৰ একালৰ সহকৰ্মী থানুৰাম বৰাদেৱে লিখিছে যে ১৯৩৩ চনত গঁৰৈমাৰী প্ৰাইমাৰী স্কুলত সৰস্বতী পূজা উপলক্ষে "ৰাৱণ-বধ" ভাওনাৰ আয়োজন কৰা হৈছিল । ইয়াত আঠখনমান চুবুৰীৰ ব্ৰাহ্মণ, কৈৱৰ্ত্ত, মুছলমান প্ৰমুখ্যে সকলো শ্ৰেণীৰ ৰাইজৰ সহযোগ আছিল । সকলো সম্প্ৰদায়ৰ লোকে ভাও লৈছিল । দুজন লোকে অন্য সম্প্ৰদায়ৰ সহযোগৰ বিৰুদ্ধে আপত্তি কৰিলে । ইয়াৰ নিৰাকৰণ কৰিবৰ কাৰণে গোস্বামীদেৱক মাতি নিয়া হ'ল । গোস্বামীদেৱে বহু যুক্তি, শাস্ত্ৰৰ বুজনি দিও লোক দুজনক সৈমান কৰিব নোৱাৰিলে । ইয়েই প্ৰমাণ কৰে সেই সময়ত জাত-পাত, আচাৰ-বিচাৰৰ ইমান গোড়ামিৰ মাজতো গোস্বামীদেৱে কেনে উদাৰ আৰু সমন্বয়ৰ মনোভাৱ পোষণ কৰিছিল । এনে আদৰ্শ গুৰু শঙ্কৰে দেখুৱাই যোৱা আৰ্হি ।

১৯৫৫ চনত নুৰবাৰী বাগিছাৰ স্বত্বাধিকাৰী স্বৰ্গীয় আলি হাজৰিকা প্ৰমুখ্যে ৰাইজে শ্ৰমদান কৰি পতিয়া চুবুৰী – জাহাজ-ডুবা ৰাস্তা বন্ধাৰ কাম হাতত ল'লে । গহন গোঁসাই ৰাইজৰ লগতে । ৮/১০ খন গাঁৱৰ হিন্দু-মুছলমান, বনুৱা ৰাইজে ৬ মাইল ৰাস্তা বান্ধি অতোৱাৰ পিছত এটি প্ৰীতি ভোজ খোৱাৰ মন হ'ল । গোঁসায়ে বোলে "অ খাব লাগে ।" তিনি সম্প্ৰদায়ে তিনিটা পাগ কৰিয়ে ৰান্ধিলে কিন্তু খালে এখন ৰভাৰ তলতে একেলগে বহি । গোঁসায়ে নিজে উপস্থিত থাকি মিলাপ্ৰীতিত উৎসাহ দি সকলো ৰাইজকে বিমল আনন্দ প্ৰদান কৰিলে । ৰাইজে সম্প্ৰীতিৰে বিদায় নোলোৱা পৰ্যন্ত তেখেতে সেই ঠাই নেৰিলে । ভোজত বিধান সভাৰ অধ্যক্ষ স্বৰ্গীয় মহীকান্ত দাসদেৱো উপস্থিত আছিল । ভোজ নিৰামিষ আছিল যদিও আনন্দ প্ৰীতিয়ে আমিষৰ অভাৱ পূৰাইছিল । পাৰিবাৰিক সম্পৰ্কতো স্বৰ্গীয় আলি হাজৰিকা দম্পতিৰ প্ৰতি তেখেতৰ কোনো ভেদ ভাৱ নাছিল । বিদ্যা-বিভূত পৰিয়ালৰ এজন হিচাপে বাহিৰ ভিতৰ কৰিছিল ।

মহাপুৰুষীয়া ধৰ্ম গহন গোঁসাইৰ চেতনাত সদা জাগ্ৰত আছিল । যি

কোনো অৱস্থাতে তাৰ আচৰণ, প্ৰচাৰ আৰু প্ৰসাৰৰ চেষ্টা তেখেতৰ স্বভাৱজ। ১৯৫২-৫৭ কালছোৱাত তেখেত গহপুৰ সমষ্টিৰ বিধান সভাৰ সদস্য থকাৰ উপৰিও তেজপুৰ জিলা কংগ্ৰেছ কমিটিৰ সভাপতি আছিল। উভয় দায়িত্বৰে তেখেতে তেজপুৰ মহকুমাৰ বাগিছাসমূহত সংগঠন আৰু উন্নয়নমূলক কামত প্ৰবৃত্ত হৈছিল। তাৰে অচিলা লৈ ধৰ্ম-সংস্কৃতি বিস্তাৰাৰ্থে সহযোগী শ্ৰীকুঞ্জ হাজৰিকা, স্বৰ্গীয় শচী গোঁহাই আৰু স্বৰ্গীয় হৰ হাজৰিকাৰে হিন্দু শ্ৰমিক আৰু বিশেষকৈ উৰিয়া সকলৰ ওচৰ চাপিছিল। সংগঠনৰ উপৰি কিছু ধনো সংগ্ৰহ কৰিছিল।

আঁচনি আছিল এনেকুৱা – প্ৰতিখন বাগিছাৰ সামূহিক ৰংঘৰ (ক্লাব)ৰ যোগেদি ভাওনা, সত্ৰীয়া নাচ আদিৰ প্ৰবেশ ঘটাব। ক্ৰমে সেই ৰাইজৰ সহযোগত তাতে একোটি নামঘৰ তথা সাংস্কৃতিক কেন্দ্ৰ গঢ়ি তুলিব। আনহাতে কেন্দ্ৰবোৰ পৰিচালনা কৰিব পৰাকৈ এদল কৰ্মী প্ৰশিক্ষণ দি প্ৰস্তুত কৰিব। তাৰ কাৰণে বাগিছাৰ ইচ্ছুক লোক বা বাহিৰৰ পৰাও লব পাৰিব। সময়ত তেখেতৰ তেজপুৰস্থ নিকামূল সত্ৰতে প্ৰশিক্ষণ কেন্দ্ৰ গঢ় লৈ উঠিছিল। বাগিছা বিশেষে অনুষ্ঠিত ৰাস উৎসৱ আদিত গোঁসায়ে যোগদান কৰিছিলগৈ। ( শ্ৰীকুঞ্জ হাজৰিকাৰ চিঠিখন প্ৰকাশ কৰা হৈছে। )

গহন গোঁসাইৰ ঐতিহ্যনিষ্ঠা দৃঢ় যদিও সময়ৰ সকিয়নি উপলব্ধি কৰি প্ৰগতিবাদী সমাজৰ লগত উজান দিছিল। বৰ্তমান মহাপুৰুষীয়া সত্ৰাধিকাৰ সকলে যে নানা কাৰণত সমাজৰ দাবী পূৰণ কৰিব পৰা নাই আৰু নিজৰ ভিতৰতো শিক্ষা আৰু সংহতিৰ অভাৱ সেই বিষয়ে তেখেতে ত্ৰিশৰ দশকতে সতীৰ্থসকলক সতৰ্ক কৰি লিখিছিল – "আজি জগতত যি সাম্য-মৈত্ৰীৰ ভাৱ উথলি উঠিছে তাৰ লগত খাপ খাই পৰিব নোৱাৰিলে মহন্ত বৈষ্ণৱ সম্প্ৰদায়টি পৃথকভাৱে বেছি দিন বাচি থাকিব নোৱাৰে। আনহাতে 'শঙ্কৰদেৱ সংঘ'ত গোঁসাই সকলত শৰণ লোৱা প্ৰথা উঠি যাব লাগে, গোঁসাই মহন্ত সকলে আচল ধৰ্ম প্ৰচাৰ কৰিব পৰা নাই। গতিকে সেইসকলক বাদ দি সংঘৰ পৰা নতুনকৈ প্ৰচাৰক সজাই ঠায়ে ঠায়ে পঠাব লাগে আদি ধ্বনি উঠিছে। এই সমস্যাৰ সমাধানৰ অৰ্থে আমাৰ 'অসম সন্ত সম্মিলনী'ৰ আৱশ্যক" বুলি সতীৰ্থসকলক উদ্‌গাইছিল। *

---

* *তিনিদিনীয়া অসমীয়াত শ্ৰীতীৰ্থনাথ গোস্বামীদেৱৰ প্ৰৱন্ধত উল্লেখ কৰি লিখা চিঠিৰ পৰা সংগ্ৰহ।*

পিছত "শঙ্কৰদেৱ সংঘ"ৰ প্ৰগতিমূলক আঁচনিত পূৰ্ণ সমৰ্থন জনাই তেখেতে এই সংঘত যোগদান কৰিলে। অৱশ্যে "অসম সন্ত সন্মিলনী"য়েও 'সত্ৰ সংঘ' নাম লৈ কিছু আগবাঢ়িছে আৰু এটা প্ৰান্তীয় অনুষ্ঠান ৰূপে গঢ় লৈছে। দুয়োটা অনুষ্ঠানেই তেখেতৰ আপোন। প্ৰতিটো অনুষ্ঠানকে নিজ নিজ ক্ষেত্ৰত আগবঢ়াত তেখেতে সদায় অৰিহণা যোগাইছিল।

সত্ৰাধিকাৰ. হিচাপে গহন গোঁসাইৰ অনন্য প্ৰগতিমূলক প্ৰচেষ্টা হৈছে ১৯৭১ চনৰ ২৮ আৰু ২৯ চ'তত অনুষ্ঠিত 'সদৌ নিকামূল সত্ৰৰ সমূহ ভকতৰ অভিবৰ্তন'। এই দুদিনীয়া অভিবৰ্তনত যোগ দিবলৈ উত্তৰ লক্ষীমপুৰ, ডিব্ৰুগড়, তিনিচুকীয়া, শিৱসাগৰ, যোৰহাট, গোলাঘাট, নগাঁও, কলিয়াবৰ, গহপুৰ, কলংপুৰ, চাৰিআলি, চতিয়া, জামুগুৰি, গুৱাহাটী আদিৰ প্ৰায় ১৫০ জন, অৰুণাচলৰ কামেং আৰু টিয়াং জিলাৰ ৪৫ জন আৰু তেজপুৰৰ বিভিন্ন এলেকাৰ ৫০০ জনতো অধিক ভকত বান্ধৱ আহি একত্ৰিত হৈছিলহি। দূৰণিৰ ভকতসকল দুদিন আগতে আহি থিতাপি লৈছিল। প্ৰতিনিধি সকলৰ বাবে নিয়াৰিকৈ তৈয়াৰ হোৱা বহা ঘৰত তেওঁলোক থাকি সত্ৰৰ পৰিৱেশ অতি নিৰ্মল আৰু মনোৰম কৰি তুলিছিল।

আলোচনাৰ মূল সভাত সভাপতিত্ব কৰিছিল অৰুণাচলৰ শ্ৰীবুলা দুচুচৌ গাওঁবুঢ়াই। স্বাগত সম্ভাষণত সত্ৰাধিকাৰ গোস্বামীদেৱে জনায় "শ্ৰীমন্ত শঙ্কৰ গুৰুজনাৰ প্ৰৱৰ্তিত সনাতন ভাগৱতী ধৰ্মৰ বিকাশ সাধনত নিকামূল সত্ৰই সেৱা ধৰি আহিছে। ব্ৰহ্মচাৰী মাধৱানন্দদেৱে মহাপুৰুষ গুৰুজনাৰ বাণী শিৰত লৈ অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে, ই-ৰাইজ, সি-ৰাইজ তিনিও ৰাইজতে, আনকি জনজাতীয় অঁকা, ডফলা ৰাইজৰ মাজতো সেই পৱিত্ৰ বাণী প্ৰচাৰি আত্মনিয়োগ কৰিছিল। এই সকলৰ নিঃস্বাৰ্থ সেৱাৰ দ্বাৰাই আজিকোপতি নিকামূল সত্ৰৰ ভকত বান্ধৱ সমূহৰ ভিতৰত পৱিত্ৰ মৈত্ৰীভাৱ জীৱন্ত হৈ বৰ্তি থাকিব পাৰিছে আৰু যাতে ভৱিষ্যতলৈকো তাক অটুট ৰাখিব পৰা হয় তাৰ সমূহীয়া প্ৰচেষ্টা চলোৱাটোৱেই বৰ্তমান অভিবৰ্তনৰ ঘাই উদ্দেশ্য।"

সভাত তেজপুৰ চহৰৰো ভালেমান বিজ্ঞলোকে যোগদান কৰিছিল। তাৰে ভিতৰত কিছু চৰকাৰী উচ্চ পদস্থ বিষয়াও আছিল। দুদিনীয়া বিভিন্ন বিষয়ৰ গভীৰ আলোচনাৰ অন্তত সভাই প্ৰস্তাৱযোগে তলত দিয়া মৰ্মে সিদ্ধান্ত গ্ৰহণ কৰে আৰু সকলোৰে আন্তৰিক সহযোগ কামনা কৰে।

১। সকলো লোকে ধৰ্মীয় কাৰ্যসূচী নিষ্ঠাৰে পালন কৰাৰ লগতে আচাৰ নীতিবোৰো অভ্যাস কৰিব লাগে। বিশেষকৈ শিক্ষিত সমাজে মহাপুৰুষীয়া বিধি আচৰণ আৰু প্ৰৱৰ্তনৰ দ্বাৰাই অসমীয়া জাতীয় সংস্কৃতি আৰু সংহতিৰ বিকাশ সাধনৰ প্ৰতি সজাগ হোৱা বাঞ্ছনীয়।

২। ল'ৰা-ছোৱালীক ১৪/১৫ বছৰ বয়সত শৰণ লোৱাব লাগে।

৩। মহাপুৰুষীয়া ধৰ্মমিশ্ৰিত সকলৰ মাজত ধৰ্ম সংস্কৃতিৰ চিন্তা আলোচনা আৰু শাস্ত্ৰাদিৰ নিয়মীয়া অধ্যয়ন আলাপ হোৱাটো একান্ত বাঞ্ছনীয়।

৪। ভকত বান্ধৱৰ মাজত প্ৰেম-প্ৰীতিৰ বান্ধোন দৃঢ় কৰি ৰখা আৰু সামূহিকভাৱে ধৰ্মীয় চিন্তা চৰ্চা বৰ্দ্ধনৰ বাবে অভিবৰ্তনখনি স্থায়ী কৰাৰ মত প্ৰকাশ কৰি সৰ্বসম্মতিক্ৰমে 'নিকামূল সত্ৰ সভা' নামৰ এখনি সভা গঠন কৰা হয়। সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামীক সভাপতি, শ্ৰীনবীনচন্দ্ৰ কাথহাজৰিকাক সাধাৰণ সম্পাদক আৰু শ্ৰীসত্যব্ৰত দেৱ গোস্বামীক সহ সম্পাদক লৈ বিভিন্ন অঞ্চলৰ মুঠ ২৫জেন সদস্যৰে এখনি কাৰ্য নিৰ্বাহক সমিতি গঠন কৰা হয় আৰু সত্ৰাৰ পৰৱৰ্তী বাৰ্ষিক সভা নগাঁৱলৈ নিমন্ত্ৰণ জনোৱা হয়। *

এই অভিবৰ্তনৰ আয়োজন আৰু উদ্দেশ্য চাই গোটেই পৰিকল্পনাটো অভিনৱ বুলি ক'বই লাগিব। আনহাতে সদৌ অসম ভিত্তিত অনুষ্ঠিত "মহাপুৰুষীয়া ধৰ্মালোচনী চক্ৰৰ" তেখেত সক্ৰিয় উদ্যোক্তা আছিল। ইয়াৰ উদ্দেশ্য আছিল অসমত মহাপুৰুষীয়া সমাজৰ মাজত উদ্ভৱ হোৱা সামাজিক আচৰণ প্ৰৱৰ্তন আৰু ধৰ্মতত্ত্বমূলক বৈষম্যবোৰ আঁতৰাই এক সু-সংহত ৰীতিৰে মহাপুৰুষীয়া সমাজ প্ৰৱৰ্তনৰ ব্যৱস্থা কৰা। দ্বিতীয়তে সমূহীয়া প্ৰচেষ্টাৰে মহাপুৰুষৰ গ্ৰন্থ আৰু বাণীসমূহ সমাজত শুদ্ধভাৱে সম্পাদন কৰি বহুল প্ৰচাৰ কৰা।

এই উদ্দেশ্যে ৭/৭/৬৮ ইং তাৰিখে যোৰহাট চিনামৰা শ্ৰীশ্ৰীকাথবাপু সত্ৰত প্ৰয়াত শ্ৰীমিত্ৰদেৱ মহন্তৰ সভাপতিত্বত সন্ত মহন্ত আৰু বৈষ্ণৱসকলৰ এখন ৰাজহুৱা সভা অনুষ্ঠিত হৈছিল। সভাত গৃহীত প্ৰথম প্ৰস্তাৱ অনুসৰি ধৰ্মশাস্ত্ৰ, আলোচনী আৰু প্ৰচাৰ পত্ৰিকা আদি প্ৰকাশ সম্বন্ধীয় সমিতিৰ

---

* শ্ৰীশ্ৰীনিকামূল সত্ৰৰ ভকত-বান্ধৱ সমূহৰ প্ৰীতি অভিবৰ্তনৰ সংক্ষিপ্ত পৰিচয় নামৰ পুস্তিকাৰ পৰা।

** মহাপুৰুষীয়া ধৰ্মালোচনী চক্ৰ – প্ৰচাৰ পত্ৰ প্ৰকাশক শ্ৰীচক্ৰধৰ মহন্ত (যোৰহাট)।

সভাপতি পদলৈ শ্ৰীমিত্ৰদেৱ মহন্ত আৰু উপ-সভাপতি পদত শ্ৰীগহন চন্দ্ৰ গোস্বামীক নিৰ্বাচিত কৰা হয়।

সভাৰ দ্বিতীয় প্ৰস্তাৱ অনুসৰি "সত্ৰীয়া কলা সংস্কৃতিৰ বহুল আৰু বৈজ্ঞানিক চৰ্চাৰ আগ্ৰহ বৃদ্ধি আৰু অবিকৃতভাৱে সংৰক্ষণৰ আৱশ্যকীয় বিধি ব্যৱস্থাৰে এখনি আঁচনি প্ৰস্তুত কৰি কাৰ্যতঃ আগ বাঢ়িবলৈ" গঠন কৰি দিয়া সমিতিৰ সভাপতি নিৰ্বাচিত কৰি দিয়া হয় গহন চন্দ্ৰ গোস্বামীক।

তৃতীয় প্ৰস্তাৱত "নতুনকৈ সত্ৰ স্থাপন, মূল সত্ৰৰ সমন্বয় সম্বন্ধ আৰু সত্ৰাধিকাৰৰ যোগ্যতাৰ বিষয়ে সত্ৰাধিকাৰ পদত অভিষেক, নিৰ্মালি প্ৰদান আদি বিবিধ ব্যৱস্থাৰ এখনি আঁচনি প্ৰস্তুত" কৰিবলৈ গঠিত কৰি দিয়া সমিতিৰো সদস্য মনোনীত কৰা হয় গহন চন্দ্ৰ গোস্বামীদেৱক। **

উপৰোক্ত ১নং প্ৰস্তাৱৰ সন্দৰ্ভত গোঁসায়ে "নিকামূল সত্ৰৰ সেৱা সমিতি" নামৰ অনুষ্ঠানৰ যোগেদি কেবাখনো প্ৰচাৰ পত্ৰিকা অসমীয়া আৰু অকা ভাষাত প্ৰচাৰ কৰাটো উল্লেখনীয়। গোঁসায়ে যোগদান কৰা এই উদ্দেশ্যৰ শেহতীয়া অনুষ্ঠানটি হ'ল নগাঁৱৰ বটদ্ৰৱাত অনুষ্ঠিত "বৈষ্ণৱ বিশ্ববিদ্যালয়। ১৯৭৪ চনত শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱৰ সভাপতিত্বত বহা ৰাজহুৱা সভাত এখন বৈষ্ণৱ বিশ্ববিদ্যালয় প্ৰস্তুতি সমিতি গঠন কৰা হয়। ইয়াত ককা নীলমণি ফুকন, ড° মহেশ্বৰ নেওগ আদি বিশিষ্ট ব্যক্তিয়ে যোগ দিছিল। উক্ত সভাত শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱক সভাপতি আৰু গহন চন্দ্ৰ গোস্বামীক প্ৰস্তুতি সমিতিৰ উপ-সভাপতি বচা হয়। এই সমিতিৰ মুঠ ১৬ জন সদস্য নিৰ্বাচিত হৈছিল। সেই চনৰে গুৰু জয়ন্তী তিথিৰ দিনা বিশ্ববিদ্যালয়ৰ দুৱাৰ মুকলি কৰে তদানীন্তন শিক্ষামন্ত্ৰী স্বৰ্গীয় হৰেন্দ্ৰ নাথ তালুকদাৰে। একেদিনাখনেই গৱেষণা গ্ৰন্থাগাৰ উদ্বোধন কৰে ড° কালীচৰণ দাসে। সেই উপলক্ষে বটদ্ৰৱাৰ প্ৰশস্ত আলহী ঘৰত বহা বিৰাট ৰাজহুৱা সভাত সভাপতিত্ব কৰিছিল স্বৰ্গীয় গোস্বামীদেৱে। তাত বিশেষ বক্তৃতা প্ৰদান কৰি শ্ৰীসোণাৰাম চুতীয়াই ৰাইজক উদ্বুদ্ধ কৰে। বক্তৃতাৰ বিষয় আছিল "নামঘৰ আৰু অসমীয়া সমাজ"।

বিশ্ববিদ্যালয় প্ৰস্তুতি সমিতিয়ে নিৰ্দিষ্ট কাম-কাজ কৰি সময়ত পদত্যাগ

---

** *মহাপুৰুষীয়া ধৰ্মালোচনী চক্ৰ – প্ৰচাৰ-পত্ৰ, প্ৰকাশক – শ্ৰীচক্ৰধৰ মহন্ত ( যোৰহাট )*

কৰে আৰু তাৰ ঠাইত বিশ্ববিদ্যালয় কাৰ্যকৰী সমিতি স্থাপিত হয়। উল্লেখযোগ্য যে গহন চন্দ্ৰ গোস্বামী এই সমিতিৰো উপ-সভাপতি মনোনীত হয়। বৰ্তমানে উক্ত বিশ্ববিদ্যালয়ৰ নাম পৰিবৰ্তন কৰি "শঙ্কৰদেৱ গৱেষণা প্ৰতিষ্ঠান" ৰখা হৈছে। প্ৰতিষ্ঠানে বিশ্ববিদ্যালয়ৰ কাৰণে পূৰ্বতে গ্ৰহণ কৰা আঁচনিসমূহ ৰূপায়ণ কাৰ্যত ব্ৰতী হৈছে। স্বৰ্গীয় গোস্বামীদেৱ জীৱনৰ শেষ মুহূৰ্তলৈ প্ৰতিষ্ঠানৰ লগত জড়িত হৈ আছিল।*

সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামী ঐতিহ্য, আৱদ্ধ জ্ঞান, ত্যাগ আৰু বিভিন্ন প্ৰকাৰ সেৱাৰে এটা অনুষ্ঠানত পৰিণত হৈছিল। সেয়ে বহুত সামাজিক আৰু ধৰ্মীয় বিষয়ত তেখেতৰ সিদ্ধান্ত জানিবলৈ বাইজে যোগাযোগ কৰিছিল আৰু শাস্ত্ৰীয় সুসিদ্ধান্ত পাইছিল। মৃত্যুৰ কিছুদিন আগতে তেখেতলৈ মতামত বিচাৰি লিখা চিঠি এখনৰ কথা উল্লেখনীয়। যোৰহাটৰ পৰা শ্ৰীহেম দত্তই এখন মুকলি চিঠি শ্ৰীজীৱকান্ত শইকীয়ালৈ লিখি গোঁসাইৰ তাত মতামত বিচাৰিলে। বিষয়টো হৈছে মহিলাই নামঘৰৰ ভিতৰত অনুষ্ঠিত ভাওনাত অংশ গ্ৰহণ কৰালৈ। গোঁসায়ে গড়মূৰ সত্ৰত বা বিভিন্ন ৰাস মঞ্চত মহিলাৰ অংশ গ্ৰহণৰ কথা উল্লেখ কৰিও বৰপেটাৰ ৰঙিয়াল গৃহৰ চালি নাচ আদিৰ গুৰু চৰিত্ৰৰ আৰ্হি লৈ গুৰুজনাৰ পৰম্পৰা ৰক্ষা কৰাটোহে উচিত বিবেচনা কৰা বুলি জনালে।

এনেকুৱা অনেক বিষয় আৰু সামাজিক বিচাৰৰ কথা নথিত পোৱা যায়। তদুপৰি শাস্ত্ৰ আৰু আলোচনাতে দায়িত্ব শেষ নকৰি কৰ্মৰ মাজেদিও বৈষ্ণৱ সমাজৰ সেৱাৰ মানসে গোঁসায়ে "নিকামূল সেৱা সমিতি" নামেৰে এটা নিজৰ ৰবীয়াকৈ অনুষ্ঠান আৰম্ভ কৰিছিল।

## ১৪। শ্ৰীমন্ত শঙ্কৰদেৱ সংঘৰ কৰ্মী গহন গোস্বামী

বৰ্তমান শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ ব্ৰহ্মপুত্ৰ উপত্যকাত এক ৰাজ্যজোৰা জনপ্ৰিয় আৰু প্ৰগতিবাদী অনুষ্ঠান। গহন গোঁসায়ে ইয়াৰ গতিগোত্ৰ আদিতে নিৰ্ণয় কৰি তাত যোগদান কৰে। ১৯৫১ চনৰ ফাগুন মাহত শিৱসাগৰ জিলাৰ চাৰিংগাঁৱত যি বিৰাট বাৰ্ষিক অধিৱেশন অনুষ্ঠিত হৈছিল তাত সভাপতিত্ব কৰিছিল গোস্বামীদেৱে। এই অধিৱেশনত বিশিষ্ট অতিথিৰূপে

* *Sankardev Research Institute by Bhaba Prasad Chaliha, The Assam Tribune, February 23, 1991.*

যোগদান কৰিছিল দেশসেৱক স্বৰ্গীয় শ্ৰীশ্ৰীগড়মূৰ সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামীদেৱে। তাতে "একশৰণ হৰি নামেই ধৰ্ম গৰিষ্ঠ" বাণীতে যে ধৰ্মীয়, সামাজিক আৰু আধ্যাত্মিক তাৎপৰ্য সন্নিবিষ্ট আছে তাৰ বিশদ ব্যাখ্যা দুয়োজনা ধৰ্ম গুৰুৱে কৰিলে। এই অধিৱেশনে সেই অঞ্চলত সামাজিক পৰিবৰ্তনৰ প্লাৱন আনিলে বুলি কব পাৰি।

১৯৫২ চনত এই সংঘৰ অধিৱেশন লক্ষীমপুৰ জিলাৰ তাঁতিবাহাৰত বহে। তাতো গোঁসাইক সংঘৰ কাৰ্যনিৰ্বাহক সমিতিৰ সদস্য নিৰ্বাচন কৰে। ইয়াৰ লগে লগে স্থানীয় ভাৱে সংঘৰ কাৰ্য চলাবৰ বাবে জামুগুৰিৰ পাচিগাঁও নামঘৰত তেজপুৰৰ বিভিন্ন অঞ্চলত থকা সংঘৰ অনুগামীসকলক লৈ তেজপুৰ জিলা শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘ গঠিত হয় আৰু গোস্বামীদেৱ ইয়াৰ সভাপতি নিৰ্বাচিত হয়। তেৰাই জিলা সংঘৰ প্ৰসাৰ আৰু কৰ্মোদ্যম বঢ়োৱাত নেতৃত্ব দিয়ে। উল্লেখযোগ্য যে তেজপুৰ জিলা শ্ৰীশ্ৰী শঙ্কৰদেৱ সংঘৰ সৌজন্যত অধিকাৰ শ্ৰীগহন চন্দ্ৰ গোস্বামীৰ দ্বাৰা "মহাপুৰুষ মাধৱদেৱৰ শৰণ গ্ৰহণ" প্ৰথম ভাগ নামেৰে এখন পুস্তিকা প্ৰকাশিত হয়। ইয়াৰ সংগ্ৰাহক আছিল ৰমাকান্ত মুক্তিয়াৰ আতৈ।

১৯৫৩ চনৰ বাৰ্ষিক অধিৱেশন গোলাঘাটৰ ঢেঁকিয়ালৰ মলখুগাঁৱত অনুষ্ঠিত হৈ যায়। এই অধিৱেশনতো গোঁসায়ে মুখ্য ভূমিকা গ্ৰহণ কৰে আৰু তেখেতৰ প্ৰস্তাৱমতে শ্ৰীশ্ৰীশঙ্কৰদেৱ সংঘৰ নাম সলনি কৰি 'শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ' কৰা হয়। সেই বছৰৰে ২৩ জুন তাৰিখে কলিয়াবৰৰ সোনাৰীগাঁৱৰ নামঘৰত বহা প্ৰাদেশিক প্ৰতিনিধি সভাত সংঘৰ সংকলিত 'অশৌচ বিধি' আৰু 'বিবাহ বিধি' নামৰ পুস্তকৰ পাণ্ডুলিপি গ্ৰহণ কৰা হয়। এই বিধি দুখন প্ৰস্তুত কৰাত গোস্বামীদেৱৰ অৱদান সোঁৱৰণ কৰিবলগীয়া। খচৰা দুখনি সভাত গ্ৰহণ কৰাৰ আগতে তেৰাই হাত ফুৰাই দিয়ে।

তদুপৰি সেই বছৰৰে আঘোণ মাহত নগাঁৱৰ কঢ়ালী মিছুনত মুক্তিয়াৰ আতাৰ বাসস্থানত সংঘৰ মূল কাৰ্যকৰী সভা বহে। তাত অসমৰ সকলো সত্ৰৰ কাৰণে একে পদ্ধতিৰে চৈধ্য প্ৰসঙ্গ চলোৱাৰ কাৰণে এখন প্ৰসঙ্গ প্ৰণালী প্ৰস্তুত কৰা হয়। শৰণৰ বাবেও একে পদ্ধতি গ্ৰহণ কৰাৰ বিষয়েও আলোচনা হৈছিল। গহন গোস্বামীয়ে নিজে এই সভাত উপস্থিত থাকিব নোৱাৰিলেও লিখিত পাণ্ডুলিপি পঠিয়াই দিছিল। তাৰ ভিত্তিত এখন "প্ৰসঙ্গ প্ৰণালী" সংঘৰ ফালৰ পৰা প্ৰকাশ কৰা হয়।

সমগ্ৰ অসমতে একে শৰণ পদ্ধতি প্ৰচলনৰ বিষয়ে হোৱা আলোচনাত গোস্বামীদেৱে অংশ গ্ৰহণ কৰে। সিদ্ধান্ত ক্ৰমে উপস্থিত সাধু সমাজে এখন শৰণ কৰ্তৃপক্ষ গঠন কৰে। সদস্যসকল আছিল – (১) তীৰ্থনাথ গোস্বামী, (২) বাপদেৱ গোস্বামী, (৩) গহন চন্দ্ৰ গোস্বামী আৰু (৪) ৰমাকান্ত মুক্তিয়াৰ আতা। তেৰাসকলে লগ লাগি সেই ঠাইতে শৰণৰ কথা আৰু পদ্ধতি নিৰূপণ কৰি সৰ্বশ্ৰী লক্ষেশ্বৰ মুক্তিয়াৰ, সোনাৰাম চুতীয়া, ঋষেশ্বৰ দলৈ, গোলোক কাকতী আৰু মাধৱচন্দ্ৰ ভাগৱতীক লৈ এখন 'শৰণ সমিতি' গঠন কৰি দিয়ে আৰু ওপৰত উল্লিখিত কৰ্তৃপক্ষই প্ৰশিক্ষণ দি এই পবিত্ৰ কৰ্মৰ বাবে তেৰাসকলক নিৰ্মালি প্ৰদান কৰে। সিদ্ধান্ত হয় যে এই সকলে পৰৱৰ্তী কালত নিৰ্মালি আৰু শৰণৰ অনুমতি দিব পাৰিব। সেই অনুসাৰে আজিও সংঘৰ আচাৰ্য নিৰ্ধাৰণ আৰু শৰণ-ভজন কৰ্ম চলি আছে।

চল্লিশৰ দশকৰ পৰা গহন গোস্বামীয়ে মৰণ কাললৈকে সংঘৰ লগত সংশ্লিষ্ট হৈ আছিল আৰু কাৰ্যকৰী তথা বাৰ্ষিক সভাত অংশ গ্ৰহণ কৰি আছিল। ১৯৬৮ চনত মাজবাটত বহা বাৰ্ষিক অধিবেশন তেৰাই উদ্বোধন কৰোঁতে সভাৰ কলেৱৰ দেখি উদ্বুদ্ধ হৈ আবেগত কান্দি পেলাইছিল। সেই দৃশ্য অবিস্মৰণীয়। সংঘৰ লগত থকা সম্পৰ্কই গোস্বামীদেৱৰ গতিশীল মানসিকতাৰ আভাস দিয়ে। পোনতে মহন্ত গোষ্ঠীৰ লগতে তেখেতেও শৰণৰ ভাৰ আনৰ হাতলৈ যোৱাৰ আশঙ্কা পোষণ কৰিছিল যদিও পৰিবৰ্তিত ব্যৱস্থাত সম্পূৰ্ণৰূপে গা ঢালি দি বাস্তৱক সাৱটি লয়।

## ১৫। গহন গোস্বামীৰ সামাজিক সংস্কাৰৰ ভূমিকা

পুৰণি আৰু নতুনৰ সংযোগ সাধোতা হ'ল গহন চন্দ্ৰ গোস্বামী। খোলৰ লগত তবলা সংযোগ কৰাটো তাৰ বাহ্যিক অভিব্যক্তিহে। আচলতে পুৰণিৰ ভাল আৰু শাশ্বতখিনি সযতনে সংৰক্ষণ আৰু চৰ্চা কৰি নতুনৰ সংযোজন কৰাটো জীৱিত সমাজৰ লক্ষণ– এই আছিল তেখেতৰ দৃঢ় বিশ্বাস। তেনে কাৰ্যত সমাজৰ একশ্ৰেণী প্ৰতিবাদীৰ বিৰুদ্ধাচৰণক তেৰাই ভ্ৰূক্ষেপ কৰা নাছিল। তেখেতৰ সংস্কাৰকামী মনৰ লগতে গান্ধীজীৰ অস্পৃশ্যতা বৰ্জন, হৰিজন আন্দোলনৰ নিচিনা কৰ্ম আৰু চিন্তাই নিশ্চয় প্ৰেৰণা যোগাইছিল। হৰিজন আন্দোলনৰ পৰিপ্ৰেক্ষিততে তেজপুৰৰ শ্ৰীশ্ৰীকামৰূপীয় সনাতন ধৰ্মমণ্ডলীৰ নামঘৰত এদিনাখন ৰাজহুৱাভাৱে হৰিজনসকলৰ লগত একেলগে বহি নাম গাই প্ৰসাদ গ্ৰহণ কৰাৰ কাৰ্যসূচী গহন চন্দ্ৰ গোস্বামীৰ উদ্যোগতে

অনুষ্ঠিত হৈ গৈছিল ( শ্ৰীৰামেশ্বৰ ত্ৰিপাঠীৰ পৰা সংগৃহীত ) । ত্ৰিশৰ দশকত জাতীয় আন্দোলনত লাগি থাকোঁতেই তেখেতে সহকৰ্মীসকলৰ মাজত হিন্দু ধৰ্মৰ ভিতৰত থকা কৃত্ৰিম জাতিভেদ আৰু আচাৰৰ বিপৰীতে কাম হাতত লবলৈ আঁচনি লয় । সৰ্ববৰ্ণৰ কাৰণে দশাহ অশৌচ পালনৰ কাৰণে জনমত গঠন কৰে । তেখেতৰ চিন্তা হ'ল যে একে হিন্দু ধৰ্মৰ ভিতৰতে এক শ্ৰেণীয়ে দহদিন ব্ৰত ধৰি মৃতকৰ উৰ্দ্ধদৈহিক কাৰ্য সম্পাদন কৰিব পাৰিলে আন সকলে এমাহ কাল কিয় ব্ৰত ধৰিব লাগে ? যদি শাস্ত্ৰসন্মত হয় তেনেহলে দহদিনীয়া ব্ৰত সকলোৰে কাৰণে প্ৰযোজ্য হ'ব লাগে । এই কাৰ্যত গহন গোস্বামীৰ সমৰ্থক আছিল স্বৰ্গীয় ভুৱন চন্দ্ৰ ভূঞা, স্বৰ্গীয় তীৰ্থনাথ গোস্বামী, স্বৰ্গীয় গোপিকা বল্লভ গোস্বামী, স্বৰ্গীয় ৰমাকান্ত মুক্তিয়াৰ, ৰায় চাহাব ডম্বৰুধৰ বৰুৱা আদি পণ্ডিত সকল । সমাজত এই বিষয় লৈ তোলপাৰ লাগিছিল । উদ্যোক্তাসকলে এই কাম অকলে জোৰ পূৰ্বক কৰিব বিচৰা নাছিল । শাস্ত্ৰ আৰু যুক্তিৰ সহায়ত সমূহ ৰাইজৰ মাজত আলোচনা আৰু সন্মতি ক্ৰমে কৰাটোহে বিচাৰিছিল । সেই উদ্দেশ্যে ঠায়ে ঠায়ে সভা-সমিতি, আলোচনা আদি হৈছিল । তেজপুৰ অঞ্চলত তেনে সভা গহন চন্দ্ৰ গোস্বামীদেৱে আয়োজন কৰিছিল ।

ইং ২৮/১০/৩৪ তাৰিখে তেজপুৰৰ নিকটবৰ্তী গটঙা নামঘৰত ব্ৰাহ্মণকে ধৰি সকলো শ্ৰেণীৰ লোকৰে পৰিপূৰ্ণ ৰাজহুৱা সভাত ওপৰত নাম দিয়া পণ্ডিতসকলৰ উপৰিও স্থানীয় ( সৰ্বশ্ৰী ) ৰায়বাহাদুৰ আনন্দচন্দ্ৰ আগৰৱালা, ৰজনীকুমাৰ পদ্মপতি, ৰামমোহন চৌধুৰী, ৰাধাকান্ত বৰকাকতী, অমিয় কুমাৰ দাস, বিষয়ৰাম মহন্ত আদি লোকসকলেৰে প্ৰায় ৫০০ মান লোক উপস্থিত আছিল । সৰ্বসন্মতিক্ৰমে স্থানীয় শ্ৰীসৎৰাম শইকীয়াই সভাপতিৰ আসন গ্ৰহণ কৰিছিল । উদ্দেশ্য ব্যাখ্যাত গোস্বামীদেৱে এই আন্দোলনৰ ইতিহাস চমুকৈ বৰ্ণনা কৰে আৰু কয় যে "এই আন্দোলনৰ পৰা যাতে আমাৰ মাজত বিদ্বেষ ভাৱ সজাগ হৈ একোটা ঘৰৰ ভিতৰতে খোটালি খোটালি হ'ব নোৱাৰে সেইবাবে সকলো মিলি সেই সম্পৰ্কে বেদ শাস্ত্ৰৰ মত কি তাক আলোচনা কৰি এটা সিদ্ধান্তত উপনীত হোৱা প্ৰত্যেক নেতৃস্থানীয় লোকৰ অৱশ্য কৰ্তব্য আৰু সেইবাবেই আজি এই সভাৰ আয়োজন ।"

ইয়াৰ পিছত ৰায়চাহাব গোস্বামী আৰু পণ্ডিত ভুৱনচন্দ্ৰ ভূঞাদেৱে

শ্ৰুতি, স্মৃতি, বেদ, পুৰাণ, হিন্দু আইন আৰু দেশী বিদেশী পণ্ডিতৰ মত উদ্ধৃত কৰি ভাৰতৰ সকলো ঠাইতে যে সৰ্ব বৰ্ণৰ বাবে দশাহ অশৌচ পালনৰ নিয়ম চলে আৰু ই সম্পূৰ্ণ শাস্ত্ৰীয় তাক বিশদভাৱে বুজাই দিয়ে। ব্ৰাহ্মণ সমাজ আৰু উদ্যোক্তাসকলৰ বক্তব্য আৰু আলোচনাৰ অন্তত নিম্নোক্ত প্ৰস্তাৱ দুটি গ্ৰহণ কৰা হয়।

১। আজিৰ সভাই শাস্ত্ৰীয় যুক্তিৰ ওপৰত নিৰ্ভৰ কৰি ১০ দিনত চুৰা খেদি ১১ দিনত আদ্য শ্ৰাদ্ধ আৰু ১২ দিনত সপিণ্ডন কৰা সমৰ্থন কৰি ব্ৰাহ্মণেতৰ সকলো জাতিকে সেইদৰে পালন কৰিবলৈ আৰু পুৰোহিত সকলকো সেইদৰেই কাৰ্য সম্পাদন কৰিবলৈ অনুৰোধ জনায়।

২। প্ৰথম প্ৰস্তাৱমতে শ্ৰাদ্ধ কৰ্মকৰ্তাৰ ইচ্ছানুযায়ী চলিত বিধিমতে বেদজ্ঞ ব্ৰাহ্মণৰ দ্বাৰা কিম্বা শাস্ত্ৰীয় ধৰ্ম অনুসাৰে কেৱল হৰিনাম কীৰ্তনৰ দ্বাৰা সমাধা কৰিব পাৰিব আৰু দশাহ অশৌচ পালন কৰাত যদি পুৰোহিতসকলে সহানুভূতি নেদেখুৱায় তেন্তে বিশ্বাস থকা সকলে নাম কীৰ্তনাদিৰ দ্বাৰাই সকলো কাৰ্য সম্পাদন কৰিব পাৰিব। তাৰ বাবে কেৱে কাকো পতিত বুলি বিবেচনা কৰিব নোৱাৰিব।

ব্ৰাহ্মণেতৰ জাতিৰ দশাহ অশৌচ পালন আৰু নাম প্ৰসঙ্গেৰে শ্ৰাদ্ধ বিধি সম্পাদনৰ দৰে দুটা সংস্কাৰ উত্থাপন কৰাত সমাজত যথেষ্ট আলোড়ন হৈছিল আৰু ঠাই বিশেষে আজিও নোহোৱা নহয়। কিন্তু বিকল্প ব্যৱস্থাৰূপে বহুলভাৱে গৃহীত হৈছিল। গহন গোঁসায়ে এই ব্যৱস্থা ৰাইজৰ কাৰণে দিয়াই নহয়, নিজৰ মাতৃৰ উৰ্দ্ধদৈহিক কাৰ্য এই নতুন পদ্ধতি মতে সমাপন কৰাত কিছু লোকৰ পৰা বাধা আৰু গ্লানি পাবলগীয়া হৈছিল। আনকি নিজৰ শহুৰেক স্বৰ্গীয় মানিক চন্দ্ৰ মহন্তয়ো নিন্দা কৰিছিল ; কিন্তু গহন চন্দ্ৰই তাত বিচলিত নহৈ দৃঢ়ভাৱে থাকি এই সংস্কাৰৰ নেতৃত্ব লৈছিল। তেখেতৰ সভাপতিত্বতে শুৱালকুছি গাঁৱত ১৯৩৭ চনত এই মত প্ৰকাশ্যে গ্ৰহণ কৰা হয় আৰু হাজাৰ হাজাৰ লোকে এই পদ্ধতিৰে শ্ৰাদ্ধ বিবাহ কাৰ্য আজিও সম্পাদন কৰি আছে।

গহন গোস্বামীয়ে কংগ্ৰেছত যোগ দিয়া দিনৰে পৰা নিকামূল সত্ৰৰ দুৱাৰ সৰ্ব বৰ্ণৰ কাৰণে মুকলি কৰি দিছিল আৰু অইন হিন্দু ধৰ্ম মন্দিৰত সেইটো হোৱাৰ কাৰণে লাগি আছিল। গোঁসাইৰ মত হ'ল– "হিন্দু মন্দিৰসমূহত কিছুমানক নিগ্ৰহ কৰাটো কেতিয়াও হিন্দু শাস্ত্ৰই সমৰ্থন

নকৰে। বৰং ই মানৱ ধৰ্মৰ সম্পূৰ্ণ বিৰোধী। এনে হীন অপচেষ্টা দূৰীভূত কৰাৰ কাৰণেই মহামানৱ মহাত্মা গান্ধীয়ে এসময়ত 'জীৱন পণ' কৰিবলগীয়া হৈছিল। মহাত্মাৰ জীৱন পণে অনেক মন্দিৰৰ শিলৰ কপাট মুকলি কৰিলে সঁচা, কিন্তু হৃদয় মন্দিৰৰ দুৱাৰ বন্ধ হৈয়ে থাকিল। যি নীতি দেশৰ কল্যাণ সাধনৰ অন্তৰায়, ধৰ্মৰ পথত কন্টক আৰু সমাজৰো মিলনৰ পৰিপন্থী সেই নীতিৰ আমূল পৰিবৰ্তন কৰাটো অপৰিহাৰ্য কৰ্তব্য। দেশৰ আৰু দহৰ মঙ্গলকামীসকলে এনেবোৰ নীতি চূৰমাৰ কৰি সাম্য মৈত্ৰী ভাৱ জনসাধাৰণৰ মাজত প্ৰচাৰ নকৰিলে গত্যন্তৰ নাই।"

১৯৩৬ চনত গহন গোঁসাইৰ নেতৃত্বত ৰাইজৰ আহ্বানত গড়মূৰীয়া সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামী তেজপুৰলৈ আহে। তেখেত সেই সময়ত অস্পৃশ্যতা বৰ্জন আন্দোলনৰ বাবে অসমত খ্যাত আছিল। মদাৰগুৰিতে অস্পৃশ্যতা বৰ্জনৰ শিবিৰ পাতে। আলোচনা সভা আদি অনুষ্ঠিত হোৱাৰ অন্তত তিনিআলি দিহিঙীয়াৰ স্বৰ্গীয় লক্ষ্মীপ্ৰসাদ প্ৰধান প্ৰমুখ্যে নীহকুলীয়া বুলি এৰা কেইবাঘৰো পূৰ্বতে উৰিষ্যাৰ পৰা অহা লোকক শ্ৰীশ্ৰীমদাৰগুৰি সত্ৰৰ অধিকাৰৰ হতুৱাই শৰণ দিওৱা হয়। ইয়ে এটা ধৰ্মীয় সামাজিক বিপ্লৱৰ ৰূপ লয়। বিৰোধী দলে সমাজ বৰ্জনৰ ভয় দেখুৱা সত্বেও গহন গোঁসায়ে কেইবাখনো গাঁৱৰ ৰাইজক লৈ বিৰাট ভাওনা অনুষ্ঠিত কৰি সকলো ফালে সাফল্য লাভ কৰে। এই কাৰ্যত নিকামূলৰ প্ৰয়াত ভদি কেওঁট, সোমনাথ কোঁচ, মনুৰাম কোঁচ, সৰু কোঁচ, পদ্মৰাম দাস, কনক ঘৰা আদিৰ লগতে সমূহ মাজগাঁও আৰু বৰালিমৰাৰ ৰাইজৰ উদ্যম উল্লেখযোগ্য।

আজি কিছুকাল পূৰ্বে তেজপুৰ কাছাৰীত 'পাই' উপাধিৰে এগৰাকী আই, এ, এচ অতিৰিক্ত আযুক্ত আছিল। তেখেতে স্থানীয় ছোৱালী এজনীৰ পাণিগ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। তেখেত ধৰ্মত খৃষ্টান আছিল। গতিকে কেনেকৈ বিবাহ সম্পাদন কৰা যায়? ছোৱালীৰ গৃহস্থৰো সমাজলৈ ভয়। সকলোৱে লগ লাগি নিকামূল সত্ৰলৈ আহিল। গোঁসায়ে বিধান দিলে—"ডেকা অফিচাৰজনে পোনতে নামঘৰত শৰণ লৈ সমাজভুক্ত হওক, তাৰ পিছত হিন্দু পদ্ধতিৰে বিবাহ অনুষ্ঠিত হওক।" উভয় পক্ষ সন্মত হ'ল আৰু বহু আনন্দৰ মাজত বিবাহ অনুষ্ঠিত হৈ গ'ল।

আন এটা এনে ধৰণৰ ঘটনা অৰুণাচলৰ চিয়াং জিলাত হয়। তাত

এগৰাকী শিক্ষয়িত্ৰীয়ে এজন চৰিত্ৰহীন লোকৰ প্ৰৰোচনাত পৰি অবৈধ মাতৃত্ব পায়। সমাজ বিচাৰি তেওঁ খৃষ্টান ধৰ্ম গ্ৰহণ কৰে। তাৰ পিছত এজন উদাৰমনা প্ৰধান শিক্ষক সেই স্কুললৈ যায়। তেওঁ সবিশেষ গম লয় আৰু নিঃসহায়া শিক্ষয়িত্ৰী গৰাকীৰ প্ৰতি সংবেদনশীল হৈ তেওঁক পত্নীৰূপে গ্ৰহণ কৰে। মাতৃৰ লগতে অবৈধ পিতৃত্বৰ ছোৱালীটিও আছিল। শিক্ষকজনে সমস্ত বৃত্তান্ত লিখি গহন গোঁসাইৰ আশ্ৰয় বিচাৰে। তেওঁলোকৰ পূৰ্বৰ গুৰু গহন গোঁসায়ে স্পষ্ট ভাষাৰে লিখি আশ্বাস দিলে যে যদি স্বামী-স্ত্ৰীৰ পৰস্পৰ একনিষ্ঠতা আছে তেন্তে এই কাম অতি মাননীয় হিচাপে পৰিগণিত হ'ব আৰু নিকামুল সত্ৰই তেওঁলোকক আদৰিবলৈ সাজু। এয়া ১৯৬৮ চনৰ ঘটনা।

ষাঠিৰ দশকত অসম সত্ৰ সংঘৰ বাৰ্ষিক অধিবেশন। সভাত মায়ামৰা দিনজয় সত্ৰৰ অধিকাৰে জনালে যে 'কাল সংহতি'ৰ বুলি ঘিণ কৰি আন সংহতিৰ গোঁসাইসকলে তেখেতসকলৰ লগত খোৱা-লোৱা নকৰে। গহন গোঁসায়ে এই কাৰ্য অতি তীব্ৰ ভাষাৰে নিন্দা কৰিয়েই ক্ষান্ত নাথাকিল। দিনজয় সত্ৰৰ জীয়ৰীক নিজৰ বোৱাৰী কৰি নিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। সময়ত বহুত শিষ্য ভকতৰ বাধাকো নগণি সেই ইচ্ছা কাৰ্যত ৰূপায়িত কৰিলে। আনকি জোৰণৰ দলটিকো এদল শিষ্য ভকতে বাটতে আগচি এই কাৰ্যৰ প্ৰতিবাদ কৰিবলৈ এৰা নাছিল। কিন্তু গোঁসাইৰ বিপ্লৱী দৃঢ়তাৰ আগত কোনো বাধা তিষ্ঠিব নোৱাৰিলে।

অৰুণাচলবাসীৰ মাজলৈ গৈ পূৰ্বৰ পৰম্পৰাৰে সিসকলক শৰণ দি নিজৰ মাজত সোমাই লোৱাৰ বিষয়ে পিছৰ অধ্যায়ত বিতংভাৱে বৰ্ণনা কৰা হৈছে।

মুঠতে সংস্কাৰ আৰু প্ৰগতি গহন গোস্বামীৰ চৰিত্ৰৰ এটা উপাদান আছিল।

## ১৬। পৰ্বত ভৈয়ামৰ মিলনৰ সেতু গহন গোঁসাই

আমি বহুতেই নাজানোঁ যে দেশ স্বাধীন হোৱাৰ পূৰ্বে আমাৰ আগৰ চামৰ বৈষ্ণৱ গুৰুসকলে নিজৰ গুৰুধৰ্মৰ প্ৰেৰণাতে পাহাৰী জনজাতিৰ লোকৰ মাজত ধৰ্ম প্ৰচাৰ কৰিবলৈ গৈছিল আৰু বহুলোকক বৈষ্ণৱ ধৰ্মত দীক্ষিত কৰিছিল। সেই গুৰুসকল আছিল নাজিৰাৰ •বাৰেঘৰ সত্ৰৰ

অধিকাৰ, লক্ষীমপুৰৰ ঘাৰমৰা সত্ৰৰ অধিকাৰ আৰু তেজপুৰৰ নিকামূল সত্ৰৰ অধিকাৰ স্বৰ্গীয় মাধৱানন্দ ব্ৰহ্মচাৰী। মাধৱানন্দ ব্ৰহ্মচাৰীয়ে সীমান্ত এলেকাত ধৰ্ম প্ৰচাৰ কৰাৰ মানসে তাৰ গাতে গা লগাই বালিপাৰাত মানশিৰি নৈৰ পাৰত এখন সত্ৰ স্থাপন কৰিছিল। তাত আজি সত্ৰখন নাই যদিও বহুতে সেই ঠাই ডোখৰতে চাকি বন্তি জ্বলাই শৰাই আদি দি ব্ৰহ্মচাৰী বাবাৰ বা কলিয়া গোঁসাইৰ থান বুলি সেৱা জনায়।

সীমান্তত এই সত্ৰ পতাৰ মুখ্য কাৰণ আছিল এই – বৃটিছ চৰকাৰে যেতিয়া নিগাৰ্জীকে দেশ শাসনৰ খুটি মাৰি আও-ভাঁও বুজি ল'লে তেতিয়াৰ পৰা পৰ্বতীয়া অঞ্চলবোৰত নানা প্ৰকাৰ 'ৰেগুলেচন' 'ইনাৰ লাইন'* আদি প্ৰৱৰ্তন কৰি স্থানীয় লোকৰ প্ৰৱেশ সেইবোৰ ঠাইলৈ নিষেধ কৰি বহু বাধা আৰোপ কৰিলে। ফলত ওপৰত উল্লেখ কৰা গুৰুসকলে তেওঁলোকৰ ধৰ্মৰ বাণী লৈ শিষ্যসকলৰ ওচৰ চপাটো বন্ধ হৈ গ'ল। আনহাতে পশ্চিমীয়া দেশৰ খৃষ্টান পাদুৰীসকলক প্ৰৱেশৰ অনুমতিৰ উপৰিও আইনগত সা-সুবিধা দি খৃষ্টান ধৰ্ম প্ৰচাৰৰ বাট মুকলি কৰি দিলে। সেয়ে আজি অসমৰ বাহিৰে ভিতৰে খৃষ্টান সাম্ৰাজ্য বিস্তাৰ হয়।

গহন গোঁসায়ে পূৰ্বৰ সম্পৰ্কৰ সূত্ৰ বিচাৰি ১৯৬৩ চনত নেফাত প্ৰৱেশ কৰিবলৈ অসমৰ ৰাজ্যপালৰ পৰা অনুমতি বিচাৰে। লাহে লাহে 'ইনাৰ লাইন' শিথিল হ'ল আৰু গোঁসায়ে প্ৰৱেশৰ অনুমতি পালে। তেখেতে ১৯৬৪ চনত আন দুগৰাকী সত্ৰাধিকাৰৰ সৈতে লগ লাগি স্মাৰক পত্ৰ যোগে ৰাজ্যপালক জনালে যে কামেং জিলাৰ প্ৰায় পাঁচ হাজাৰ আপাটানি লোক শ্ৰীশ্ৰীনিকামূল সত্ৰৰ, সোৱণশিৰি জিলাৰ প্ৰায় আশী হাজাৰ ডফলা আৰু পাহাৰী মিৰি লোক শ্ৰীশ্ৰীঘাৰমৰা সত্ৰৰ আৰু টিৰাপ সীমান্তৰ প্ৰায় কুৰি হাজাৰ নক্তে গিৰিবাসী শ্ৰীশ্ৰীদিনজয় সত্ৰৰ শিষ্য। এইসকল বৈষ্ণৱ গিৰিবাসীয়ে ভৈয়ামৰ সত্ৰসমূহৰ লগত সম্বন্ধৰ এনাজৰীডাল পুনৰ সতেজ কৰিব খোজে আৰু তেনে ইচ্ছা প্ৰকাশ কৰিছে। গতিকে চৰকাৰে এই বিষয়ত কিছু আৰ্থিক সাহায্য দি উদ্‌গণি দিব লাগে।

তেখেতসকলে স্মাৰক পত্ৰযোগে দাখিল কৰা আঁচনিত তিনি ঠাইত গিৰিবাসী ছাত্ৰৰ কাৰণে এবছৰকাল থাকি বৈষ্ণৱ ধৰ্ম, সংস্কৃতি আৰু সাধাৰণ

* Inner line Regulations , 1873
The Frontier Regulation Act , 1880

শিক্ষা লাভ কৰিব পৰাকৈ একোটিকৈ ছাত্ৰশালা নিৰ্মাণ, ছাত্ৰ-ছাত্ৰীৰ প্ৰত্যেককে মাহে পঞ্চাশ টকাকৈ জলপানী আৰু আদিতে প্ৰাথমিক খৰচৰ বাবে এশ টকাকৈ অনুদানৰ ব্যৱস্থা আৰু বিনামূলীয়া পাঠ্যপুথি আদি যোগান ধৰাৰো ব্যৱস্থা ৰাখি নুন্যতম একলাখ তেষষ্ঠি হাজাৰ দুশ পোন্ধৰ টকাৰ এখন খৰচৰ চাহিদাপত্ৰ সন্নিবিষ্ট কৰিলে।

চৰকাৰে আঁচনি অনুমোদন কৰিলে। ফলত নিকামুল সত্ৰত এটা, ঘাৰমৰা সত্ৰৰ তলত লক্ষীমপুৰত তিনিটা আৰু দিনজয় সত্ৰৰ লগতো আৱশ্যকীয় ছাত্ৰাবাস গঢ়ি উঠিল। নিকামুল সত্ৰৰ ছাত্ৰাবাসত ১৯৬৫ চনৰে পৰা ২৫ জনকৈ ছাত্ৰ থাকি কেবাদলো ছাত্ৰই শংকৰী সংস্কৃতিৰ প্ৰশিক্ষণ আৰু স্থানীয় কলেজিয়েট হাইস্কুলত সাধাৰণ শিক্ষা লাভ কৰি গৈছে। উল্লেখযোগ্য যে সত্ৰত প্ৰশিক্ষণপ্ৰাপ্ত পাহাৰী ছাত্ৰক লৈ গহন গোঁসায়ে দিল্লীত গৈ অঙ্কীয়া নাট, ভাওনা প্ৰদৰ্শন কৰি আহিছে। অসম আৰু অৰুণাচলততো কৰিছেই। এই কেইখন সত্ৰৰ বাহিৰেও শ্ৰদ্ধাস্পদ কৰ্মযোগী শ্ৰীমহানন্দ বৰাৰ নেতৃত্বত 'সোৱণশিৰি সেৱাশ্ৰম' নামেৰে গঠিত এটি প্ৰতিষ্ঠানত প্ৰায় ৫০ জনকৈ গিৰিবাসী ল'ৰা-ছোৱালী প্ৰশিক্ষণ লৈ থাকে। ইয়াত নামঘৰ, মঞ্চসহ এটি প্ৰেক্ষাগৃহ, ছাত্ৰ-ছাত্ৰী-নিবাস আৰু প্ৰশিক্ষকসকলৰ বাসগৃহৰে সৈতে কেন্দ্ৰটি এতিয়ালৈ চলি আছে। এইখনৰ পৰিচালনা কৰে "সোৱণশিৰি সেৱা সমিতি" নামেৰে এটা চৰকাৰৰ পঞ্জীভুক্ত সমিতিয়ে। ১৯৬৭ চনত স্থাপিত হোৱা প্ৰথমখন সমিতিৰ সভাপতি আছিল গহনচন্দ্ৰ গোস্বামী আৰু সম্পাদক শ্ৰীমহানন্দ বৰা। এতিয়াও বৰাদেৱৰ অধ্যক্ষতাত এই অনুষ্ঠান সজীৱ হৈ আছে আৰু তাৰ কাৰণে বৈকুণ্ঠী গহন চন্দ্ৰ গোস্বামীৰ আত্মাই সন্তুষ্টি লাভ কৰিছে।

গহন গোঁসাইৰ আঁচনিৰ ভিতৰত এখন ন্যাস সমিতি গঠন কৰি আটাইকেইখন গিৰিবাসী প্ৰশিক্ষণ কেন্দ্ৰ পৰিচালনা কৰাৰ পৰিকল্পনা আছিল। সেইটো হৈ নুঠিল। এতিয়া গুটীয়া তত্বাৱধানত কেন্দ্ৰবোৰ চলি আছে। দুখৰ বিষয় প্ৰতিকূল অৱস্থাৰ কাৰণে নিকামুলৰ কেন্দ্ৰটি কিছুদিনৰ পৰা বন্ধ হৈ আছে। ৰাজনৈতিক পৰিবৰ্তনৰ কাৰণতে আনবোৰ কেন্দ্ৰও গতিশীল নহয়।

গহন চন্দ্ৰ গোস্বামীয়ে নিকামুল সত্ৰৰ পূৰ্বৰ অধিকাৰ মাধৱানন্দৰ দিনৰ অৰুণাচলৰ শিষ্য-প্ৰশিষ্যৰ লগত সম্বন্ধৰ এনাজৰীগছি পুনৰ 'সুদৃঢ় কৰাৰ

কাৰণে কেবাবাৰো সেই ঠাই ভ্ৰমণ কৰি কামেং অঞ্চলত পাঁচোটা নামঘৰ স্থাপন কৰে। তেখেতৰ নেতৃত্বতে তৎকালীন 'নেফা' প্ৰশাসনৰ পৰা বাৰ হাজাৰ টকাৰ আৰ্থিক অনুদান আৰু স্থানীয় ৰাইজৰ শ্ৰমদানেৰে ৰাইজে সত্তৰ ফুট দীঘল আৰু ত্ৰিশ ফুট বহল জোখৰ এটিকৈ নামঘৰ "জামিৰি গাঁও" আৰু "বুঢ়াগাঁও"ত সাজি উলিয়ায়। দুয়োটা নামঘৰৰ বাবে নিকামূল সত্ৰৰ পৰাই গুৰু আসন দুখন আগবঢ়োৱা হয়। গোঁসায়ে নিজে ৪০ জনীয়া দল এটি লৈ গৈ ক্ৰমে ৩০/৪/৬৯ আৰু ২/৫/৬৯ তাৰিখে নামঘৰ দুটিৰ দ্বাৰ উন্মোচন কৰে। সোণত সুৱগা চৰাই গোঁসায়ে দুয়ো দিনে উভয় ঠাইত ভাওনা অনুষ্ঠিত কৰি অনুষ্ঠানৰ গাম্ভীৰ্য বঢ়াইছিল আৰু স্থানীয় ৰাইজক আনন্দাপ্লুত কৰি নিজেও সন্তোষ লাভ কৰিছিল।

ডিজাংগনীয়া, কম্পী আৰু গোঁসাইথান গাঁৱত একে পদ্ধতিৰে তিনিটা নামঘৰ প্ৰতিষ্ঠা কৰি স্থানীয় ৰাইজৰ দ্বাৰা পৰিচালনা কৰাৰ ব্যৱস্থা কৰি দি আছে। এই বিষয়ত আৰু উল্লেখযোগ্য যে স্বৰ্গীয় গোঁসায়ে ৬৫ বছৰ বয়সীয়া শ্ৰীশিৱ ভূঞা নামৰ এজন বিশিষ্ট লোকক সত্ৰীয়া সংস্কৃতিৰ প্ৰশিক্ষণ দিবলৈ জামিৰিগাঁৱত প্ৰায় তিনিমাহ কালৰ কাৰণে নিয়োগ কৰি থৈ আছে। তেখেতৰ তত্বাৱধানত পাহাৰী ন-ভকতে নামঘৰীয়া নিয়ম-নীতি, পাঠ প্ৰসঙ্গ আৰু প্ৰয়োজনীয় আচাৰ ব্যৱহাৰ শিকি নামঘৰ সমূহ চলাবলৈ সমৰ্থ হয়। (উৎস ঃ দি আচাম ট্ৰিবিউন ১৯৬৯ চনৰ ২৭ মে' সংখ্যা)।

ডিজাংগনীয়া আৰু কম্পী গাঁৱত নামঘৰ দুটা উদ্বোধন কৰিবলৈ গৈছিল গহন গোঁসাইৰ দুয়োজন পুত্ৰ শ্ৰীসত্যব্ৰত আৰু শ্ৰীপুণ্যব্ৰত দেৱ গোস্বামী আৰু এটি পূৰঠ সাংস্কৃতিক দল। তেখেতসকলেও গুৰু আসন প্ৰতিষ্ঠা কৰি দুয়ো ঠাইতে ভাওনা আৰু আলোচনা সভা অনুষ্ঠিত কৰে। সভাত কামেং বৈষ্ণৱ সমাজৰ সম্পাদক শ্ৰীচিনাম দুচুচৌৱে বৈষ্ণৱ ধৰ্মৰ ব্যাখ্যা দাঙি ধৰে। মুঠতে কামেং বৈষ্ণৱ সমাজৰ অন্তৰ্গত এঘাৰখন গাঁৱে সহযোগ কৰে। গোঁসাইথান গাঁৱৰ নামঘৰটো পিছ্‌ত ৰাইজে সাজে। পূৰ্বতে মাধৱানন্দ গোঁসায়ে ইয়াত থান পাতিছিল বুলিয়েই গাঁৱৰ নাম 'গোঁসাইথান' হ'ল বুলি ৰাইজে কয়। অৰুণাচলবাসী শিষ্যৰ প্ৰতি গোঁসাইৰ ব্যৱহাৰ সমদৃষ্টিসম্পন্ন। ১৯৭১ চনৰ সদৌ নিকামূল সত্ৰৰ শিষ্যৰ অভিবৰ্তনৰ মূল সভাত কামেঙৰ শ্ৰীবুলা দুচৌচৌএ সভাপতিত্ব কৰাটোৱে তাৰ প্ৰমাণ। অৰুণাচলবাসী শিষ্যভকতৰ মাজলৈ যোৱাটো তেখেতৰ জীৱিত কালত অব্যাহত আছিল।

গহন গোঁসায়ে মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ মূল বাণীবোৰ আৰু মহাত্মাৰ বাণী আপাটানি ভাষাত পুস্তক হিচাপে ছপাই বিনামূল্যে বিতৰণ কৰে। তেনেকৈ চিয়াং অঞ্চলৰ গালং কথিত ভাষাতো এখন ধৰ্মীয় পুস্তক ছপা কৰি বিতৰণ কৰে। আমি এনেকুৱা দূৰদৰ্শী কাম খৃষ্টান মিছনাৰীসকলৰ দ্বাৰাহে হোৱা দেখি আহিছোঁ।

অশেষ কষ্ট স্বীকাৰ কৰি গিৰিবাসী ৰাইজৰ মাজত সোমাই আনুষ্ঠানিক পদ্ধতিৰে ধৰ্ম আৰু ভাতৃত্বৰ দ্বাৰ প্ৰচাৰ কৰি অৰুণাচল আৰু অসমৰ সত্ৰতো বিভিন্ন অনুষ্ঠান খুলি প্ৰকৃষ্ট সেৱা আগবঢ়োৱাত স্বীকৃতি হিচাপে গোস্বামীদেৱক ৬/১২/৬৮ তাৰিখে 'ধৰ্মৰত্ন' উপাধিৰে বিভূষিত কৰা হয় আৰু ৰাজহুৱা সম্বৰ্দ্ধনা তথা মানপত্ৰ লাভ কৰে। লগতে পাঁচশ এটকাৰ (৫০১) উদগণিমূলক উপহাৰো। এই সন্মান গোঁসাইৰ যথাৰ্থতে প্ৰাপ্য যদিও তেখেতৰ সেৱা নিস্বাৰ্থ আছিল।

এই জনহিতকৰ কামৰ বাবে গহন গোঁসাই তেতিয়াৰ অসমৰ ৰাজ্যপালসকল আৰু নেফা প্ৰশাসনৰ দ্বাৰাও অতি সন্মানিত ব্যক্তি হিচাপে পৰিগণিত হৈছিল। 'অৰুণাচল ৰাজ্য গঠন হোৱাৰ আগলৈ অসমৰ ৰাজ্যপালেই এজন উপদেষ্টাৰ সহায়ত নেফাৰ প্ৰশাসন পৰিচালনা কৰিছিল। এসময়ৰ তেনে উপদেষ্টা কৰ্নেল পি, এন্, লুঠ্ৰা আৰু কমিচনাৰ শ্ৰীকে, এ, এ, ৰাজা (এখেত পৰৱৰ্তী কালত অৰুণাচলৰ উপৰাজ্যপাল হৈছিল) প্ৰমুখ্যে ব্যক্তিয়ে গোঁসাইক শ্ৰদ্ধা কৰাই নহয় যাৱতীয় সহযোগিতাও আগবঢ়াইছিল। ( শ্ৰীৰাজাৰ শ্ৰদ্ধা আৰু শলাগনি যথাস্থানত প্ৰকাশ কৰা হৈছে। )

## ১৭। মিছামাৰী সমবায় পাম সংগঠনত গহন গোঁসাইৰ ভূমিকা

১৯৪৫ চনত দ্বিতীয় মহাসমৰৰ অন্ত পৰাত মিছামাৰী সামৰিক ছাউনী আৰু বিমানঘাটি উঠি গ'ল। তাৰ ঠাইত সাময়িকভাৱে অধিগ্ৰহণ কৰা মাটিবোৰত পূৰ্বৰ পট্টাদাৰসকলক কেনেভাৱে পুনৰ্বাসিন কৰোৱা যায় তাৰ বিষয়ে অসম চৰকাৰে আলোচনাক্ৰমে সিদ্ধান্ত কৰিলে যে পূৰ্বৰ পট্টাদাৰ সকলৰ লগতে কিছু নতুন উৎসাহী লোক আৰু কিছু প্ৰাক্তন সৈনিকক লৈ এখন আদৰ্শ সমবায় পাম গঠন কৰা হওক। তদনুসাৰে গাঁও উন্নয়ন বিভাগৰ তলত এখন সমবায় সমিতি গঠন কৰা হ'ল। এই বিভাগৰ দায়িত্বত আছিল শ্ৰীটি, টি, এছ্ হেইলী নামৰ এজন ভাৰতীয় প্ৰশাসনীয় সেৱাৰ বিষয়া। তেখেত গ্ৰামোন্নয়ন বিভাগত বৰ উৎসাহী আৰু সংবেদনশীল বিষয়া আছিল।

আঁচনি অনুসাৰে ১৯৪৭ চনত তেতিয়াৰ দৰং জিলাৰ উপায়ুক্তই বাৰ হাজাৰ চাৰিশ বিঘা মাটি মিছামাৰী সমবায়ৰ নামত চৰকাৰী হুকুম কৰি আবণ্টন দিয়ে। পূৰ্বতে সেই ঠাইত ১৮খন গাঁও আছিল। সেই মৰ্মে মানুহবোৰক মাতি আনি চৰকাৰৰ আঁচনিৰ কথা বুজোৱা হ'ল হয় কিন্তু কোনোৱে নিজৰ ভাগৰ মাটি দি সমবায়ৰ সভ্য হবলৈ আগবাঢ়ি নাহে। ইতিমধ্যে সৈন্যসকলে সেই ঠাই এৰি যোৱাৰ পৰা ২/৩ বছৰ পাৰ হৈ গ'ল। মুকলি ঠাইবোৰ হাবিৰে ভৰি পৰিল। এৰাবাৰী যেন পাই দুষ্ট প্ৰবৃত্তিৰ লোকে ঘৰৰ দুৱাৰ-খিৰিকীবোৰ একৱাই নিলে। ৰাতি হ'লে বাঘে তাৰ ওচৰতে গৰু মাৰে। চকীদাৰ আছে কিন্তু দিনতহে দেখা দিয়ে, ৰাতি হ'লে ঘৰে ঘৰে থাকেগৈ। চোৰৰ সুবিধা। সিহঁতৰ ওপৰত চকু দিওঁতাও নাই। বিভাগীয় বিষয়া আৰু সমবায়ৰ কৰ্মচাৰীসকলে ৪০ মাইল আঁতৰৰ তেজপুৰ চহৰত থাকি কি কৰিছিল তেওঁলোকেহে জানে। কেৱল মাহে দুমাহে একোখন সভা পাতে, চিলঙৰ পৰাও উৰ্দ্ধতন বিষয়া নামি আহে। কিবা-কিবি সিদ্ধান্ত কৰি গুছি যায়। এনেকৈ দিন গৈ আছে। শেষত এখন সভাত চৰকাৰৰ বিভিন্ন বিভাগৰ বিষয়াসকলৰ মুখৰ আগতে পট্টাদাৰসকলে একেমুখে সমবায় নালাগে আৰু আদৰ্শ গাঁও নাপাতে বুলি খাটাং সিদ্ধান্ত দিলে। বিষয়াসকলৰ নানান যুক্তি বুজনিক তেওঁলোকে আওকান কৰিলে।

গহন গোস্বামী কংগ্ৰেছ কৰ্মী হিচাপে নিমন্ত্ৰিত হৈ তাত উপস্থিত আছিল। তেখেতে বুজিলে যে এই আপত্তিকাৰী দলৰ আকোৰগোজ ভাৱটো কোনোবা অহিতকাৰী ৰাজনৈতিক লোকৰ অভিসন্ধিত হে ৰাইজৰ মুখেদি ওলাইছে। তেওঁলোকৰ ওচৰলৈ গৈ প্ৰকৃত উদ্দেশ্য বুজাই দিব পাৰিলে ৰাইজৰ সহযোগ পোৱা হ'ব। সেই সময়ত স্বৰ্গীয় বিমলা প্ৰসাদ চলিহা সংসদী সচিব হিচাপে এই বিভাগৰ দায়িত্বত আছিল। চলিহা ডাঙৰীয়াই গোঁসাইৰ লগত পৰামৰ্শ কৰি তেখেতক (গোঁসাইক) অবৈতনিক সংগঠক পাতি মিছামাৰীলৈ পঠালে। গোঁসায়ে দায়িত্ব গ্ৰহণ কৰিলে যেতিয়া লাগি গ'ল। মিছামাৰীতে টৌ খুটি মাৰি দুৱাৰ খিৰিকীবিহীন ভঙা ঘৰতে থাকিবলৈ ল'লে। তাকে দেখি আৰু গোঁসাইৰ পৰামৰ্শ শুনি বিষয়াসকলো এটি দুটিকৈ মিছামাৰীত থাকিবলৈ ল'লে। অফিচ আৰম্ভ হ'ল। গোঁসায়ে গাঁৱে গাঁৱে গৈ মানুহক গুটীয়াকৈ আৰু জুম জুমকৈ বুজালে স্বাধীনতাৰ অৰ্থ। গান্ধীজীৰ গাঁও সংগঠনৰ আঁচনি। চৰকাৰৰ আদৰ্শ গাঁৱৰ আঁচনিৰ

কথা । ৰাইজে লাহে লাহে পতিয়ন যাবলৈ ধৰিলে । প্ৰ-পত্ৰত চহী কৰি সমবায়ৰ সভ্য হ'ল । ইয়াকে কৰোঁতে কিমান প্ৰযত্ন লাগিছিল তাৰ বিৱৰণ দ্বিতীয় অধ্যায়ত পাব ।

ইতিমধ্যে গোঁসায়ে ক্ষিপ্ৰতাৰে লাগতিয়াল ঘৰ-দুৱাৰবোৰ মেৰামতি কৰাই বাসোপযোগী কৰি তুলিলে আৰু ৰাইজৰ অত্যাৱশ্যকীয় অনুষ্ঠান যেনে ঔষধালয়, খোৱা পানীৰ ব্যৱস্থা, সমবায় খাদ্যৰ দোকান, স্কুল আদি আৰম্ভ কৰা হ'ল । ৰাইজ আহি থিতাপি ল'লেহি । প্ৰতিঘৰ মানুহক বাৰী বস্তিৰ কাৰণে চাৰি বিঘা আৰু খেতিৰ বাবে চাৰি পূৰাকৈ মাটি আবণ্টন কৰি দিয়া হ'ল । বিভিন্ন বিভাগীয় বিষয়াসকলে নিজ নিজ বিভাগীয় আঁচনিমতে সাহায্য আগবঢ়াই পুনৰ সংস্থাপনত গা লাগি ধৰিলে । ঠায়ে ঠায়ে নামঘৰ মছজিদ আদিও গঢ়ি উঠিল । মুঠতে গোঁসাই যেন সমবায় পামৰ চৈতন্য শক্তি, ৰাইজবো-প্ৰশাসনবো । ৰাইজৰ শ্ৰমেৰে আলি পদূলিবোৰ মুকলি কৰি চিকুণ কৰা হ'ল । খোৱা পানীৰ বাবে গাঁৱে গাঁৱে কুঁৱাৰ ব্যৱস্থা হ'ল ।

গোঁসাইৰ নিজৰ খাৱন শোৱন পিছ কথা, ৰাইজৰ সেৱাহে আগ । সেইদৰে চৰকাৰী লোক আৰু সভ্যসকলৰ পৰাও তৎপৰতা বিচাৰিছিল । আলস্যক গোঁসায়ে প্ৰশ্ৰয় নিদিয়ে । তেখেতৰ ব্যাঘ্ৰ মূৰ্তিৰ খণ্ডটোতো আছেই । এদিনৰ ঘটনা বৰ্ণনা কৰিছে সেই সময়ৰ মিছামাৰী সমবায় পামৰ অধীক্ষক শ্ৰীঅৰুণ হাজৰিকাদেৱে । ( তেখেতৰ সম্পূৰ্ণ প্ৰবন্ধ অন্যত্ৰ প্ৰকাশ পাইছে ।) "সমবায় খেতিৰ ৰহৰ মাহ কাটি মুকলিতে মেলি থোৱাতে থাকিল । ৰাতি বৰষুণ আহিল । এজন চকীদাৰৰ বাহিৰে গোঁসাইকে ধৰি বাকী সকলো উঠি আহি ৰহৰ ডাইলখিনি চপালে । গাফিলতি কৰি নহাজনক মাতি আনি সোধাত ক'লে বোলে তেওঁ দিনৰহে চকীদাৰ, ৰাতিৰ নহয় । সময় মতেহে তেওঁ কাম কৰিব ।" গোঁসায়ে এই কথা শুনি যি ব্যাঘ্ৰ মূৰ্তি ধৰি জপিয়াই উঠিল তাকে দেখি সকলোটি পৈপুৱা লাগিল । গাফিলতি কৰা চকীদাৰজনক তৎমুহূৰ্তে পাম এৰি যাবলৈ হুকুম কৰিলে । সি বোলে "এতিয়া ৰাতিখন আঢ়ৈ বজাত অকলে কলৈ যাওঁ ?" গোঁসায়ে লগত দুজন চকীদাৰ দি তাক মিছামাৰী ৰেল ষ্টেচনত সেই ৰাতিতে থোৱাই দিলে । সেই ঘটনাৰ পৰাই সকলোৱে তৎ ল'লৈ কেনে ধৰণে গোঁসাইৰ লগত চলিব লাগিব । এটা যেন কৰ্মমুখী প্ৰবাহ বলৈ ধৰিলে মিছামাৰীৰ মাজেদি ।

মাটি আবণ্টনৰ পৰা প্ৰায় দুবছৰ ইতিমধ্যে পাৰ হ'ল। কিন্তু বহুত সভ্যৰে বাৰীত তামোল-পাণ আদি ৰোৱা নাই, গোঁসায়ে সময়ে সময়ে গৈ সঁকিয়াই থকাৰ পিছতো। সেয়ে তেখেতে এদিন ৰাজহুৱা সভাতে খণ্ডকৈ ক'লে – "আপোনালোকে মাটি আবণ্টন পোৱা বাবে ভাবে নেকি যে আপোনালোক একেবাৰে মাটিৰ মালিক হৈ গ'ল। মাটি এনেয়ে পেলাই ৰাখিব পাৰে ? কেতিয়াও নহয়। যদি স্বাৱলম্বী হৈ আদৰ্শ গৃহস্থ হ'ব নোৱাৰে তেনেহ'লে আৰু কিছুদিনৰ মূৰতে তেনেকুৱা লোকৰ মাটি কাঢ়ি লৈ এই পামৰ পৰা বহিষ্কাৰ কৰি দিয়া যাব।" সভাত স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰী ডাঙৰীয়াও উপস্থিত আছিল। ইয়াৰ পিছতে সকলোৱে বাৰী পতা কামত লাগি গ'ল। অলপ দিনৰ ভিতৰতে বাৰী বস্তিৰ ৰূপ সলনি হ'ল।

মিছামাৰী পামক লোক দৃষ্টিলৈ অনাৰ মানসে গোঁসায়ে ১৯৫৩ চনত ৰাষ্ট্ৰীয় সন্মিলন মিছামাৰী পামত পতাৰ প্ৰস্তাৱ আগবঢ়ালে। প্ৰস্তাৱ গৃহীত হ'ল। গোঁসায়ে আয়োজনত লাগি গ'ল দেহে কেহে। সন্মিলনৰ বৈঠক সৰ্বাঙ্গ সুন্দৰ কৰিবলৈ গোঁসায়ে কোনো কষ্ট অস্বীকাৰ কৰা নাই। পামৰ ভিতৰ আৰু বাহিৰৰ আঞ্চলিক ৰাইজ, ডেকা-গাভৰু সমন্বিতে সকলোৰে উমৈহতীয়া সহায় সহযোগত তিনিদিনীয়া সন্মিলন মহাপয়োভৰেৰে হৈ গ'ল। নেতৃবৃন্দই গহন চন্দ্ৰ গোস্বামী আৰু ৰাইজৰ শলাগ ল'লে। এই সুযোগতে গোঁসায়ে মিছামাৰীৰ নিচিনা ভিতৰুৱা ঠাইক কেনেকৈ আগুৱাই আনিব পাৰি বা অনা দৰ্কাৰ তাৰ প্ৰত্যক্ষ নিদৰ্শন দাঙি ধৰিলে। সন্মিলনৰ কামত অত্যাধিক পৰিশ্ৰম কৰাৰ ফলস্বৰূপে তেখেত শয্যাশায়ী হ'ল। চিকিৎসাৰ কাৰণে জিলাৰ পৰাও ডাক্তৰ অনা হ'ল। পাল পাতি পৰিচৰ্যা কৰিছে সন্মিলনৰ বাবে প্ৰশিক্ষণ দি উলিওৱা ডেকা-গাভৰুসকলে। পৰিয়ালৰ লোকে নিকামূলৈ তেখেতক আনিবলৈ লোৱাত গোস্বামীদেৱে আহিবলৈ অস্বীকাৰ কৰিলে। এয়া গোঁসাইৰ মিছামাৰীৰ প্ৰতি প্ৰেমেৰে কিনা আত্মীয়তা। ধন্য গহন গোঁসাই। তেখেতে প্ৰেমৰ হাট বহুৱাইছে মৰতত।

গোঁসায়ে ১৯৫০ চনত লক্ষীমপুৰৰ প্ৰলয়ংকৰী বানত পীড়িতসকলৰ সেৱা কৰিবলৈ যোৱাৰ পাছতো মিছামাৰীলৈ অহা যোৱা কৰি সদায় সেই ঠাইৰ উন্নতিৰ হকে চেষ্টা কৰিছিল। ১৯৫২ চনত তেখেত বিধান সভাৰ সদস্য হৈ থকা কালত চৰকাৰৰ লগত পৰামৰ্শ কৰি হিন্দী প্ৰশিক্ষণ কেন্দ্ৰ এটা মিছামাৰীত স্থাপন কৰায়। তাৰ কাৰ্যকৰী সমিতিৰ সভাপতি তেখেতেই

নিৰ্বাচিত হৈছিল। ইতিমধ্যে উচ্চ ইংৰাজী স্কুল এখন স্থাপন কৰিছিলেই। মুঠতে মিছামাৰী আদৰ্শ সমবায় পাম নিৰ্মাণৰ সপোন দিঠকত পৰিণত হৈছিল। ইয়াৰ স্বীকৃতি হিচাপে স্থানীয় ৰাইজে বিৰাট ৰাজহুৱা সভা আহ্বান কৰি এখন লিখিত প্ৰশস্তি পত্ৰেৰে গোঁসাইক সম্বৰ্দ্ধনা জনায় আৰু শৰাই-বস্ত্ৰ উপহাৰ দিয়ে।

১৯৬২ চনত চীনৰ আক্ৰমণৰ পিছত মিছামাৰীত পুনৰ ছাউনী পতালৈকে গোঁসায়ে মিছামাৰী পামৰ কৰ্তৃপক্ষ আৰু ৰাইজৰ লগত যোগাযোগ ৰাখিছিল আৰু সেই ঠাইৰ প্ৰগতিৰ হকে দিহা-পৰামৰ্শ কৰি আছিল।

## ১৮। বিধায়ক গহন চন্দ্ৰ গোস্বামী

১৯২১ চনত কংগ্ৰেছত যোগদান কৰা দিনৰে পৰা ১৯৫০ চনত লক্ষীমপুৰত ভূমিকম্প পীড়িতসকলক সেৱা কৰালৈকে গহন গোঁসাইৰ লেথাৰি নিছিগা একনিষ্ঠ সেৱা আৰু ত্যাগৰ বিষয়ে অসমৰ ৰাইজ আৰু চৰকাৰৰ কোনেও নজনা নহয়। গোঁসাইৰ জনপ্ৰিয়তা ৰূপ-কথাৰ দৰে বৈ বৈ যোৱা। সেয়ে বিশেষকৈ স্বাধীনতা সংগ্ৰামৰ সফল পৰিসমাপ্তিৰ পিছত গোঁসাইৰ নামটি কংগ্ৰেছৰ ফালৰ পৰা গহপুৰ সমষ্টিৰ বিধায়কৰ বাবে মনোনয়ন কৰা হ'ল। এই উদ্দেশ্যে তেখেতক লক্ষীমপুৰৰ পৰা মাতি অনা হ'ল। গোঁসায়ে আলোচনাত নিজৰ অক্ষমতা প্ৰকাশ কৰিলেও কংগ্ৰেছৰ নিৰ্দেশ বুলি মনোনয়ন গ্ৰহণ কৰিলে আৰু ১৯৫১ চনৰ ২৮ আগষ্ট তাৰিখে মনোনয়ন পত্ৰ দাখিল কৰিলে। জিলা কংগ্ৰেছৰ সভাপতি শ্ৰীশ্ৰীকান্ত শৰ্মাই লিখিছে যে গোঁসাইক জোৰকৈ মনোনয়ন-পত্ৰ দিয়া হৈছিল। তেখেতৰ টকা-পইচা নাছিল। শ্ৰীশৰ্মা আৰু দেশকৰ্মী স্বৰ্গীয় নিৰোদবৰণ দাসে জোৰকৈ গোঁসাইৰ পৰা মনোনয়ন পত্ৰত চহী লৈ স্বৰ্গীয় কামাখ্যা প্ৰসাদ ত্ৰিপাঠীৰ পৰা আমানতৰ কাৰণে টকা লৈ মনোনয়ন-পত্ৰ দাখিল কৰিলে। নিৰ্বাচনত গোঁসায়ে বিপুল ভোটাধিক্যত জয়লাভ কৰে।

গহন চন্দ্ৰ গোস্বামীয়ে বিধান সভাত স্বাভাৱিকতে জনহিতকৰ কামৰ আঁচনিবোৰ দাঙি ধৰিছিল আৰু চৰকাৰে সেইবোৰৰ সৰহভাগেই কাৰ্যত ৰূপায়িত কৰিছিল। তেখেতে সৰ্বসাধাৰণ ৰাইজৰ কাৰণে যাতায়াত, মানুহ আৰু পশুধনৰ চিকিৎসালয়, সাধাৰণ শিক্ষা, স্ত্ৰীশিক্ষা আৰু পুৰুষ-স্ত্ৰীৰ সমব্যৱহাৰ, চাহবনুৱাৰ সৰ্বময় উন্নতি, গাঁও অঞ্চলত খোৱা পানী যোগান আঁচনি আদিৰ দ্ৰুত উন্নতিৰ বাবে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল। উত্তৰ

গুৱাহাটীৰ পৰা লক্ষীমপুৰলৈ যোৱা উত্তৰ ট্ৰাঙ্কৰোডটোৰ সোনকালে উন্নয়ন সাধন কৰি তাত ৰাজ্যিক পৰিবহনৰ গাড়ী চলোৱাবলৈ টানি ধৰিছিল আৰু তেখেতৰ কাৰ্যকালৰ ভিতৰতে এই কাম হৈ উঠে। ১৯৫৭ চনৰ পহিলা জানুৱাৰী দিনটো গোঁসাইৰ কাৰণে বৰ আনন্দৰ দিন আছিল। সেই দিনাই উত্তৰ গুৱাহাটীৰ পৰা লক্ষীমপুৰলৈ যাত্ৰাৰ শুভাৰম্ভ কৰা ৰাজ্যিক পৰিবহনৰ প্ৰথমখন বাছ পুৱা ৬-৩০ মিনিটত সেউজীয়া পতাকা জোকাৰি শুভাশিস দি তেখেতে উদ্বোধন কৰে; বিধায়ক আৰু জিলা কংগ্ৰেছৰ সভাপতি হিচাপে। মফচলৰ চিকিৎসালয়বোৰত এম্বৰে আৰু নাৰ্চৰ ব্যৱস্থা কৰি আধুনিকীকৰণৰ বাবেও তেখেতে চেষ্টা কৰিছিল।

সেইবাৰ (১৯৫২) তেজপুৰ মহকুমাৰ পৰা অমিয় কুমাৰ দাস, মহীকান্ত দাস, শ্ৰীবিশ্বদেৱ শৰ্মা, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী বিধান সভাৰ সদস্য হৈ থকাত গোঁসায়ে জটিল ৰাজনৈতিক বিষয়বোৰ তেওঁলোকলৈ এৰি নিজে জনহিতকৰ কামবোৰত মনোনিবেশ কৰিছিল। তেখেতে খাদ্যৰ শিতানত গাখীৰ আৰু মাছৰ সৰহ উৎপাদনত খুব জোৰ দি একাধিকবাৰ এই বিষয়ত চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰিছিল। তেখেতে বক্তৃতা প্ৰসঙ্গত কৈছিল যে বুঢ়া চাপৰিয়ে তেজপুৰ চহৰত গাখীৰ আৰু খেতিয়ক ৰাইজক হালোৱা দমৰাৰ যোগান ধৰে। গতিকে বুঢ়া চাপৰিত পশু চিকিৎসা বিভাগে পশু চিকিৎসাৰ কাৰণে ব্যৱস্থা কৰিব লাগে। তাত এখন পশু চিকিৎসালয় হোৱা আৱশ্যক। তদুপৰি চৰকাৰৰ ফালৰ পৰা সৰহ মাটি লৈ যান্ত্ৰিক কৃষি পদ্ধতিৰে কৃষি পাম চলাই বিভিন্ন শইচ উৎপাদনৰ পৰামৰ্শ আগবঢ়ায়। চৰকাৰে এই পৰামৰ্শ গ্ৰহণ কৰে। (তেখেতৰ বিধান সভাত দিয়া ভাষণৰ মূলাভাস অন্যত্ৰ প্ৰকাশ কৰা হৈছে।)

এনেয়ে গোঁসাই ৰাইজৰ লোক। তাতে আকৌ বিধান সভাৰ সদস্য হোৱাত তেখেত ৰাজহুৱা কামত আৰু বেছিকৈ ব্যস্ত হৈ পৰিছিল। ঘৰত প্ৰায় নাথাকিছিলেই। বিধান সভাৰ বৈঠক আৰু সদন সমিতিৰ বৈঠকবোৰত এদিনো বাদ নিদিয়াকৈ উপস্থিত আছিল। তেখেত House Committee on petition relating to Bills for current session of the Assembly ৰ ১৯৫৪ চনৰ বাবে সভ্য মনোনীত হৈছিল। তাৰ বাহিৰে প্ৰায় সদায়ে ৰাইজৰ অভাৱ-অভিযোগৰ বুজ লোৱা, বৈঠক, সভা, স্কুল-কলেজৰ সভা আদিত যোগদান নিয়মীয়াভাৱে কৰিব লাগিছিল। বানপানী

আৰু গৰাখহনীয়াত পৰা ঠাইবোৰ পৰিদৰ্শন কৰি সাহায্যৰ ব্যৱস্থাত ব্যস্ত থাকিব লগা হৈছিল। তাতে আকৌ '৫৩ৰ পৰা '৫৭ লৈ জিলা কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হোৱাত, নিম্ন পৰ্যায়ৰ কংগ্ৰেছ অনুষ্ঠান আৰু কংগ্ৰেছৰ কাৰ্য ক্ৰমণিকাত আত্মনিয়োগ কৰিব লাগিছিল। সেই কালছোৱাত বিশেষকৈ চাহ শ্ৰমিকসকলৰ মাজত "বোনাচৰ" ব্যৱস্থা হোৱাত সেই টকাৰ পৰা চাঁদা-বৰঙণি তুলি কংগ্ৰেছৰ শ্ৰমিক শাখা আই, এন, টি, ইউ, চি,ৰ অন্তৰ্গত চাহ মজদুৰ ইউনিয়নবোৰৰ সংগঠন টনকিয়াল কৰাত লাগিব লাগিছিল। সংগৃহীত টকাৰে চাৰিআলি, ৰঙাপাৰা, ঢেকিয়াজুলি আদি ঠাইত চাহ মজদুৰ ইউনিয়নৰ কেন্দ্ৰীয় কাৰ্যালয় স্থাপন কৰা হয়। গোঁসায়ে স্থানীয় কৰ্মীসকলেৰে বাগিছাই বাগিছাই ঘূৰি এই আঁচনি সফল কৰিছিল। আই, এন, টি, ইউ, চিৰ সম্পাদকৰ দায়িত্বত আছিল শ্ৰীবিশ্বদেৱ শৰ্মা। এই সংগঠনৰ যোগেদি আয়োজিত বনুৱা কল্যাণ কেন্দ্ৰৰ আলোচনা সভা আদিতো গোঁসায়ে অংশ গ্ৰহণ কৰিছিল। ইয়াৰ আগলৈকে, চাহ বাগিছাৰ কৰ্মীসকল চৰকাৰৰ আঁচনিৰ বাহিৰত আছিল। ৰাজনৈতিক প্ৰভাৱৰ শংকা কৰি বাগিছাৰ কৰ্তৃপক্ষই সমাজ কৰ্মীসকলে তাত প্ৰৱেশ নকৰাটোকে আশা কৰিছিল আৰু নানা প্ৰকাৰে প্ৰৱেশত বাধা দিছিল। দেশ স্বাধীন হোৱাত এই চিন্তাৰ পৰিবৰ্তন হয়। বাগিছাৰ কৰ্মীয়ে যেতিয়া ভোটৰ অধিকাৰ পায়, তেতিয়া উন্নয়নমূলক আঁচনিৰো ভাগ লোৱাৰ সপক্ষে কংগ্ৰেছে মাত মাতে। ক্ৰমে এই বিষয়ত চাহ বাগিছাৰ কৰ্মী আৰু সাধাৰণ প্ৰজা একে পৰ্যায়লৈ আহে। তদুপৰি কৰ্মীৰ হিতকৰ আইনবোৰৰ সহায়ত পাব পৰা সকলো সুবিধা যাতে বাগিছা কৰ্তৃপক্ষই বিধিমতে দিয়ে তাৰ তদাৰক আই, এন, টি, ইউ, চিৰ যোগেদি কৰা হয়। গোঁসায়ে বিধান সভাৰ কংগ্ৰেছ দলৰ সভ্য আৰু জিলা কংগ্ৰেছৰ সভাপতি হিচাপে এইবোৰত সক্ৰিয় অংশ গ্ৰহণ কৰে।

ৰাইজৰ জনহিতকৰ কামৰ উল্লেখযোগ্য বিষয় ঘাইকৈ ভিতৰুৱা অঞ্চলৰ যাতায়াত ব্যৱস্থাৰ উন্নতি। বিভিন্ন ভিতৰুৱা অঞ্চলৰ লোকে যাতে সহজে খেতিৰ উৎপন্ন বস্তু হাট বজাৰলৈ অনা নিয়াত সুচল পায় তাৰ কাৰণে গোস্বামীদেৱে সংযোজক পথবোৰ বিভাগীয় কৰ্তৃপক্ষৰ দ্বাৰা নিৰ্মাণ আৰু উন্নত কৰোৱাত লাগি কৃতকাৰ্য হয় আৰু সংশ্লিষ্ট ৰাইজ উপকৃত হয়।

চাহ বাগিছাৰ অতিৰিক্ত মাটিবোৰ চৰকাৰে অধিগ্ৰহণ কৰি লৈ ভূমিহীন

কৃষকৰ মাজত বিতৰণ কৰাৰ পৰামৰ্শ গোঁসায়ে চৰকাৰৰ ওচৰত দাঙি ধৰে। তেখেতে জনায় যে ইয়াৰ দ্বাৰা ভূমিহীন কৃষকসকল উপকৃত হ'ব আৰু কৃষিৰ উৎপাদনো বাঢ়িব। চৰকাৰে এই পৰামৰ্শ গ্ৰহণ কৰি কাৰ্যত ৰূপায়িত কৰে।

গোঁসাইৰ বিধান সভাৰ কাৰ্যকালৰ ভিতৰতে গহপুৰ অঞ্চলত ভালেকেইটা জনহিতকৰ আঁচনি আৰু অনুষ্ঠান গঢ় লৈ উঠে। যেনে ছয়দুৱাৰ হাইস্কুল উন্নয়ন, জ্যোতি আগৰৱালা হাইস্কুল, বৰঙাবাৰীত কনকলতা সোঁৱৰণী আদৰ্শ কন্যা বিদ্যালয়, ছয়দুৱাৰ মহাবিদ্যালয় আদি। এই সকলোবোৰতে তেখেতৰ উল্লেখযোগ্য বৰঙণি থকাৰ উপৰিও তেখেত কনকলতা সোঁৱৰণী আদৰ্শ কন্যা বিদ্যালয়ৰ প্ৰতিষ্ঠাপক সভাপতি আছিল। ইয়াৰ কাৰণে ৰজাঘৰ প্ৰজাঘৰ সকলোতে খাটনি ধৰাৰ বিষয়ে আমি আন এঠাইত উল্লেখ কৰিছোঁ। কনকলতাৰ স্মৃতি ৰক্ষা যেন তেখেতৰ পৱিত্ৰ দায়িত্ব আছিল।

এই কালছোৱাত বিশেষকৈ গহপুৰ সমষ্টিত হৈ উঠা অন্য কেইটামান অনুষ্ঠানৰ কথা গোঁসাইৰ একনিষ্ঠ সহযোগী শ্ৰীজোনাৰাম ভূঞাদেৱে তেখেতৰ প্ৰৱন্ধত উল্লেখ কৰিছে। এইবোৰৰ অন্যতম স্বৰ্গীয় লাল বাহাদুৰ শাস্ত্ৰীক (তেতিয়াৰ ৰেল মন্ত্ৰী) ১৯৫৫ চনত 'কনকলতা আদৰ্শ কন্যা বিদ্যালয়'লৈ নিমন্ত্ৰণ কৰি আনি পৰিদৰ্শন কৰোৱাটো। তাতোঁকৈ দৰ্কাৰী কথা যে সেই প্ৰসঙ্গতে গহন চন্দ্ৰ গোস্বামীয়ে ৰঙাপাৰাৰ পৰা মুকংচেলেকলৈ ৰেল লাইন সম্প্ৰসাৰণ কৰাৰ প্ৰস্তাৱ উত্থাপন কৰে আৰু যাতায়াতৰ অত্যাৱশ্যকতাৰ কথা সজোৰে দাঙি ধৰে। শাস্ত্ৰীদেৱে সেই প্ৰস্তাৱ অতি সোনকালে কাৰ্যকৰী কৰা হ'ব আৰু সেই বিষয়ে চিন্তা কৰিব নালাগে বুলি আশ্বাস দি যায়। লগে লগে ৰেলপথ সম্প্ৰসাৰণৰ কামো আৰম্ভ হয়।

কনকলতা আদৰ্শ কন্যা বিদ্যালয় কৰ্তৃপক্ষৰ পৰা তেজপুৰ আৱৰ্ত্ত ভৱনত আহি থকা স্বৰ্গীয়া দুৰ্গাবাঈ দেশমুখক লগ ধৰি এখন স্মাৰকপত্ৰ প্ৰদান কৰে। তেখেত কেন্দ্ৰীয় সমাজ কল্যাণ বৰ্ডৰ অধ্যক্ষা আছিল। ফলস্বৰূপে সমাজ কল্যাণ বৰ্ডৰ পৰা স্কুলে আঠ হাজাৰ টকাৰ এককালীন সাহায্য লাভ কৰিবলৈ সমৰ্থ হয়।

ইয়াৰ উপৰিও ছয়দুৱাৰ অঞ্চলৰ যাৱতীয় ৰাজহুৱা অভাৱবোৰ দূৰীকৰণাৰ্থে গোঁসাইৰ সভাপতিত্বত প্ৰস্তুত কৰা সমূহ দাবী সম্বলিত পত্ৰ এখন কৰ্তৃপক্ষৰ ওচৰত দাঙি ধৰা হয়। তাত ঘাইকৈ যাতায়াতৰ উন্নয়ন, মঠাউৰি নিৰ্মাণ, চিকিৎসালয় স্থাপন, ডাক-তাঁৰৰ ব্যৱস্থা আদি প্ৰায় পোন্ধৰ

দফীয়া দাবীৰে চৰকাৰ আৰু তেতিয়াৰ লোকেল বৰ্ডৰ দৃষ্টি আকৰ্ষণ কৰে। ইয়াৰ প্ৰতি সঁহাৰি দি কৰ্তৃপক্ষই পৰ্যায়ক্ৰমে কাম হাতত লয়। মনত ৰখা ভাল যে সেই সময়ত বৰগাং নদীৰ বাহিৰে জীয়া ভৰলীকে আদি কৰি দৰং জিলাৰ নৈবোৰৰ ওপৰত দলং নাছিল।

১৯৫৭ চনত গোঁসাইৰ বিধান সভাৰ কাৰ্যকাল অন্ত পৰে। তেখেতৰ সমাজকৰ্মী মনে এই কালছোৱাক এটা বিশেষ সেৱাৰ ছেগ বুলিহে গ্ৰহণ কৰিছিল, পদবী হিচাপে নহয়। গতিকে প্ৰথম বিধান সভাৰ কাৰ্যকালান্তে তেখেতে আৰু বিধান সভালৈ মন নেমেলিলে। ৰাইজে অৱশ্যে নিজৰ যোগ্য প্ৰতিনিধি জ্ঞান কৰি তেখেতক পুনৰবাৰ বিধায়ক হিচাপে পাবলৈ দাবী কৰিছিল। তেখেতৰ জনপ্ৰিয়তাৰ নিদৰ্শন হিচাবে মুখে মুখে চলা গীতফাকি তুলি দিয়া হ'ল–

*কই বোলে কলাবাৰীৰ আশে-পাশে ঘূৰি*
*খই বোলে খবৰ খাবাৰ দিয়া চাবি কুৰি*
*গই বোলে গহন গোঁসাইক পাতিলোঁ আমাৰ নেতা*
*ঘই বোলে ঘনাই ঘনাই ঘূৰাব পাৰে হেতা*
*ঙই বোলে চিলঙত থাকে বিধায়ক সভা পাতি*
*কলাবাৰী/গহপুৰৰ খবৰ পালেই আহে ৰাতি ৰাতি।**

## ১৯। খাদী আৰু গ্ৰামোদ্যোগ বৰ্ডৰ সংগঠক গহন চন্দ্ৰ গোস্বামী

১৯৫৭ চনত গহন গোস্বামী "অসম খাদী আৰু গ্ৰামোদ্যোগ বৰ্ড"ৰ অবৈতনিক সংগঠক নিযুক্ত হয়। স্বাভাৱিক কাৰণতে তেখেতে এই কামত একাণপতীয়াকৈ লাগে। যি যি ঠাইত বৰ্ডৰ শিল্প কেন্দ্ৰ স্থাপিত হৈ আছিল সেইবোৰ সক্ৰিয় আৰু সতেজ কৰিবলৈ তেখেতে কৰ্মীসকলক দিহা পৰামৰ্শ দিছিল। কেন্দ্ৰবোৰ সঘনে পৰিদৰ্শন কৰি উৰ্দ্ধতন কৰ্তৃপক্ষলৈ প্ৰতিবেদন পঠোৱাৰ লগতে সেইবোৰৰ সবলতা, দুৰ্বলতা আদি আঙুলিয়াই অনুষ্ঠানসমূহ সবল কৰাৰ পৰামৰ্শ আগবঢ়াইছিল। ফলস্বৰূপে বহুতো ম্ৰিয়মান কেন্দ্ৰ সজীৱ হৈ উঠিছিল।

তদুপৰি খাদী উৎপাদন জনপ্ৰিয় কৰি তুলিবলৈ বহু ঠাইত প্ৰদৰ্শনীৰ আয়োজন কৰিছিল। তাৰে ভিতৰত চাৰিদুৱাৰ, মাজবাট আদিৰ প্ৰদৰ্শনী

---

* *গীতফাকি কলাবাৰীৰ শ্ৰীবসন্ত কাকতিৰ পৰা সংগৃহীত*

উল্লেখযোগ্য। এই প্ৰদৰ্শনী কেইবাদিনো ধৰি চলিছিল। এইবোৰ আয়োজন কৰোঁতে গোঁসায়ে নিজে আঁচনি প্ৰস্তুত কৰাৰ উপৰিও লাগি ভাগি বহুত দিন আগৰে পৰা তাত বাহৰ পাতি কাম কৰিব লগা হৈছিল। খাদী বৰ্ডৰ ফালৰ পৰা আয়োজন কৰা এনে প্ৰদৰ্শনীৰ উপৰিও বিভিন্ন অনুষ্ঠানৰ যোগেদি আয়োজন কৰা প্ৰদৰ্শনীতো অংশ গ্ৰহণ কৰি খাদী বৰ্ডৰ উৎপন্ন বস্তু বিক্ৰী আৰু এই শিল্পৰ প্ৰচাৰ চলাইছিল।

এই কালছোৱাত খাদী বৰ্ডৰ অধ্যক্ষ আছিল শ্ৰীৰবীন্দ্ৰ নাথ নবিচ। গোঁসায়ে তেখেতৰ সৈতে পৰামৰ্শ কৰি তেজপুৰত এটা খাদী বৰ্ডৰ স্থায়ী শিল্পশালা স্থাপনৰ চেষ্টা কৰিছিল। তেখেতৰ চেষ্টাত ঢেকিয়াজুলি, মাজগাঁও, ঠেলামৰা, মিছন চাৰিআলি আৰু মিছামাৰী অঞ্চলত ঘানী, ঢেঁকীৰে ধান বনা উদ্যোগ, মৌ-পালন পাম, গুৰ উৎপাদন আদি গ্ৰামোদ্যোগ গঢ়ি উঠিছিল। এই উদ্যোগবোৰৰ উদ্দেশ্য বহুমুখী আছিল। ঘাইকৈ স্থানীয় লোকক শিল্পত নিয়োগ কৰা, স্থানীয় কেঁচামাল ব্যৱসায়ত ব্যৱহাৰ কৰি লাভ বঢ়োৱা, হাতে উৎপাদন কৰা সজীৱ আৰু উপাদেয় বস্তু ভোগ কৰা আদি।

তেজপুৰ চহৰৰ ভিতৰতো মৌ-পালন আৰু পাম-গুৰ উৎপাদন কেন্দ্ৰ আৰম্ভ কৰিছিল। মৌ-পালন কেন্দ্ৰটি আমোলাপট্টিৰ স্বৰ্গীয় লম্বোদৰ বৰাৰ গৃহৰ টোলত স্থাপিত হৈছিল। তেজপুৰত লিচুগছ প্ৰচুৰ আছিল। তাৰ ফুলৰ ৰসেই মৌ জোলৰ প্ৰধান উৎস। বাৰীয়ে বাৰীয়ে লিচু আৰু প্ৰায় প্ৰতি ঘৰতে ফুলৰ বাগিছা থকাত প্ৰদৰ্শকৰ (demonstration) সহায়ত লোকে এই শিল্প আদৰি লৈছিল আৰু ভাল উৎপাদন হৈছিল।

তেজপুৰৰ মাজগাঁও অঞ্চলত খেজুৰৰ গছ আছে আৰু মাটিও খেজুৰৰ বাবে উপযোগী। খেজুৰ আৰু তালগছৰ ৰসেই পাম গুৰৰ উপাদান। গোঁসায়ে মাজগাঁৱক উপযুক্ত বিবেচনা কৰি বাচি লোৱাটো শিল্পৰ ফালৰ পৰা বিচক্ষণ কাৰ্য হৈছিল। এই উদ্দেশ্যে সেই দুবিধ গছৰ খেতি বৃদ্ধি কৰিবলৈ গোঁসায়ে ঘৰে ঘৰে প্ৰচাৰ চলাইছিল। এই প্ৰচেষ্টাৰ ফলতে দৰং কলেজ চৌহদত আজিও বহুত খেজুৰ গছৰ শাৰী দেখিবলৈ পোৱা যায়। মানুহৰ বাৰীবোৰতো যথেষ্ট খেজুৰ গছ কইছিল। স্থানীয়ভাৱে ৰস সংগ্ৰহ কৰাত গিৰিহঁতে ঘৰতে ৰসৰ দামটো পাই উৎসাহিত হৈছিল আৰু গুৰ উৎপাদন কেন্দ্ৰটিও ভালকৈ চলিছিল। আনহাতে তালপাতৰ পৰা বিভিন্ন

সামগ্ৰী প্ৰস্তুতকৰণ ব্যৱসায়ো চলিছিল।

মাজগাঁৱৰ কেন্দ্ৰটি প্ৰশিক্ষণ কেন্দ্ৰৰূপে গঢ় দিয়া হৈছিল। অসমৰ বিভিন্ন ঠাইৰ পৰা ডেকাসকল আহি ইয়াত প্ৰশিক্ষণ লৈছিল। প্ৰশিক্ষণত গুৰ উৎপাদন আৰু ব্যৱসায় পৰিচালনা দুয়োটা বিষয়ৰ শিক্ষা লৈ কৰ্মীসকল নিজ নিজ ঠাইলৈ ঘূৰি তাত খাদীবৰ্ডৰ তলতে চাকৰি কৰিছিল বা বৰ্ডৰ সহায়ত নিজে কুটীৰ শিল্প আৰম্ভ কৰিছিল। এই কৰ্মীসকলৰ মনত জাতীয় ভাৱৰ অনুশীলনো লগে লগে হৈছিল।

মাজগাঁৱৰ শঙ্কৰ মন্দিৰৰ ওচৰতে বহুমুখী সমবায়ৰ যোগে এটা আধুনিক কুঁহিয়াৰ পেৰা মেচিন পাতি গুৰ উৎপাদন কেন্দ্ৰ এটাও চলোৱা হৈছিল। সেই সময়ত এই অঞ্চলত যথেষ্ট কুঁহিয়াৰ খেতি আছিল আৰু প্ৰচুৰ সম্ভাৱনাও আছিল। স্থানীয় কুঁহিয়াৰ খেতিয়কসকল উপকৃত হৈছিল এই কেন্দ্ৰৰ যোগেদি।

বহুমুখী সমবায়ৰ দ্বিতীয় উদ্যোগ আছিল চাবোন তৈয়াৰ কৰা কাৰখানা। এই কেন্দ্ৰসমূহ নিকামূল সত্ৰৰ গাতে লগা। গতিকে গোঁসায়ে দিনে নিশাই ইয়াৰ উন্নতিৰ হকে চকু দিব পাৰিছিল। ঠেলামৰাৰ ঢেঁকীচাতি চাউল উৎপাদন কেন্দ্ৰ আৰু মিছামাৰীৰ পেৰা তেলৰ কেন্দ্ৰয়ো গা কৰি উঠিছিল।

সেই কাৰ্যকালছোৱাত তেখেতে অনবৰতে ভ্ৰমণ কৰি কেনেদৰে কেন্দ্ৰসমূহৰ গতিশীলতা বৃদ্ধি কৰিছিল সেইকালৰ দিনপঞ্জীবোৰত তাৰ বৰ্ণনা দিয়া আছে। তেখেতে ভিতৰুৱা অঞ্চলবোৰলৈ ক্ষন্তেকৰ কাৰণে গৈ কিছুমান চৰকাৰী বিষয়াৰ দৰে ততালিকে ঘূৰি নাহিছিল। দৰ্কাৰমতে তাত দিনৰাতি বঞ্চিছিল আৰু শিল্পটোৰ প্ৰগতিৰ বিষয়ে চিন্তা আলোচনা কৰি প্ৰতিবিধান দিছিল। বিশেষকৈ তৎকালীন মঙ্গলদৈ মহকুমাৰ বহু ভিতৰুৱা অঞ্চলত বিভিন্ন শিল্পানুষ্ঠান গঢ়ি উঠিছিল। সেই ঠাইবোৰলৈ যাতায়াতৰো আজিৰ দৰে সুবিধা নাছিল। তেনে ঠাইলৈকো গোঁসায়ে নিয়মীয়াভাৱে অহা যোৱা কৰিছিল। তলত কিছুমান কেন্দ্ৰৰ নাম উল্লেখ কৰা হ'ল—

১। মঙ্গলদৈ জোতা প্ৰস্তুতকাৰী সমবায় চামৰা উদ্যোগ

২। চৈবাৰী (টেংলা) গাঁও পঞ্চায়তৰ চাবোন কেন্দ্ৰ, এই কেন্দ্ৰটি সেই সময়ত খুব ভালকৈ চলা বুলি গোঁসাইৰ পৰিদৰ্শন টোকাত পোৱা যায়।

৩। মঙ্গলদৈ মৌ-পালন কেন্দ্ৰ।

৪। ছিপাঝাৰ খাদী উৎপাদন আৰু মৌ-পালন কেন্দ্ৰ ।
৫। হিন্দুঘোপা চাবোন উৎপাদন কেন্দ্ৰ
৬। লোটাখাত ঘানী শিল্প সমবায় ।
৭। কোঁঞৰপাৰা ঘানী শিল্প সমবায় ।
৮। কলাইগাঁও ঘানী শিল্প ।
৯। টংলা মৌ-পালন কেন্দ্ৰ
১০। ওদালগুৰি খাদী আৰু হাতে কাগজ প্ৰস্তুত কেন্দ্ৰ
১১। অম্বাগাঁও ঘানী কেন্দ্ৰ, কাগজ উৎপাদন কেন্দ্ৰ
১২। দুনী .
১৩। দেওধনী ঘাট ঘানী কেন্দ্ৰ
১৪। খৈৰাবাৰী অঞ্চল
১৫। টংলা হাইস্কুল কাগজ প্ৰস্তুত কেন্দ্ৰ
১৬। ওৰাং চাবোন প্ৰস্তুত কেন্দ্ৰ
১৭। ঠেলামৰা ঘানী তেল কেন্দ্ৰ
১৮। শিঙৰী চামৰা শিল্প কেন্দ্ৰ
১৯। ঢেকিয়াজুলি হাইস্কুল কাগজ প্ৰস্তুত কেন্দ্ৰ
২০। ধূলা ঘানী কেন্দ্ৰ ।

### ঢেঁকীচাতি চাউলৰ কেন্দ্ৰ

১। টংলা সমবায় সমিতি
২। হাতীবন্ধা সমবায় সমিতি
৩। হৰিশিঙা সমবায় সমিতি
৪। দেবানন্দ সত্ৰ
৫। ধূলা
৬। বৰ্নাগুৰি ( কলাইগাঁও )
৭। আকালীবাৰী ।

সমবায় কেন্দ্ৰৰ ক্ষেত্ৰত এইবোৰেই উল্লেখযোগ্য আছিল ।

## ২০। আৰ্তজনৰ সেৱাত গহন গোঁসাই

আৰ্তজনৰ' সেৱাত নিজকে নিযুক্ত কৰিবলৈ গহন চন্দ্ৰ গোস্বামী সদায়ে আগৰণুৱা আছিল । মানৱ সেৱাক তেখেতে ধৰ্মৰ অঙ্গ বুলি গণ্য কৰিছিল ।

*সকলো প্ৰাণীকে দেখিবেক আত্মসম ॥*
*বিশেষত মনুষ্য গণক যিটো নৰে ।*
*বিষ্ণু বুদ্ধি ভাৱে সৰ্বদায় মান্য কৰে ॥*
*সমস্ত প্ৰাণীত বিষ্ণু বুদ্ধি নোহে যাৱে ।*
*কায়মনোবাক্যে অভ্যাসিবা সেইভাৱে ।* (কীৰ্তন)

এই শাস্ত্ৰ বাক্য তেখেতে অন্তৰে বাহিৰে অভ্যাস কৰিছিল । সেয়ে য'তে আৰ্তজনৰ সহায়ৰ সুবিধা পায় তালৈকে গৈ সেৱাত আত্মনিয়োগ কৰেগৈ । ২য় মহাযুদ্ধৰ সময়ত ১৯৪১ চনত ব্ৰহ্মদেশৰ পৰা ভাগি অহা শৰণাৰ্থীসকলৰ দুখ কষ্ট বৰ্ণনাৰ অতীত । তেওঁলোকে ব্ৰহ্মদেশৰ পৰা সকলো সা-সম্পত্তি, ঘৰ-দুৱাৰ এৰি থৈ শ শ মাইল পাহাৰৰ হাবি-জংঘল ভাঙি জীৱটো মাত্ৰ লৈ আহিব লগা হৈছিল । বাটত খাবলৈ নাপাই কিমান মৃত্যুমুখত পৰিল, কিমানজন দুৰ্বল অৱস্থাৰ কাৰণে কিমান সংখ্যক বেমাৰ আজাৰত পৰি বাটতে মৰিল তাৰ হিচাপ নাই । নিজৰ কোলাৰ কেঁচুৱাই খাবলৈ নাপাই মৰা অৱস্থাত কিমান মাতৃয়ে কিমানক বাটতে পেলাই থৈ আহিল তাকেইবা কোনে জানে ? এনে শৰণাৰ্থীৰ কিছুমানক জাহাজেৰে ভাৰতলৈ অহাৰ সীমিত সুবিধাও দিছিল । এই সকলক গমিৰীঘাটত জাহাজৰ পৰা নমাই লৈ ভাৰতৰ অন্যান্য স্থানলৈ পুনৰ সংস্থাপনৰ কাৰণে পঠোৱাৰ ব্যৱস্থা কৰা হৈছিল । গহন গোঁসায়ে এইবোৰ দেখি শুনি দুখত অভিভূত হৈ পৰিছিল । যুদ্ধৰ দিনত এই সকলক খুউৱাৰ চৰকাৰী ব্যৱস্থা নথকাত গোঁসায়ে সেই দায়িত্ব স্বেচ্ছাই কান্ধ পাতি ল'লে আৰু স্থানীয় সেৱকসকলেৰে সৈতে গাঁৱে গাঁৱে মুষ্টি ভিক্ষা কৰি খাদ্য সামগ্ৰী যোগাৰ কৰিবলৈ লাগি গ'ল । যিমান দিনে এই ভগনীয়াৰ শিবিৰত এজনো লোক থাকিল সিমান দিনলৈ তেখেতৰ সেৱা কাৰ্য চলি থাকিল । কলংপুৰ মৌজাৰ ৰাইজে এই মানৱ সেৱাৰ পুণ্যভাগী হৈ মুক্তহস্তে খাদ্যবস্তু দান কৰি গোঁসাইৰ লগত সহযোগ কৰিছিল ।

অসমৰ বিভিন্ন ঠাইত যেতিয়াই প্ৰাকৃতিক দুৰ্যোগ হৈ ৰাইজ বিপদগ্ৰস্ত হৈছে, গহন গোঁসায়ে তেতিয়াই সেই ঠাইলৈ গৈ হয় নিজৰ বৰীয়াকৈ নহয় কোনো অনুষ্ঠানৰ প্ৰতিনিধি হৈ সেই দুৰ্দশাগ্ৰস্তসকলৰ যথাসাধ্য উদ্ধাৰ আৰু সাহায্যত অংশ গ্ৰহণ কৰিছেগৈ । এটা কথা স্মৰণযোগ্য যে' আজি কিছু বছৰ আগলৈকে প্ৰপীড়িত সকলক সাহায্য কৰিবলৈ চৰকাৰৰ পৰ্যাপ্ত ব্যৱস্থা

নাছিল। ৰাজহুৱা সাহায্য সমিতিবোৰেহে সাহায্য সামগ্ৰী বা অৰ্থ সংগ্ৰহ কৰিছিল। ৰাইজেও উদাৰভাৱে হাত উজ্জান দিছিল। গোঁসায়ে এনে সমিতিৰ কাৰ্যত আগভাগ লৈছিল। তদুপৰি বিপদগ্ৰস্ত এলেকাত উপস্থিত হৈ যিমান দিনলৈকে প্ৰয়োজন হয় থাকি দুখৰ ভাগ লৈ আৰ্তসকলক সেৱা কৰি দুখ লাঘৱ কৰাত ব্যস্ত আছিল।

১৯৫০ চনৰ ১৫ আগষ্টত অসমৰ পূৱ প্ৰান্তৰ লক্ষীমপুৰ জিলাত প্ৰলয়ঙ্কৰী ভূমিকম্প হোৱাৰ সময়ত গোঁসাই ওপৰত উল্লেখ কৰা মিছামাৰী সমবায় পাম গঢ়ি তোলাৰ কামত ব্যস্ত আছিল। বাতৰি পায়েই তেখেত তেজপুৰলৈ আহিল। ভূমিকম্পৰ ১১ দিনৰ মূৰত তেতিয়াৰ ৰাজ্যিক মন্ত্ৰী স্বৰ্গীয় জে, জে, এম, নিকলচ ৰয়ে বহু কষ্ট কৰি লক্ষীমপুৰ পৰিদৰ্শন কৰি আহি তেজপুৰৰ টাউন হলত এখন জনসভাত প্ৰলয়ৰ বৰ্ণনা দি ক'লে যে কিমান মানুহ মৰিল, ঘৰ-দুৱাৰ ভাঙিল, গৰু ম'হ পানীত উটি গ'ল তাৰ সংখ্যা দিবলৈ কৰ্তৃপক্ষ অপাৰগ। কেৱল ধ্বংসৰ দৃশ্য সোৱণশিৰি নৈৰ দুয়োপাৰে। এতিয়া দৰ্কাৰ একমাত্ৰ সাহায্যৰ। বাচি থকা মানুহখিনিক খাদ্যৰ যোগান ধৰি পুনৰ থিতাপি লগোৱাটোৱে প্ৰধান সমস্যা। তাক সমাধান কৰিবলৈ চৰকাৰৰ লগতে বেচৰকাৰী অনুষ্ঠান আৰু ব্যক্তি আগবাঢ়ি আহিব লাগে।

এই আহ্বান গহন গোঁসায়ে সভাত থাকি নিজে শুনিছিল। গতিকে তেখেতে যোৱাৰ সিদ্ধান্ত লগে লগে কৰি পেলালে। কিন্তু যোৱাটোও এটা সমস্যা। আন আন অনুষ্ঠানে কোনে ক'ত কেনেকৈ আগবাঢ়ে তাকো জনা দৰ্কাৰ। তেতিয়া লালুকলৈ মাত্ৰ কোনো মতে যোৱা যায়; সিছোৱা পথ আৰু দুৰ্গম। নদীবোৰ ঠাইতে দ' ঠাইতে বাম। ৰঙানদী আদিৰ দলং ভাগি পৰিছে। ইতিমধ্যে গোঁসায়ে মিছামাৰীলৈ গৈ দা-দায়িত্ব বুজাই দি আহিল। চেণ্ডেঘৰ মাহৰ কোনো এটা দিনত তেখেত ওলাল লক্ষীমপুৰলৈ বুলি আৰু লালুকত এৰাতি কটাই লক্ষ্য স্থানলৈ যাবলৈ সা-সুবিধা বিচাৰিলে। পিছদিনা গাড়ী এখন বহু প্ৰৱন্ধে যোগাৰ কৰি ৰাতি ন বজাত লক্ষীমপুৰ পালেগৈ। কৰ্মীসকল আৰু কৰ্তৃপক্ষৰ লগত আলোচনা কৰি সাহায্যৰ আঁচনিৰ বিষয়ে বুজ ল'লে। তেতিয়া ভূইকঁপ পীড়িতসকলৰ সাহায্যৰ কাৰণে যি "ৰাজ্যপালৰ ভূইকঁপ সাহায্য পুঁজি" গঠন হৈছিল তাৰ সচিব নিযুক্ত হৈছিল স্বৰ্গীয় বি, কে, ভাণ্ডাৰী। এখেত এজন সুখ্যাত সংগঠক, সমাজসেৱী আছিল। তেতিয়ালৈকে তেখেতে বৰমাত জনজাতিৰ

সেৱাৰ কাৰণে কেন্দ্ৰ খুলি আশ্ৰম স্থাপন কৰি আছিল। লগতে নগাঁৱৰ কুঠৰীত কুষ্ঠৰোগীৰ চিকিৎসাৰ এটা কেন্দ্ৰও খুলিছিল।

ভাওাৰীয়ে এখেতসকলৰ লগত লগ লাগি উত্তৰ লক্ষীমপুৰক আঠোটা সাহায্য অঞ্চলত বিভক্ত কৰি প্ৰতি অঞ্চলৰে একোটা কেন্দ্ৰ এজনকৈ মুখ্য সেৱকৰ তত্বাৱধানত ৰাখিলে। গোঁসাইক সদাচাৰী লোক বুলি লক্ষীমপুৰতে ৰখাৰ প্ৰস্তাৱ কৰি অফিচত সহায় কৰাৰ দিহা কৰিলে। গোঁসায়ে বোলে তেখেত আৰ্তজনৰ সেৱা কৰিবলৈহে আহিছে; অফিচৰ সহায়ক হ'বলৈ নহয়। আনহাতে সোৱণশিৰি নদীৰ পূৱ পাৰে বালিগাঁও কেন্দ্ৰ চম্ভালিবলৈ উপযুক্ত লোক লাগে। কাৰণ তাৰ আগতে দুজন লোক তাত ব্যৰ্থ হৈছে। এজনেতো সহকাৰী কেইজনেৰে সৈতে কেন্দ্ৰ এৰি পলাবলগীয়া হৈছিল। তাৰ মুখ্য কাৰণ সহকাৰী কেইজন চহৰীয়া লুভীয়া লোক আছিল। গোঁসায়ে আগ্ৰহেৰে সেই কেন্দ্ৰৰ ভাৰ ল'লে। এই কেন্দ্ৰৰ অধীনত আছিল লিমাতচুক, খৰাচুক, মিংমাংগাছি, চাউনীগাছি, তৰাজান, চেউনীদিৰপাই, টিকিয়াই, মইনাপাৰা, পুৰণা পাৰঘাট, ওপৰ খৰাচুক, চোমনী, আধলিগাঁও, চেনীয়া দেউৰী, কয়ম, বালিগাঁও, লঠীয়া, ১নং আৰু ২নং গোগামুখ, গৌগামুখ, পমুৱা, দেওডুবি, ১নং নপাম আৰু গমাৰী আদি মুঠ ২৫ খন গাঁও। তেখেতে স্থানীয় লোকক সহায়ক হিচাপে নিযুক্ত কৰিলে। কিন্তু পূৰ্বৰ অবিশ্বাসৰ ভাৱ আৰু স্বাভাৱিক সন্দেহী মনোভাৱৰ কাৰণে ৰাইজৰ পৰা যথাযোগ্য সহায় পোৱা নগৈছিল। স্থানীয় ৰাইজৰ ভাৱ এনেকুৱা যে চৰকাৰী খৰচত চৰকাৰী সাহায্য আহিছে তেওঁলোকৰ কাৰণে; গতিকে তেওঁলোকে বিনা আয়াসে সকলো সাহায্য পাই থাকিব লাগে। সাহায্য সামগ্ৰী পথালিপাম বাগানৰ মূল কেন্দ্ৰৰ পৰা নাৱেৰে সোৱণশিৰি নদী পাৰ কৰি নিব লাগে। ঠায়ে ঠায়ে নাও লাগি ধৰে। তেতিয়া সকলোৱে নামি বল দি নাওখন টানি নিব লাগে। এনেকুৱা অৱস্থাত গোঁসায়ে আগতেই পানীত নামিব। নাও যেতিয়া পূৱ পাৰত লাগিলগৈ, গৰু বা ম'হৰ গাড়ী বিচৰাৰ সময় হ'ল। গাড়ীখন ৰাইজে দিলেও ম'হহাল নিদিয়ে। গোঁসায়ে নিজেই মূৰত পাগুৰিটো মাৰি লৈ গাড়ী টানি মাল কেম্পলৈ নিব। দুখে ভাগৰে মালখিনি লৈ গৈ থিতাপি লগাবলৈ নৌ পাওঁতেই তাত অপেক্ষা কৰি থকা বা সাহায্য আহি পোৱা বুলি শুনি ভাগ লবলৈ চাপি অহা লোকসকলক তৎমুহূৰ্তে বস্তু বিতৰণ কৰি দিবই লাগে। ৰক্ষা নাই। ইটো সিটো কামত

সহায়ৰ হাত নবঢ়োৱা অশলাগীসকলৰে কেটেৰা মাত বেছি। গোঁসায়ে সকলো সহ্য কৰি হাঁহি মুখে বস্তু বিতৰণ কৰিব। তাৰ পিছতহে গা ধুই খোৱা লোৱাৰ যোগাৰ। নিজে ৰান্ধি বাঢ়ি আনক দিহে গোঁসায়ে খায়।

শিবিৰত হিচাপ পত্ৰ ৰখা, প্ৰতিবেদন পঠোৱা, গাঁৱত গৈ সকলোৱে সকলো প্ৰকাৰ সাহায্য নিয়মমতে পাইছেনে নাই আদি খবৰ লোৱা আৰু আন শিবিৰবোৰৰ লগত যোগাযোগ ৰখা আদি কামত ব্যস্ত থাকিও গোঁসাইৰ সদাহাস্য বদন, সকলোকে মুহি নিব পৰা হাঁহিটো থাকিবই।

গোঁসাইৰ যত্নত বালিগাঁও শিবিৰ এখন তপোবনলৈ ৰূপান্তৰ হৈছিল। সেইফালেদি যোৱা বা অহা কোনো লোকে গোঁসাইৰ সেৱাৰ পৰা বঞ্চিত হোৱা নাই। সেই লোক চৰকাৰী কৰ্মচাৰীয়ে হওক বা সাধাৰণ প্ৰজাই হওক, তেখেতে ৰান্ধি-বাঢ়ি খুউৱাৰ পৰা বিচনা পত্ৰ যোগাৰ কৰি দিয়ালৈকে যত্নৰ ত্ৰুটী নকৰে। গোঁসায়ে এই শিবিৰতে বিখ্যাত দেশকৰ্মী গড়মূৰীয়া গোস্বামীকো আলহী হিচাপে ৰাখিছিল। ক্ৰমে যেতিয়া চাউল, দাইল, বিস্কুট, বাচন-বৰ্তন, কাপোৰ-কানি, ঔষধ আদিৰ পিছত টিনপাত আহিবলৈ ধৰিলে তেতিয়া গহন চন্দ্ৰ গোস্বামীৰ দায়িত্ব আৰু বাঢ়িল। গোঁসাই আৰু বৰদৈপাম কেন্দ্ৰৰ পৰিচালক শ্ৰীমহানন্দ বৰাই সোৱণশিৰিৰ উত্তৰ পাৰৰ সকলো কেন্দ্ৰৰ দায়িত্ব লৈ সমভাৱে টিনপাত বিতৰণ কৰিব লগা হৈছিল। এনেয়ে কামৰ অন্ত নাই, তাতে আকৌ ১৯৫১ চনৰ জুন মাহত বানপানী আহি কেম্প জলমগ্ন কৰিলে। দুৰ্গতিৰ সীমা নাই। সেই অৱস্থাত ডাঙৰ নাও বিচাৰি আনি নিজে লাগি পানীৰ পৰা মালবোৰ তুলি নিৰাপদ ঠাইলৈ নিলে। লৰালৰিকৈ ৰাইজক মাতি আনি দিনে নিশাই পানীত তিতা কাপোৰ কানিকে বিতৰণ কৰিলে। এই ধৰণে গোস্বামীদেৱে ছেদ-ভেদ নোহোৱাকৈ পূৰা এবছৰকাল লক্ষীমপুৰত দুৰ্গতসকলক সেৱা কৰে।

বিশেষভাৱে উল্লেখযোগ্য যে গোঁসায়ে সাময়িক সাহায্য বিতৰণ কৰিয়েই ক্ষান্ত থকা নাছিল। এই পিছপৰা অঞ্চলৰ ৰাইজক আগবঢ়াই নিবৰ নিমিত্তে ভাগে ভাগে স্থায়ী অনুষ্ঠান গঢ়াৰ আঁচনি লৈছিল। এই উদ্দেশ্য আগত ৰাখি তেখেতে নিজকে নগাঁৱৰ 'শঙ্কৰ মিছনৰ' যোগে কাম কৰা বুলি পৰিচয় দিয়ে আৰু মিছনকো জড়িত কৰে। মিছনৰ যোগেদি লক্ষীমপুৰ চহৰত এখন হৰিজন•স্কুল স্থাপন কৰে। এই স্কুল ৯/১/৫১ তাৰিখে উদ্বোধন কৰে প্ৰখ্যাত সমাজসেৱক গুৱাহাটীৰ ডাঃ হৰেকৃষ্ণ দাসদেৱে। ডাঃ দাসৰ লগত

সেৱিকা শ্ৰীঅমলপ্ৰভা দাসো আহিছিল। তেখেত কস্তুৰবা ট্ৰাষ্টৰো সদস্যা আছিল। তেখেতৰ সৈতে পৰামৰ্শ কৰি শিশু আৰু নিৰাশ্ৰয়া নাৰী সকলৰ কাৰণে পথালিপামত এটা কল্যাণ কেন্দ্ৰ খোলা হ'ল। এবছৰ পিছত ট্ৰাষ্টৰ সহায় উঠাই দিয়াত কেন্দ্ৰ অন্ত পৰিল। কিন্তু কেন্দ্ৰত থকা অনাথ বালক-বালিকাসকলক সাবালক কৰি আত্মনিৰ্ভৰশীল কৰি তোলাটো আছিল কেন্দ্ৰৰ উদ্দেশ্য। গতিকে গোঁসাইকে ধৰি কৰ্মী সকলে ভাণ্ডাৰীদেৱৰ লগত পৰামৰ্শ কৰি ৰাজ্যপালৰ সাহায্য পুঁজিৰ পৰা আঢ়ৈ লাখ টকাৰ সাহায্যৰ ব্যৱস্থা কৰে। তাৰে আধা টকাৰে কস্তুৰবা ট্ৰাষ্টৰ যোগে বালিকা কেন্দ্ৰটি সজীৱ কৰা হ'ল আৰু বাকী টকাৰে বালকসকলৰ কাৰণে আন তিনিটা কেন্দ্ৰ সাজি উলিওৱা হ'ল। বালিকা কেন্দ্ৰটি আনন্দ বাগান চাহ বাগিছাৰ গাতে লগা ঠাইত। কেন্দ্ৰৰ বাবে ঘৰটো সাজি উলিয়ালে এছ, চি, আই, বা 'চাৰ্ভিচ চিভিল ইণ্টাৰনেচনেলে'। এইটো এটা আন্তৰ্জাতিক সেৱা সমিতি। সকলো দেশৰ লোক ইয়াত থাকি যাৰ যিমান দিন ইচ্ছা সেইমতে সেৱা আগবঢ়ায়। লক্ষীমপুৰত থকাৰ সময়ত ইয়াৰ মুখ্য পৰিচালক আছিল 'অপ্লি জাৰ' নামেৰে চুইডেনৰ এজন সৰবৰহী ভদ্ৰলোক। দলত আছিল ইংলণ্ডৰ মিচ্ 'দৰথী' নামৰ এগৰাকী গাভৰু, মেক্স নামৰ এজন জাৰ্মান লোক, জাপানৰ 'চাজিমাই' নামৰ এজন ডেকা আৰু অন্যান্য দেশৰ ডেকা গাভৰু। স্থানীয় দুজন ডেকা আৰু চাৰিজনী গাভৰু মিলি মুঠ প্ৰায় ২৫/৩০ জন। ঘৰটো সম্পূৰ্ণ হৈ উঠাত ৫০/৬০ জনী অনাথিনীক ইয়াত আশ্ৰয় দিয়া হ'ল। ইয়াৰ অধ্যক্ষা হ'ল কস্তুৰবা আশ্ৰমৰ শ্ৰীঘনকান্তি ফুকন।

বালকসকলৰ কাৰণে এটা কেন্দ্ৰ হ'ল পথালিপামত, দ্বিতীয়টো চাবতিত আৰু তৃতীয়টো বিলমুখ নামৰ গাঁওখনৰ কেন্দ্ৰীয় স্থলত। প্ৰত্যেকটিতে ২৫ জনকৈ বালক ৰাখি শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হ'ল। প্ৰত্যেকটি কেন্দ্ৰৰ কাৰণে অৰ্দ্ধস্থায়ী গৃহ নিৰ্মাণ কৰা হ'ল। লাহে লাহে তাত একোখন প্ৰাথমিক বিদ্যালয়ো গঢ়ি উঠিল।

ওপৰত কৈ অহা হৈছে যে স্বৰ্গীয় বি, কে, ভাণ্ডাৰী এগৰাকী বিশিষ্ট সংগঠক আৰু অগ্ৰণী সমাজকৰ্মী আছিল। তেখেতে উত্তৰ লক্ষীমপুৰত কাম কৰি থাকোঁতে এবাৰ কুঠৰীলৈ গৈ দেখিলে যে যি এজন বা দুজন ব্যক্তিক সেই কেন্দ্ৰৰ কামৰ দায়িত্ব দিছিল, তেওঁলোকে বিশেষ আগবাঢ়িব পৰা নাই। তেখেতে ঘূৰি আহি গহন চন্দ্ৰ গোস্বামী, শ্ৰীমহানন্দ বৰা আদিৰে আলচ কৰি অসম সেৱা সমিতি নামেৰে এটা অনুষ্ঠান খুলিলে। ইয়াৰ মুখ্য

কাম কুষ্ঠৰোগী সকলৰ চিকিৎসা আৰু পুনৰ সংস্থাপন। তাৰ কাৰণে একোটা কেন্দ্ৰ স্থাপন কৰি কাম চলোৱাৰ ব্যৱস্থা কৰা হয়। সেৱা সমিতিৰ প্ৰথম সভাপতি ডাঃ হৰেকৃষ্ণ দাস, সহ সভাপতি অমিয় কুমাৰ দাস, সম্পাদক বি, কে, ভাণ্ডাৰী, সহ সম্পাদক শ্ৰীৰামচৰণ দাস, সদস্য শ্ৰীমহানন্দ বৰা, গহন চন্দ্ৰ গোস্বামী আদি। এই ক্ষেত্ৰত তেখেতৰ অন্য কাৰ্যকলাপৰ পৰিচয় যথাস্থানত পোৱা যাব।

তেখেতে আৰ্তজনৰ সেৱাত উত্তৰ লক্ষীমপুৰৰ নানা ঠাইত থাকি স্থানীয় লোকৰ সেৱা কৰিলেও সত্ৰীয়া কাম-কাজ, কংগ্ৰেছৰ দায়িত্ব আৰু শঙ্কৰ মিছনৰ কামো চলাই আছিল। তাৰ প্ৰমাণ সেই সময়ৰ তেখেতৰ দিনপঞ্জীয়ে দিয়ে। লক্ষীমপুৰত সেৱাৰ কাৰ্যত এবছৰকাল থকাৰ পিছত গোস্বামীদেৱে সাধাৰণ নিৰ্বাচনত অংশ গ্ৰহণ কৰাৰ নিমিত্তে দলৰ নিৰ্দেশ ক্ৰমে তেজপুৰলৈ ঘূৰি আহে। ভূঁইকপ প্ৰপীড়িতজনৰ প্ৰতি উৎকৃষ্ট সেৱা আগবঢ়োৱাৰ স্বীকৃতি স্বৰূপে গহন গোঁসাই ৰাজ্যপালৰ 'বিশিষ্ট সেৱা পদকেৰে' বিভূষিত হয়।

১৯৫৯ চনত দলৈ লামাৰ সৈতে তিব্বতীয় শৰণাৰ্থীসকল আহি মিছামাৰীত ওলালহি। গোঁসাইৰ আকৌ সেৱাৰ সুযোগ মিলিল। তেখেতে মিছামাৰীত আস্থান পাতি প্ৰায় ছয় হাজাৰ চাৰিশ শৰণাৰ্থীৰ সেৱাৰ দায়িত্ব বহন কৰে। যেতিয়ালৈকে ভাৰত চৰকাৰে তিব্বতীয় শৰণাৰ্থীসকলক স্থায়ীভাৱে অন্যত্ৰ পুনৰ সংস্থাপনৰ বাবে স্থানান্তৰ কৰিব পৰা নাছিল তেতিয়ালৈকে গোঁসায়ে সিসকলৰ সেৱাৰ দায়িত্ব পালন কৰি আছিল। শিবিৰবোৰ উঠাই দিয়াৰ পাছত গোস্বামীদেৱ তেজপুৰলৈ উভতি আহে।

নগাঁৱৰ শঙ্কৰ মিছনৰ সভ্য হিচাপে গোঁসায়ে সকলো কামতে সহযোগ আগবঢ়াইছিল। তাৰ ভিতৰত ১৯৫২ চনৰ পৰা মিছনে অসমৰ বিভিন্ন ঠাইত পৰিচালনা কৰা অস্থায়ী চকু চিকিৎসা শিবিৰবোৰলৈ গৈ গোঁসায়ে চিকিৎসাধীনসকলৰ সেৱা কৰিছিলগৈ। স্থানীয়ভাৱে তেজপুৰত একাধিকবাৰ এনে সেৱা আগবঢ়োৱাৰ উপৰিও তেখেতে মঙ্গলদৈ, গোলাঘাট আদি ঠাইলৈ গৈ ৰোগী আৰু কৰ্মীসকলক সেৱাৰে উৎসাহিত কৰিছিল। সেই সময়ত এনে শিবিৰ নতুনকৈ আয়োজিত হোৱাত বাহিৰৰ স্বেচ্ছাসেৱকৰ বিশেষ প্ৰয়োজন আছিল।

মুঠতে "আনৰ কাৰণে মৰিব পাৰিলে মৰণতো সুখ পায়"– কবিৰ এই

শাশ্বত বাণী গোঁসাইৰ অন্তৰত ফল্গুৰ ধাৰাৰে বৈছিল ।

## ২১। অন্যান্য সেৱানুষ্ঠানত গহন চন্দ্ৰ গোস্বামীৰ ভূমিকা

গহন চন্দ্ৰ গোস্বামীয়ে ১৯৬৩ চনৰে পৰা পৰ্বত-ভৈয়াম সম্প্ৰীতিৰ দুৱাৰ পুনৰ খুলিবলৈ কাৰ্যপন্থা হাতত লয় । এই ক্ষেত্ৰত বাটকটীয়া সকলৰ অগ্ৰণী তেখেত । আগতে উল্লেখ কৰি অহা সত্ৰ তিনিখনৰ কাৰ্যক্ষেত্ৰ নেফাৰ মাত্ৰ তিনিখন জিলাৰ অংশ বিশেষতে সীমাবদ্ধ আছিল । এই সম্প্ৰসাৰণেৰে তেতিয়াৰ সমগ্ৰ নেফাকে একে সময়তে আগুৰিবলৈ প্ৰাক্তন মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহৰ সভাপতিত্বত 'ভাৰত সেৱা মিছন' নামেৰে এটা অনুষ্ঠান ১৯৬৬ চনত গঢ়ি উঠে । আৰম্ভণিৰে পৰা গহন গোস্বামী এই মিছনৰ সভ্য মনোনীত হয় । এই বছৰতে মিছনৰ কামৰ আঁচনি কৰি প্ৰাৰম্ভিক কামবোৰ কৰিবলৈ গোঁসাইৰ হাতত আগধন হিচাপে পোন্ধৰ হাজাৰ টকাৰ পুঁজি এটি যোগান ধৰা হয় । গোঁসায়ে অশেষ কষ্ট স্বীকাৰ কৰি পাহাৰত সংগঠনৰ পাতনি তৰে ।

'ভাৰত সেৱা মিছনে' তিনিটা শাখা সংগঠনৰ যোগেদি কাম চলাইছিল । প্ৰথম, নগাঁৱৰ 'শঙ্কৰ মিছন', দ্বিতীয় কোকৰাঝাৰৰ 'শক্তি আশ্ৰম' আৰু তৃতীয় 'কস্তুৰবা নিধি' । গোঁসায়ে শঙ্কৰ মিছনৰ হৈ কাম কৰিছিল । কেউটি সহযোগী মিছনে নেফাৰ হং, আলং, বৰদুবীয়া, নামচাং, লংফং আৰু পুলুঙত কেন্দ্ৰ খুলিছিল আৰু প্ৰতিটি কেন্দ্ৰতে শিক্ষক আৰু সেৱিকাৰ সহায়ত কাম চলোৱা হৈছিল । ১৯৭৩ চন পৰ্যন্ত মিছন কেউটাৰ কাম সুকীয়াভাৱে চলিছিল । গোঁসায়ে ঘাইকৈ কামেং জিলাত মনোনিবেশ কৰিছিল যদিও আন ঠাইলৈকো কাৰ্যোপলক্ষে গৈ সহযোগ আগবঢ়াইছিল । বিশেষকৈ তেখেতৰ কৰ্মৰাজিৰ লগতে নামঘৰ স্থাপনৰ বাতৰি পাই পাচিঘাটৰ ৰাইজে তেখেতলৈ নিমন্ত্ৰণ আগবঢ়ায় । সেই ঠাইৰ কৰ্তৃপক্ষই বিশেষভাৱে যোগাযোগ কৰি গহন গোঁসাইৰ নেতৃত্বত পাঁচজনীয়া দল এটি তালৈ নিমন্ত্ৰণ কৰি নিয়ে । বিৰাট উৎসাহ উদ্দীপনাৰ মাজত গোঁসায়ে ১৯৬৯ চনৰ চেপ্তেম্বৰ মাহত মেবোত "মহাত্মা গান্ধী সোঁৱৰণী" নামঘৰ উদ্বোধন কৰি থাপনা প্ৰতিষ্ঠা কৰে । সেই যাত্ৰাতে শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱ স্থানীয় ৰাইজে গোঁসাইক লৈ মহাসমাৰোহেৰে উদ্‌যাপন কৰাটো উল্লেখযোগ্য । তদুপলক্ষে অনুষ্ঠিত ধৰ্মসভাত গোঁসায়ে সৰল ভাষাত স্থানীয় ৰাইজ আৰু অনা-অসমীয়া বিষয়াসকলে বুজিব পৰাকৈ

শঙ্কৰী ধৰ্মৰ বিষয়ে সকলো দিশ আগুৰি হৃদয়গ্ৰাহী বক্তৃতা প্ৰদান কৰে। ৰাতিলৈ স্থানীয় গিৰিবাসী আৰু কৰ্মচাৰীসকলে যি ভাওনা অভিনয় পাতিছিল তাত গোঁসায়ে উৎসাহ যোগাইছিল। গোটেই অঞ্চলৰ ৰাইজে এই ভাওনা উপভোগ কৰি আনন্দত কৃত্যকৃত্য হয়। গোঁসায়ে নাম-কীৰ্তন, সভা, আলোচনা, ভাওনা সকলোতে সৰ্বময় হৈ আটাইৰে মন জয় কৰিছিল। তদুপৰি সমাৰোহৰ পিছতে গোঁসায়ে স্থানীয় গাঁওবোৰ আৰু "মেবো উচ্চ মাধ্যমিক বিদ্যালয়ৰ" সন্মানিত অতিথি হিচাপে পৰিদৰ্শন কৰি সংশ্লিষ্ট সকলোকে অনুপ্ৰাণিত কৰিছিল। স্কুলৰ ৰাজহুৱা সভাত তেখেতে দশম শ্ৰেণীত প্ৰথম হোৱা ছাত্ৰজনক এবছৰলৈ মাহে দহ টকাকৈ বৃত্তি দিয়াৰ প্ৰতিশ্ৰুতি ঘোষণা কৰে। এই যাত্ৰাত গোস্বামীদেৱে 'চিয়াং' জয় কৰি আহি তেজপুৰ পায়েই প্ৰতিশ্ৰুত ১২০.০০ টকা বৃত্তিৰ ধন পঠিয়াই দিয়ে। জিলা আৰু স্কুল কৰ্তৃপক্ষই গোঁসাইৰ আন্তৰিক দানত অতিকৈ মোহিত হয়। বিনিময়ত কৃতজ্ঞতাৰ শৰাই যাঁচে আৰু ভবিষ্যতলৈকো এই স্নেহৰ এনাজৰি অটুট ৰাখিবলৈ অনুৰোধ কৰে। (ইয়াৰ বিৱৰণ চিঠি-পত্ৰ শিতানত সন্নিবিষ্ট হৈছে)।

টিৰাপ জনজাতীয় ৰাইজৰ উন্নয়নৰ কাৰণে "ভাৰতীয় আদিম জাতি সেৱক সংঘ" নামেৰে আন এটা অনুষ্ঠানে সেই অঞ্চলত কাম কৰিবলৈ আগবাঢ়ি আহে। ইয়াৰ কাৰ্যালয় আছিল তিনিচুকীয়াত আৰু ব্যৱস্থাপক সদস্য আছিল শ্ৰীএন, ভি, বাপট্। এই সংঘয়ো গহন গোস্বামীক আদিৰে পৰা সদস্য হিচাপে অন্তৰ্ভুক্ত কৰি লয়। গোঁসায়ে ৩০/১/৬৯ তাৰিখে তালৈ গৈ বৈঠক আলোচনাত যোগ দি আৱশ্যকীয় পৰামৰ্শ আগবঢ়ায়। 'ভাৰতীয় আদিম জাতি সেৱক সংঘৰ' যোগেদি টিৰাপ অঞ্চলত পাগিন, নামপং, লাজু, লংডিং, ললিয়াং আদি ঠাইত কেন্দ্ৰ স্থাপন কৰি সেই অঞ্চলৰ সেৱাৰ কামত আগবাঢ়ে। গোঁসাইৰ পাহাৰীয়া অঞ্চল আৰু তাৰ অধিবাসী বিষয়ক অভিজ্ঞতাই সেৱাৰ অনুষ্ঠান সমূহক পথ প্ৰদৰ্শন কৰিছিল। কোৱা নিষ্প্ৰয়োজন যে পূৰ্বৰ অভিজ্ঞতাৰ কাৰণে গোস্বামীদেৱৰ নেতৃত্ব প্ৰত্যেকটি অনুষ্ঠানৰ বাবে প্ৰায় অপৰিহাৰ্য বিবেচিত হৈছিল। স্বৰ্গীয় বি, কে, ভাণ্ডাৰীয়ে "অসম সেৱা সমিতি" স্থাপন কৰাৰ কথা ওপৰত উল্লেখ কৰা হৈছে। জন্ম-লগ্নৰে পৰা গহন চন্দ্ৰ গোস্বামী এই সমিতিৰ লগত জড়িত হৈ পৰিছিল। ভাণ্ডাৰীয়ে গোঁসাইক বিশেষকৈ উত্তৰ পাৰৰ চাহ বাগিছা অঞ্চলত এই সমিতিৰ কাৰ্য নিৰ্বাহ কৰাৰ দায়িত্ব দিছিল। গোঁসায়ে এই ঠাইবোৰত

অনুষ্ঠানৰ কেন্দ্ৰ খুলি পৰিচালনাত সহায় কৰিছিল। অসম সেৱা সমিতিৰ মুখ্য উদ্দেশ্য আছিল কুষ্ঠ নিবাস স্থাপন কৰি চিকিৎসা সেৱা আগবঢ়োৱা, ৰোগীসকলৰ পুনৰ সংস্থাপনৰ ব্যৱস্থা কৰা আৰু আৰ্থসামাজিকভাৱে পিচপৰা অঞ্চলৰ লোকৰ বাবে জীৱিকা দিব পৰা বিদ্যাৰ প্ৰশিক্ষণ দিওৱা। এইবোৰক 'কল্যাণ কেন্দ্ৰ' বুলি নামাঙ্কন কৰা হৈছিল। গোঁসাইৰ তত্বাৱধানত মাজবাটত কুষ্ঠ নিবাস আৰু কল্যাণ কেন্দ্ৰ, ঢেকিয়াজুলি, ঘোঁৰামাৰী, বিহালি, পাণবাৰী, চাবতিত কল্যাণ কেন্দ্ৰ আৰু কলাবাৰী মাজিকুছিত কুষ্ঠাশ্ৰম গঢ় লৈ উঠি উদ্দেশ্য সফল কৰে। কল্যাণ কেন্দ্ৰবোৰত কাঠমিস্ত্ৰি আৰু কমাৰ শিল্পৰ প্ৰশিক্ষণ দিয়াৰ লগতে তাত নানা সামগ্ৰী উৎপাদন কৰি বিক্ৰী কেন্দ্ৰ হিচাপেও চলোৱা হৈছিল। গোস্বামীদেৱে এই কেন্দ্ৰবোৰৰ পৰিচালনা আৰু উন্নয়নৰ বাবে সদা তৎপৰ আছিল।

সেৱা সমিতিৰ অন্যত্ৰ স্থাপিত কেন্দ্ৰবোৰৰ প্ৰতিও গোঁসাইৰ মনোযোগ আছিল আৰু বিভিন্ন ক্ষেত্ৰত অনুষ্ঠিত হোৱা শিবিৰ আৰু আলোচনাত অংশ গ্ৰহণ কৰিছিলগৈ। অবিভক্ত অসমৰ পৰ্বত ভৈয়ামৰ বহুত কেন্দ্ৰ, বিশেষকৈ কাৰ্বি আংলঙৰ সৰিয়হতলি আৰু নগাঁওৰ কুঠৰীৰ কুষ্ঠ নিবাৰণ কেন্দ্ৰ উল্লেখযোগ্য। যোৰহাটৰ ৰৌৰয়াৰ "বনুৱা উন্নয়ন প্ৰশিক্ষণ কেন্দ্ৰত" চাহ শ্ৰমিকসকলক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা হৈছিল যাতে এইসকলে বিভিন্ন কেন্দ্ৰবোৰ পৰিচালনা কৰিব পাৰে।

গহন চন্দ্ৰ গোস্বামী "ভাৰত সেৱক সমাজ" নামৰ জনসেৱামূলক সৰ্বভাৰতীয় অনুষ্ঠানটোৰ সভ্য আছিল। তেখেতে ইয়াৰ শাখা গঠন আৰু পৰিচালনাত সৰ্বতো প্ৰকাৰৰ সহায় আগবঢ়াইছিল। এই সমাজৰ দ্বাৰা শিঙৰীত অনুষ্ঠিত শিবিৰত অংশ গ্ৰহণ কৰিছিল আৰু এই শিবিৰৰ সফলতাই সমাজৰ সম্প্ৰসাৰণত প্ৰভূত বৰঙণি যোগাইছিল। এই সমাজৰ অনেক শাখা এসময়ত অসমৰ সকলো মুখ্য ঠাইতে গঠিত হৈ ৰাইজৰ প্ৰতি সেৱা আগবঢ়াইছিল। গোঁসায়ে বিভিন্ন সেৱানুষ্ঠানক প্ৰতিযোগী সংগঠন বুলি নাভাবি সহযোগী বুলি প্ৰত্যেকটিৰ যোগেদি ৰাইজৰ উন্নতিৰ হকে খাটিছিল।

গান্ধীজীৰ হৰিজন উন্নয়ন আঁচনিৰ অন্তৰ্গত 'হৰিজন সেৱা সংঘ' বিভিন্ন ঠাইত গঢ় লৈ উঠে। এইটো সৰ্বভাৰতীয় অনুষ্ঠান আৰু ইয়াৰ কৰ্মবীৰ আছিল শ্ৰদ্ধেয় ঠক্কৰ বাপা। অসমতো সেই সময়তে প্ৰাদেশিক আৰু

জিলাভিত্তিক শাখা সংঘ খোলা হৈছিল। কংগ্ৰেছ সেৱক হিচাপে গহন গোস্বামী এই সংঘৰ লগত জড়িত আছিল। ১৯৩৮-৩৯ চনতে তেজপুৰ শাখা সংঘৰ জড়িয়তে কলাকুছিত এখন হৰিজন আশ্ৰম চলোৱা হৈছিল। গোঁসায়ে এই সংঘ আয়োজন আৰু পৰিচালনাৰ কাৰণে অশেষ যত্ন-কষ্ট কৰিছিল বুলি এই কেন্দ্ৰৰ তদানীন্তন মুখ্য সেৱক শ্ৰীতৰুণ শইকীয়াই কয়। দ্বিতীয় মহাযুদ্ধৰ প্ৰাৰম্ভতে যেতিয়া মিছামাৰীত প্ৰতিৰক্ষা ঘাটি পাতিবলৈ লোৱা হয় তেতিয়া এই কেন্দ্ৰটি উচ্ছেদ কৰে।

যুদ্ধকালৰ পৰা দেশ স্বাধীন হোৱাৰ আগলৈকে সংঘৰ কাম তল পৰি আছিল। স্বাধীনতাৰ পিছত তেজপুৰ শাখাই পুনৰ গা-কৰি উঠিল। ১৯৫৮-৫৯ ৰ সময়ছোৱাত গোঁসাই এই সংঘৰ সভাপতি আছিল। তেখেতে সেই বছৰৰ ১৭, ১৮ আৰু ১৯ ফেব্ৰুৱাৰীত শিৱসাগৰত বহা প্ৰাদেশিক সভাত যোগদান কৰিছিলগৈ। তেখেতে পুনৰ সংঘৰ কামত পূৰ্ণোদ্যমে লাগে। গোস্বামী ডাঙৰীয়াই সেই সময়ৰ তেজপুৰ উন্নয়ন বৰ্ডৰ পৰা এটা পাঁচশ টকাৰ মঞ্জুৰী দিয়ায় আৰু তেজপুৰৰ লিচুপুখুৰীৰ পাৰত চৰকাৰৰ পৰা মাটি মঞ্জুৰী কৰাই সংঘৰ এটা নিজা ঘৰ সজাই উলিয়ায়। চৰ্ম শিল্পীসকলে ইয়াত সহযোগ কৰিছিল। গোঁসায়ে এই কেন্দ্ৰলৈ গৈ সভ্যসকলক আত্ম বিশ্বাসী আৰু স্বাৱলম্বী হবলৈ উদগাইছিল।

১৯৩০ চনত কানিংহাম চাৰ্কুলাৰৰ প্ৰতিবাদকল্পে তেজপুৰত একাডেমি স্কুল স্থাপনৰ কথা পূৰ্বতে উনুকিওৱা হৈছে। নদুৱাৰৰ চতিয়াতো এখন জাতীয় স্কুল স্থাপিত হৈছিল। তাতো গোঁসায়ে সহযোগ কৰিছিল। ১৯৪৫ চনত দৰং মহাবিদ্যালয় স্থাপনৰ সময়ত তেখেত স্বৰ্গীয় কমলা প্ৰসাদ আগৰৱালাদেৱৰ ঘনিষ্ঠ সহযোগী আছিল। আগৰৱালা আছিল প্ৰতিষ্ঠাপক সম্পাদক। গোঁসায়ে কেনে ধৰণৰ সহযোগ আগবঢ়াইছিল, তাৰ দুই এটি নিদৰ্শনেই যথেষ্ট। সেই সময়ৰ এজন গঞালোক স্বৰ্গীয় প্ৰভুৰাম কাকীয়ে গোঁসাইৰ আবেদন আৰু বুজনিত উৎসাহিত হৈ আনন্দমনে কলেজৰ কাৰণে পাঁচ হাজাৰ টকাৰ দান আগবঢ়ায়। সেই সময়ত এই ৰাশিৰ টকা কম নহয় আৰু তেনে দাতাও বিৰল আছিল। আৰম্ভণিতে কলেজখন আছিল বৰবাকৰিত ( এতিয়াৰ মিছন হস্পিটেল চৌহদত ) তাত পোহৰৰ ব্যৱস্থা কৰিবলৈ গোঁসায়ে মিছামাৰীৰ পৰা এটা ডাইনামো-জেনেৰেটৰ ট্ৰাক এখনত ভৰাই লৈ নিজে লগতে আহিছিল। বাটতে ট্ৰাকখন দুৰ্ঘটনাত পতিত

হোৱাত তেখেত আহত হৈ বহুদিন চিকিৎসাধীন হৈ থাকিব লগা হৈছিল। মুঠতে মহাবিদ্যালয় নিৰ্মানত গোঁসাইৰ সেৱা বহুমুখী আছিল। বৰঙাবাৰীত শ্বহীদ কনকলতা আদৰ্শ কন্যা বিদ্যালয় স্থাপন কাৰ্যত তেখেতে কেনেভাৱে ৰাইজক নেতৃত্ব দিছিল তাৰ উল্লেখ অন্যত্ৰ কৰি অহা হৈছে।

ষাঠিৰ দশকত যেতিয়া তেজপুৰত "মাজগাওঁ মহাভৈৰৱ মধ্য ইংৰাজী বিদ্যালয়" স্থাপন কৰাৰ প্ৰস্তাৱ হয় তেতিয়া তেখেতে প্ৰথম সভাতে উপস্থিত হৈ সকলোকে উৎসাহিত কৰে আৰু পৰিচালনা সমিতিৰ সদস্য হিচাপে কাৰ্যনিৰ্বাহ কৰে। ১৯৬৪ চনত যেতিয়া এই বিদ্যালয় উচ্চ ইংৰাজী স্তৰলৈ উন্নীত হয় তেতিয়াও তেখেত এই বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সদস্য হয় আৰু অনুষ্ঠানটি গঢ়ি তোলাত যথাসাধ্যে বৰঙণি যোগায়। সেই সময়তে তেজপুৰত শিক্ষা সম্প্ৰসাৰণৰ অৰ্থে যি কেন্দ্ৰীয় সমিতি উপায়ুক্তৰ সভাপতিত্বত গঠিত হয় সেই সমিতিৰো তেখেত সদস্য মনোনীত হয়।

গোঁসাই বহু বছৰৰ বাবে তেজপুৰ বালিকা উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সভাপতিও আছিল। তেতিয়া সম্পাদকৰ দায়িত্বত আছিল আন এজন সমাজ সেৱক স্বৰ্গীয় ডাঃ ললিত মোহন চৌধুৰী। এই কথা বিদ্যালয়খন বেচৰকাৰী হৈ থকা দিনৰে। বৰ্তমানে ই চৰকাৰী বহুমুখী কন্যা বিদ্যালয় বুলি জনাজাত।

ছাত্ৰ-ছাত্ৰী গোঁসাইৰ বৰ প্ৰিয় আছিল। সেয়ে তেখেতে বহু কাল ধৰি বিদ্যালয়সমূহৰ বছৰেকীয়া খেল-ধেমালিবোৰত নিজকে জড়িত কৰিছিল আৰু খোৱা-বোৱাৰ তত্বাৱধান নিজৰ গাতে পাতি লৈছিল। টুৰ্নামেণ্টৰ কালখিনিত গোঁসায়ে ঘৰ এৰি ছাত্ৰসকলেৰে বাস কৰিছিল। গোঁসাইৰ তত্বাৱধানত ছাত্ৰসকল সন্তুষ্ট আৰু আনন্দিত হৈ থাকিছিল আৰু আগলৈকো যাতে তেখেতে লগ দিয়েহি তাকে খাটিছিল। কাৰণ ব্যৱস্থাপনাৰ উপৰিও গোঁসায়ে সদা প্ৰফুল্লিত বদন আৰু হাস্য-মধুৰ ভাষণেৰে শিবিৰত সকলোটিকে মুগ্ধ কৰি ৰাখিছিল।

ৰাষ্ট্ৰভাষা প্ৰচাৰৰ কাৰণেও গহন গোস্বামীয়ে আঁচনি লৈছিল। তেখেতৰ প্ৰচেষ্টাতে তেজপুৰৰ লিচুপুখুৰীৰ পাৰত চৰকাৰৰ পৰা মাটি এডোখৰ সমিতিয়ে গ্ৰহণ কৰে। তাত ৰাষ্ট্ৰভাষাৰ স্কুল স্থাপিত হৈ বৰ্তমানলৈকে চলি আছে। বৰ্তমান 'শঙ্কৰদেৱ শিশু নিকেতন' কৰ্তৃপক্ষৰ সহযোগত উন্নতভাৱে ঘৰ-দুৱাৰ সাজি দুয়োটা অনুষ্ঠানেই চলি আছে।

ষাঠিৰ দশকত শিলঘাটত মৰাপাট কাৰখানা স্থাপনৰ সময়ত গোঁসায়ে শ্ৰীলীলাধৰ বৰা এম. এল. এ. দেৱৰ সৈতে লগ হৈ অংশ বিক্ৰী কৰাকে আদি কৰি নানা ভাৱে সহায় আগবঢ়াইছিল। দেৰগাঁওৰ চেনীকল আৰু উল্লেখিত মৰাপাট কল এই দুয়োটা সমবায় অনুষ্ঠানৰে পৰিচালক মণ্ডলীলৈ (Board of Directors) তেখেত চৰকাৰৰ মনোনীত সদস্য হৈছিল আৰু পৰিচালনাত অংশ গ্ৰহণ কৰিছিল।

তেজপুৰৰ জিলা সমবায় ইউনিয়নৰো তেখেত এজন উদ্যোক্তা আছিল আৰু পঞ্চাশৰ দশকত কেবাবছৰো সভাপতি হিচাপে সেৱা আগবঢ়াইছিল। মিছামাৰী সমবায় পামৰ কথা সুকীয়াকৈ কোৱা হৈছে। এনে ধৰণৰ বহু ৰাজহুৱা অনুষ্ঠানৰ গুৰি ধৰোতা বা উদ্যোক্তাসকলৰ এজন হিচাপে গোঁসাইক পোৱা গৈছিল।

অসম বিধান সভাৰ সদস্য হৈ থকা কালত গোঁসাই "মাজবাট আৰু ঢেকিয়াজুলি খণ্ড উন্নয়ন সমিতি"ৰ সদস্য আছিল আৰু দুয়োটাতে উদ্বোধনৰ পৰা আৰম্ভ কৰি তেখেতৰ কাৰ্যকালডোখৰৰ ভিতৰত বিভিন্ন প্ৰকাৰৰ সেৱা আগবঢ়াইছিল। "তেজপুৰ মহকুমা ভূমি আৱণ্টন উপদেষ্টা সমিতি"ৰো তেখেত সদস্য আছিল।

স্বাধীনতা লাভ কৰাৰ পিচতে স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামী এছোৱা কাল তেজপুৰ আঞ্চলিক পৰিবহন পৰিচালনা কৰ্তৃপক্ষৰ সদস্য আছিল।* পৰিবহন যাতে এই অঞ্চলত বিধিমতে চলে তালৈ তেখেতে সততে দৃষ্টি ৰাখিছিল। সেই সময়ত (১৯৫১ চন) আলি পদূলি উন্নত নাছিল। তেনে কাৰণত বাছৰ মালিকে তেজপুৰৰ পৰা লক্ষীমপুৰলৈ যাবলগীয়া যাত্ৰীক লক্ষীমপুৰলৈ নিনি বিহপুৰীয়াতে অসময়ত নমাই দিছিল। দুৰ্ভগীয়া যাত্ৰীসকলে য'তে-ত'তে ৰাতিটো কটাই নানা অসুবিধাত পৰে। কাৰণ বিহপুৰীয়াৰ পৰা উত্তৰ লক্ষীমপুৰলৈ যাতায়ত কৰা অইন সংযোগী বাছো নাছিল। আন কিছুমান অনুজ্ঞাপত্ৰধাৰী বাছৰ মালিকে সেই পথত গাড়ীকে নচলায়। কেৱল ডাক অনা-নিয়া কৰা গাড়ীখনহে নিয়মমতে চলে। গোঁসায়ে এইবোৰ অন্যায় কাৰ্যৰ বাস্তৱ প্ৰমাণ লৈ পৰিবহন কৰ্তৃপক্ষৰ দৃষ্টিগোচৰ কৰি প্ৰতিবিধান কৰায় আৰু উল্লেখিত কালছোৱাত এই বিষয়ৰ অতন্দ্ৰ প্ৰহৰী হৈ থাকে।

---

* *বাতৰি কাগজ আৰু থিৰ অংশ বিশেষ ৩য় খণ্ডত পাব।*

## ২২। কলাকাৰ গহন চন্দ্ৰ গোস্বামী

গহন চন্দ্ৰ গোস্বামীদেৱ সত্ৰীয়া বাদ্য-ভগু যেনে– তাল, খোল, মৃদঙ্গ, মঞ্জিৰা, নাগাৰা, ডবা আদি বজোৱাত পাৰ্গত আছিল। তেনেকৈ নাম-গুণ, পাঠ-প্ৰসঙ্গ, গীত-মাত, নৃত্য-ভাওনা আদিতো সু-পণ্ডিত আছিল। বৰগীতত তেখেতৰ গভীৰ জ্ঞানৰ কথা জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে এনেদৰে লিখিছে–

"শ্ৰদ্ধেয় নিকামূল সত্ৰাধিকাৰ শ্ৰীযুত গহন চন্দ্ৰ গোস্বামীদেৱৰ পৰা মই শঙ্কৰদেৱৰ কিছু তালৰ সম্ভেদ পাওঁ। সেয়ে হৈছে-- বৰযতি, মাজযতি, ধৰমযতি, সৰুযতি, ৰেপনিযতি, একতালি, পৰিতাল, ৰূপক, ৰূপগঞ্জ, চুত্‌কলা, বৰবিষম, সৰুবিষম, চোক, দোমানী, দুইবাৰী, খৰমান, জামান। ইয়াৰ উপৰিও ভাওনাৰ কিছুমান বাজনা (তাল) যেনে কৃষ্ণ নাচৰ বাজানা, চালি নাচৰ বাজানা ইত্যাদি"*

সত্ৰীয়া বাদ্য-বাজানাৰ উপৰিও তবলা, বেহেলা আদি তেখেতে ৰঙ্গমঞ্চত বজাইছিল। ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ জ্ঞান নৱদ্বীপত লাভ কৰিছিল। এই জ্ঞানেৰে পৰিপুষ্ট হৈ তেখেতে নিজ সত্ৰৰ দৈনিক কাৰ্যক্ৰম আৰু বাৰ্ষিক তিথি মহোৎসৱসমূহ লোকৰঞ্জক আৰু আনন্দমুখৰ কৰি তুলিছিল। গোঁসায়ে সমূহীয়া নাম প্ৰসঙ্গ বা ভাওনা আদিৰ নিমন্ত্ৰণ ৰক্ষা কৰি যোগদান কৰিছিলগৈ। তৎকালীন দৰং জিলাৰ বহুত ঠাইত ৰাসৰ জোৰা শিকাই পটু কৰি তুলিছিল আৰু নিজেও অংশ গ্ৰহণ কৰিছিল। ১৯২৮-২৯ চনতে ডেকাৰগাঁৱৰ ৰাসৰ বায়ন হিচাপে কি চমৎকাৰিত্ব প্ৰকাশ কৰিছিল তাক সুদক্ষ মঞ্চ শিল্পী শ্ৰীথানুৰাম বড়াদেৱে উল্লেখ কৰিছে। বৰ্তমান তেজপুৰ কলেজিয়েট স্কুলৰ খেল পথাৰখনতে বহু বছৰ পূৰ্বৰে পৰা ৰাস ভাওনা পৰিচালনা কৰিছিল স্বৰ্গীয় গহন গোঁসায়ে। তেখেত থকা মানে কেৱল নিজে অংশ গ্ৰহণ কৰাই নহয়, সকলো শিল্পীকে উন্নত মানৰ ভাওনা কৰিবলৈ প্ৰশিক্ষণ দিওৱা আৰু প্ৰদৰ্শন কৰোৱা হৈছিল। মাজে সময়ে গতানুগতিকতা ভাঙিবলৈ মাজুলীৰ পৰা গায়ন-বায়ন আনিছিল আৰু প্ৰদৰ্শন কৰাইছিল, যাতে স্থানীয় শিল্পীয়ে এইসকলৰ পৰা আৰ্হি আৰু প্ৰেৰণা গ্ৰহণ

---

* *বৰ্তমান অসমীয়া সংগীত : কামৰূপী সংগীতৰ ধাৰা – বাঁহী ৩০শ বছৰ ; ২য় খণ্ড ; পৃষ্ঠা৫০-৫৪*

কৰিব পাৰে। মাজুলীৰ সত্ৰীয়া সংস্কৃতি আজিও উচ্চ মানৰ। পঢ়ুৱৈ ৰাইজৰ মনত থাকিব পায় যে প্ৰয়াত ৰাষ্ট্ৰপতি ফকৰুদ্দিন আলি আহমেদ ডাঙৰীয়াই দিল্লীত অঙ্কীয়া ভাওনা আৰু বাদ্যৰ প্ৰদৰ্শনীত মুগ্ধ হৈ কমলাবাৰী সত্ৰৰ ভাওনাৰ দল এটা তেখেতৰ জাকাৰ্টা ভ্ৰমণত লগত লৈ গৈ সেই ঠাইৰ ৰাষ্ট্ৰীয় মঞ্চত 'ৰুক্মিণী হৰণ' নাট প্ৰদৰ্শন কৰাই ভূয়সী প্ৰশংসা লাভ কৰোৱাৰ দিহা কৰিছিল।

গহন গোঁসাই আৰু কমলা প্ৰসাদ আগৰৱালাদেৱে ১৯৪১-৪২ চনত তেজপুৰৰ বৰবাকৰিত সাত চুবুৰীয়া ভাওনাৰ আয়োজন কৰিছিল। সাতখন গাঁৱৰ একেখন সমূহীয়া মণ্ডপতে সাতখন মঞ্চত একে সময়তে সাতখন ভাওনা পৰিবেশন কৰিছিল। শ্ৰীজগৎ চন্দ্ৰ গোস্বামীদেৱে লিখিছে যে গহন গোস্বামীদেৱে ব্যক্তিগত চেষ্টাৰে কেইবাখনো গাঁও ঘূৰি ঘূৰি ৰাইজক গোটাই লৈ এই ভাওনাৰ আয়োজন কৰিছিল। দ-বেচেৰীয়া গাঁৱৰ ফালৰ পৰা "ৰাৱণ বধ" ভাওনা উলিওৱা হৈছিল। মূল ৰভা-মণ্ডপ মণ্ডলাকাৰ আছিল। মণ্ডপৰ সোঁ-মাজত তিনিখন সু-সজ্জিত থাপনা আৰু তাৰ চাৰিওফালে প্ৰত্যেকটো খেলে একোখনকৈ মাহ-প্ৰসাদৰ শৰাই স্থাপন কৰি ধূপ-ধূনা সহ অৰ্চনা কৰিছিল। প্ৰত্যেক খেলৰ ভাৱৰীয়াসকলে নিজৰ ভাওনা থলিত প্ৰৱেশ কৰি এখন এখনকৈ সকলো থলিতে নাচি নাচি ঘূৰি আহি আকৌ নিজৰ থলিত প্ৰৱেশ কৰি নিজ নিজ খেলৰ ভাওনা আৰম্ভ কৰিছিল। তাৰ ফলত গোটেই মণ্ডপৰ দৰ্শকে ভাৱৰীয়া সকলৰ সাজ-পাৰ, নাচ-বাগ আদি একে ঠাইতে বৈ উপভোগ কৰিব পাৰিছিল। পোন প্ৰথমবাৰৰ বাবে তেজপুৰ অঞ্চলত এনে এটা সমূহীয়া চেষ্টাত প্ৰায় ১০/১৫ দিন ধৰি এটা উৎসৱমুখৰ পৰিবেশৰ সৃষ্টি হৈছিল (মহাজাতি ৩০/৪/৮৬)।

১৯৫৪ চনত তেজপুৰত কংগ্ৰেছৰ ৰাষ্ট্ৰীয় সন্মিলন হৈছিল। সেই উপলক্ষে গোঁসায়ে মাজুলীৰ পৰা সত্ৰীয়া সাংস্কৃতিক দল আনি নৃত্যাদি প্ৰদৰ্শন কৰাইছিল। মুঠতে যেতিয়াই য'তে পাইছিল তেতিয়াই ভাওনা আদিৰ ৰাজহুৱা আয়োজন কৰি ৰাইজক আনন্দ প্ৰদান কৰিছিল। লগতে শিল্পীসকলক উদ্‌গনি দিছিল। বিভিন্ন স্থানৰ দলৰ মাজত সংহতি সাধন কৰিছিল।

অসম সঙ্গীত নাটক অকাদমি আৰম্ভণিৰে পৰা গোঁসাই তাৰ কাৰ্যকৰী

সদস্য মনোনীত হৈছিল। গুৱাহাটী আকাশবাণী কেন্দ্ৰত শাস্ত্ৰীয় সঙ্গীত পৰিবেশক নিৰ্বাচন সমিতিৰ অন্যতম সদস্য আছিল গহন চন্দ্ৰ গোস্বামী। এই সম্বন্ধ পিছত ঘনীভূত হৈছিল। ১৯৬০ চনত তেখেত আকাশবাণীৰ যোগে, ৰেডিঅত অংকীয়া নাটৰ প্ৰৱেশ ঘটাইছিল শ্ৰীমন্ত শঙ্কৰদেৱৰ 'কেলি গোপাল' নাটৰ অভিযোজনাৰে। ক্ৰমে দুয়োজনা গুৰুৱে ৫খন নাট স্থানীয় শিল্পীসকলৰ সহযোগত ৰেডিঅ অভিযোজনাত যোগ দিয়ে। ইয়াৰ উপৰি বিশেষ উল্লেখযোগ্য যে 'স্বৰলিপিত বৰগীত' নামৰ যিখন গ্ৰন্থ অকাদমীৰ দ্বাৰা ১৯৫৮ চনত প্ৰকাশ হয় তাৰ আঠজনীয়া সমিতিৰ বিশিষ্ট সদস্য আছিল গহন চন্দ্ৰ গোস্বামী। সম্পাদক আছিল ড° মহেশ্বৰ নেওগ। বিষ্ণু প্ৰসাদ ৰাভা, কেশৱ চন্দ্ৰ চাংকাকতী আদি সহযোগী আছিল। খোল বাদ্যত বিশেষ দক্ষতা আৰু তাল সম্পৰ্কীয় জ্ঞানৰ বাবে ১৯৬১ চনত তেখেতক অসম সংগীত নাটক অকাদমিয়ে বাৰ্ষিক পুৰস্কাৰ প্ৰদান কৰে।

১৯৬৮ চনত তেজপুৰত হোৱা অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ প্ৰথম নিশা গহন গোঁসাইৰ নেতৃত্বত যি "পাৰিজাত হৰণ" ভাওনা অনুষ্ঠিত হৈছিল তাৰ স্মৃতি সহজে মচ নেযায়। স্থানীয় ডাক-বঙ্গলাতে খুলীয়াসকলক পোছাকে কিৰীটিৰে সজ্জিত কৰি অনেক আৰিয়া ধৰি যেনেকৈ প্ৰৱেশ কৰোৱা হ'ল, সি এটা স্বৰ্গীয় দৃশ্য আছিল। ৰাইজ হিলদল ভাগি আহি আগুৰি ধৰি ভাওনা শেষ হোৱালৈকে থাকি নয়ন সাৰ্থক কৰিছিল।

গোঁসায়ে সত্ৰীয়া সংস্কৃতি চৰ্চা-গৱেষণাৰ অৰ্থে নিজ সত্ৰ নিকামূলত এটা সাংস্কৃতিক প্ৰশিক্ষণ কেন্দ্ৰ প্ৰযোজনা কৰিছিল। এই কেন্দ্ৰৰ যোগেদি স্থানীয় আৰু গিৰিবাসী, আপাটানি, নিশী ছাত্ৰসকলে সেই বিষয়ত জ্ঞান লাভ কৰি পাৰদৰ্শী হৈ উঠিছিল। অঙ্কীয়া নাট ভাওনাত বিশেষ দক্ষতা আৰু সেৱাৰ বাবে ৰাষ্ট্ৰীয় সংগীত নাটক অকাদমিয়ে ১৯৬৯ৰ বাৰ্ষিক বঁটাৰে গোঁসাইক সন্মানিত কৰে।

সঙ্গীত নাটক অকাদমিৰ পুৰস্কাৰ ভাৰতৰ ৰাষ্ট্ৰপতিয়ে ২৬ ফেব্ৰুৱাৰী, ১৯৭০ত প্ৰদান কৰে। এই উপলক্ষে অকাদমিৰ সৌজন্যত গোঁসায়ে "পাৰিজাত হৰণ" ভাওনা দিল্লীৰ ৰবীন্দ্ৰ ভৱনত মঞ্চস্থ কৰি দৰ্শকসকলক মোহিত কৰাৰ লগতে ভূয়সী প্ৰশংসা লাভ কৰে। এই ভাওনা মাৰ্চৰ ২ তাৰিখে অনুষ্ঠিত হৈছিল। গোঁসায়ে ইয়াৰ কাৰণে তেজপুৰৰ পৰা ১৫ জনীয়া দল এটা লগত লৈ গৈছিল। দলৰ শিল্পীসকল আছিল প্ৰয়াত

গিৰিকান্ত মহন্ত, কমল চন্দ্ৰ বৰুৱা আৰু ( সৰ্বশ্ৰী ) পুণ্যব্ৰত দেৱ গোস্বামী, ৰামেশ্বৰ মহন্ত, তীৰ্থনাথ বৰুৱা, পূৰ্ণ চন্দ্ৰ কলিতা, চন্দ্ৰকান্ত ডেকা বৰুৱা, নিজম চিচিচৌ ( নেফাৰ ), পূৰ্ণকান্ত শইকীয়া, বীণকান্ত মহন্ত, মনিৰাম কেওট, চাং খাওু দুচোচৌ, মনিকান্ত বায়ন, যজ্ঞেশ্বৰ মহন্ত আৰু সত্যব্ৰত দেৱ গোস্বামী।

ভাওনা আৰম্ভ হোৱাৰ আগেয়ে গোঁসায়ে শ্ৰীমন্ত শঙ্কৰদেৱৰ অঙ্কীয়া ভাওনাৰ বৈশিষ্ট্যসমূহ ইংৰাজী ভাষাৰ পুস্তিকা ৰূপত দৰ্শকৰ মাজত বিতৰণ কৰে। লগতে চমুকৈ "পাৰিজাত হৰণ"ৰ কাহিনীটোও। এইখিনি কৰাত দৰ্শকে অঙ্কীয়া ভাওনা আৰু নাটকৰ বিষয়বস্তুৰ বিষয়ে সম্যক ধাৰণা লৈ ভাওনা উপভোগ কৰিবলৈ সুচল পায়। ভাওনা নিখুঁত হৈছিল। দিল্লীৰ "ভাৰতীয় কলা কেন্দ্ৰই" ৰাষ্ট্ৰীয় সন্মানেৰে বিভূষিত হোৱাৰ কাৰণে গোস্বামীদেৱক এখন প্ৰীতিমেলত সম্বৰ্দ্ধনা জনায়।

নতুন দিল্লীলৈ যোৱা সাংস্কৃতিক দলটিৰ অন্যতম সদস্য শ্ৰীপূৰ্ণ চন্দ্ৰ কলিতাই স্মৃতিচাৰণ কৰি স্বৰ্গীয় গোঁসাইৰ পটুতাৰ বিষয়ে কয় যে ভাওনাৰ আগদিনা অকাদমিৰ দুই-এক কলা-বিশাৰদে আলোচনাক্ৰমে আমাৰ ইয়াৰ পৰা ভাৰা কৰি নিয়া ভাওনাৰ পোছাকসমূহ দেখি মন্তব্য কৰিলে যে এইবোৰ নাটকৰ কালৰ হব নোৱাৰে। আপেক্ষিকভাৱে আধুনিক কালৰ কথাটো গোঁসাইৰ মনত লাগিল। তেখেতে একে ৰাতিৰ ভিতৰতে শাস্ত্ৰ সন্মতভাৱে তেনে পোছাকৰ ঠাইত নতুন পোছাক প্ৰস্তুত কৰাই তাৰে ভাৱৰীয়াক সজাই উলিয়াই পণ্ডিতমণ্ডলীৰ স্বীকৃতি লাভ কৰিলে। দ্বিতীয়তে দলটিৰ ভিতৰত স্ত্ৰী চৰিত্ৰৰ ভাও দিবলৈ মাইকী শিল্পী নিয়া হোৱা নাছিল। ভাওনাত তেতিয়ালৈকে মাইকী মানুহৰ প্ৰবেশ ঘটাই নাছিল। মাইকীৰ ভাও মতাই দিয়াৰ ব্যৱস্থা কৰা হৈছিল। কিন্তু সাজ-সজ্জা, মাত, অভিনয় ইমান নিখুঁত হৈছিল যে ভাওনাত অংশ গ্ৰহণ কৰা ছোৱালী কেইজনীক চাবলৈ বুলি দৰ্শক শিবিৰলৈ আহিছিল। তেখেতসকলক কথাটো জনোৱা হ'ল যে প্ৰকৃততে ল'ৰাই হে ছোৱালীৰ ভাও দিছিল। ছোৱালী দিল্লীলৈ দলটিত অনাই নাই। তেখেতসকলে আগদিনা সাইলাখ ছোৱালীৰ ভাও দেখি সেই কথা বিশ্বাসেই নকৰে। পিচত যেতিয়া ৰং কৰি ব্যৱহাৰ কৰা মৰাপাটৰ চুলিবোৰ দেখুৱা হ'ল তেতিয়াহে পতিয়ন গৈ আশ্চৰ্য প্ৰকাশ কৰি ধন্য ধন্য দিয়ে।

সেই সময়ত দিল্লীত থকা আমন্ত্ৰিত অসমীয়া লোকসকলেও আহি গোঁসাইৰ লগতে দলটিৰ সদস্যবৃন্দক সৰ্বাঙ্গসুন্দৰ ভাওনা উপস্থাপনৰ বাবে শলাগ যাচে। গহন চন্দ্ৰ গোস্বামীদেৱক অসম সাহিত্য সভাই ১৯৬৯ চনৰ বৰপেটা অধিবেশনত সাংস্কৃতিক শাখা সভাৰ উদ্বোধকৰ সম্মান যাচে। লগতে তেখেতক সম্বৰ্দ্ধনাও জনায়। গোস্বামীদেৱে অসমৰ বিভিন্ন সাংস্কৃতিক অনুষ্ঠানৰ সংহতি আৰু প্ৰগতিৰ বাবে এখন "সদৌ অসম সাংস্কৃতিক সভাৰ" পৰিকল্পনা কৰি ১৯৭১ চনৰ ৮, ৯ আৰু ১০ অক্টোবৰ তাৰিখত অভিবৰ্তন তথা প্ৰথম অধিবেশন তেজপুৰত অনুষ্ঠিত কৰিছিল। ইয়াৰ আহ্বায়ক আছিল "তেজপুৰ সাংস্কৃতিক সংঘ"ৰ তৰফে সভাপতি স্বৰ্গীয় গোস্বামী আৰু সম্পাদক শ্ৰীমুনীন্দ্ৰ কুমাৰ ভূঞা। উপদেষ্টা সকলৰ ভিতৰত জিলাৰ তদানীন্তন উপায়ুক্ত শ্ৰীবাল্মিকী প্ৰসাদ সিঙো আছিল। অসম সাংস্কৃতিক সভাৰ কাৰণে এখন নিয়মাৱলীও ছপাই উলিওৱা হৈছিল। সভাৰ তৃতীয় বাৰ্ষিক অধিবেশনখন শিৱসাগৰৰ সোণাৰি চহৰত অনুষ্ঠিত হয় ১৯৭৪ চনৰ ২৩ আৰু ২৪ মাৰ্চত। সম্ভৱতঃ তাৰ পিছত আৰু কোনো অধিবেশন নহ'ল বা হলেও তথ্যাদি পোৱা নাযায়।

এই সন্দৰ্ভত মন কৰিবলগীয়া কথা হ'ল "অসম সাংস্কৃতিক সভাই" কেৱল সত্ৰীয়া সাংস্কৃতিক বা অসমীয়া গীত-মাতৰ কথাই চিন্তা কৰা নাছিল। অসমৰ বিভিন্ন গোষ্ঠী বা ভাষা-ভাষী সকলৰ বিষয়েও চিন্তা কৰিছিল। সভাৰ তৃতীয় অধিবেশনত দিয়া ভাষণত গোস্বামীয়ে কৈছিল—"অসমৰ বিভিন্ন অঞ্চলত এতিয়ালৈকে ন-পুৰণি যিমানখিনি সাংস্কৃতিক দিশত অনুষ্ঠান প্ৰতিষ্ঠিত হৈছিল সেই সকলোৰে মাজেদি সমন্বয় ৰক্ষা কৰি তাৰ উৎকৰ্ষ সাধন কৰাটোৱেই সভাৰ অন্যতম উদ্দেশ্য। পৰ্বত-প্ৰান্তৰকে ধৰি বিভিন্ন অঞ্চলত বিভিন্ন জাতি-উপজাতি আৰু বিভিন্ন গোষ্ঠীৰ বিভিন্ন কলা কৃষ্টিও বৰ্তি আছে। এই সকলোবোৰকে সুৰুচিপূৰ্ণভাৱে সজাই পৰাই সমাজৰ আগলৈ আনিব পৰাটোও বৰ জৰুৰী কথা। ইফালে চাহ-বাগিছাৰ বনুৱাকে ধৰি অসমৰ শিল্পাদিত কাৰ্য নিৰ্বাহ কৰি থকা বনুৱা সকলৰ সংখ্যাও লেখত ল'বলগীয়া। সিবিলাকৰ সাংস্কৃতিক দিশৰ কাৰ্যসমূহকো কেনেকৈ উত্তৰোত্তৰ উৎকৰ্ষ সাধন কৰিব পাৰি তাৰ প্ৰতিও দৃষ্টি ৰখাটো অন্যতম কৰ্তব্য। অকল এয়ে নহয়, অসমৰ চুকে কোণে য'ত যেনেকৈ কলা-কৃষ্টি সংস্কৃতি সিঁচৰিত হৈ পৰি আছে, সেই সকলকো থুপাই লৈ কেনেকৈ তাৰ বিকাশ

সাধন কৰিব পৰা যায় তাৰ বাবেও যত্ন লোৱাটো সমুচিত কাৰ্য হ'ব ।"

ইয়াৰ পৰা বুজা যায় যে অসম সাংস্কৃতিক সভাখনে অসমৰ সকলো লোকৰ কলা-কৃষ্টিৰ সামগ্ৰিক আৰু সৰ্বাত্মক উন্নয়নৰ আদৰ্শ আগত ৰাখিছিল। সামৰণিত একাধিক ব্যঞ্জনাযুক্ত আবেদন উল্লেখযোগ্য – "পটিকেত সোণাৰীৰ হাতত পৰি যেনেকৈ স্ত্ৰী-পুৰুষৰ সোণৰ কেৰু, সোণৰ খাৰু, মুকুতা পোৱালেৰে সোণৰ কঙ্কালী, সোণৰ তাৰ, সোণৰ ডেলা, সোণৰ বাখৰৰ আঙঠি, ডিঙিৰ ধাৰমণি, চেওমণি, সোণৰ মমলা কৰা কমৰ বান্ধ, সোণৰ ধৰিয়া গুলিয়া, সৰিয়হ ফুলিয়া জাংফাই কেৰু, নৰা জাংফাই, নেজে বাখৰপতা হাঁতী দাঁতৰ থুৰীয়া, লোকাপাৰ, মগৰ, উজন্টি, লং কেৰু, বিৰি, জোনবিৰি, গেজেৰা, ডুগডুগি, মণি, ডিঙিৰ চেওমণি, মাদলী, চিতিপাত, গল-পতা, চাপকলা, মতামণি, গাম খাৰু, গোটা খাৰু, পতীয়া খাৰু, চিৰি খাৰু, সোণৰ বাখৰাম খচকৰা খাৰু, প্ৰভৃতি বিবিধ অলঙ্কাৰেৰে স্ত্ৰী-পুৰুষৰ সুঠাম দেহৰ সৌন্দৰ্য বঢ়ায়, সেইদৰে আজিৰ এই সোণাৰি অধিবেশনৰ সংস্কৃতীয়া নতুন সোণাৰীৰ হাতত অসমৰ সাংস্কৃতিক জীৱন বিভিন্ন বেশভূষাৰে সু-সজ্জিত হৈ জগতৰ ৰাজদৰবাৰত ঠিয় দিবলৈ সক্ষম হওক।"

মুঠতে ব্যক্তিগতভাবেই হওক বা সমূহীয়া প্ৰচেষ্টাৰেই হওক, গোঁসায়ে অসমৰ সংস্কৃতিক উদ্ভাসিত কৰি ৰাখিবলৈ আজীৱন পুৰুষাৰ্থ কৰিছিল। সংস্কৃতিপ্ৰেমীসকলে গোঁসাইক অসমৰ সত্ৰীয়া সংস্কৃতিৰ এটি মানদণ্ড জ্ঞান কৰি সকলো বিষয়তে তেখেতৰ সহযোগ আৰু পৰামৰ্শ বিচাৰিছিল। শেহতীয়াকৈ মৃত্যুৰ দুমাহতকৈ কম দিন পূৰ্বে অসমৰ সাংস্কৃতিক সঞ্চালক স্বৰ্গীয় ৰুদ্ৰ বৰুৱাৰ পৰা অসমত চৰকাৰী খণ্ডত পাতিবলৈ লোৱা সঙ্গীত মহাবিদ্যালয় পৰামৰ্শ সমিতিত গহন গোঁসাইক অন্তৰ্ভুক্ত কৰিবলৈ অনুমতি বিচাৰি পত্ৰ পাইছিল। কিন্তু স্বাস্থ্যজনিত কাৰণত গোঁসায়ে তাৰ পৰা অব্যাহতি বিচাৰি মিনতিৰে প্ৰস্তাবিত সঙ্গীত মহাবিদ্যালয়লৈ শুভ কামনা জনায়। ( সংশ্লিষ্ট চিঠি ৩য় খণ্ডত )। অনেক সাংস্কৃতিক সম্মিলনত গোঁসায়ে সভাপতিত্ব কৰিছিল আৰু লিখিত অথবা মৌখিক ভাষণেৰে সকলোকে উদ্বুদ্ধ কৰিছিল। এই প্ৰসঙ্গত ডিব্ৰুগড় সংগীত সম্মিলনী, দেৰগাঁও আৰু তেজপুৰৰ বিভিন্ন সাংস্কৃতিক সম্মিলনীৰ কথা উল্লেখ কৰিব পাৰি।

গোঁসায়ে সঙ্গীতৰহে নালাগে অক্ষৰ জ্ঞান নথকা অতিপ্ৰাকৃত লোককো

অতি সহজে আৱশ্যকীয় নাট-ভাওনা বা গীত-মাত জনাত পটু কৰি তুলিছিল আৰু পিছলৈ তেনে লোকেই সেই সেই ক্ষেত্ৰত মুখ্য প্ৰশিক্ষক ৰূপে পিচৰ চামক আগবঢ়াই নিছিল। তেনেকৈ নেফাৰ গিৰিবাসী ছাত্ৰসকলক প্ৰশিক্ষণ দি অসম-নেফাহে নালাগে ভাৰতৰ ৰাজধানী দিল্লীতো নাট মঞ্চস্থ কৰি প্ৰশংসা অৰ্জন কৰিছিল। অসম সাহিত্য সভাৰ টীয়ক অধিবেশনৰ সাংস্কৃতিক সন্ধিয়াত যোগ দিয়াই নিজৰ আৰু ছাত্ৰসকলৰ বাবেও ভূয়সী প্ৰশংসা লাভ কৰিছিল।

গহন চন্দ্ৰ গোস্বামীদেৱৰ প্ৰশিক্ষণ বিচক্ষণতা সম্পৰ্কে মাজগাঁৱৰ শ্ৰীযামিনীচৰণ বৰুৱাই কয় যে এবাৰ ৰাসলৈ মাত্ৰ তিনিদিন বাকী থাকোঁতে গোঁসায়ে তেওঁক শ্ৰীকৃষ্ণৰ ভাও লবলৈ নিৰ্দেশ দিলে। তেওঁ বোলে "মই এই কম সময়ত পদ্ম-পয়াৰ বিলাপৰ তাল মান কেনেকৈ শিকিম ?" গোঁসায়ে ক'লে "আহা, মই শিকাওঁ" বুলি মাত্ৰ হাতৰ আঙুলিৰ উচ্চ-নিম্ন আৰু হ্ৰস্ব-দীৰ্ঘ চালনেৰে বিভিন্ন ৰাগ-তালৰ সম্যক জ্ঞান ওপজালে আৰু তাৰ ফলতে শ্ৰীবৰুৱাই কৃষ্ণৰ সুন্দৰ ভাও দি দৰ্শক ৰাইজৰ শলাগনি লাভ কৰিলে। এই ৰাসতে স্বৰ্গীয় হৰেন মহন্তই সূত্ৰধাৰ হৈ ওলাইছিল। তেওঁকো একেদৰে পটু কৰি উলিয়াইছিল। সেই দুদিনীয়া ৰাস উৎসৱ ইমান উপভোগ্য হৈছিল যে স্থানীয় ৰাইজে আজিও তাৰ উল্লেখ কৰে। এই প্ৰসঙ্গতে গোঁসাইৰ পৰা শিক্ষা লৈ প্ৰখ্যাত হোৱা গায়ন বায়ন দুই চাৰিজনৰ নাম উল্লেখ কৰিব পাৰি। তেখেতসকল হ'ল স্বৰ্গীয় গিৰিকান্ত মহন্ত ( নগাওঁ ), স্থানীয় স্বৰ্গীয় লুডাই বায়ন, টঙ্কেশ্বৰ বায়ন, দেবী কুৰ্মী আদি। এইসকলে ভাওনা, ৰাসোৎসৱ আদিত কৃতিত্বৰে অংশ গ্ৰহণ কৰাৰ উপৰিও পৰবৰ্তী বহু জনক প্ৰশিক্ষণ দি গৈছে।

তেখেতৰ সকলো উদ্যোগতে প্ৰতি দিশকে নিখুঁত কৰি তোলাৰ বাবে কোনো কষ্ট বা খৰছকে বেছি বুলি গণ্য নকৰিছিল। সেইবাবেই প্ৰতি ক্ষেত্ৰতে কৃতকাৰ্যও হৈছিল। গোঁসাইৰ নাম-ভাওনা আদি আদৰ্শৰ চানেকি আৰু কিম্বদন্তি। গোঁসায়ে কৰা ৰাসৰ ৰভা হ'ব লাগিব মণ্ডলাকাৰ। প্ৰৱেশ নিৰ্গমণ, ছোঁ-ঘৰ যথাস্থানত। সাজ-পোছাক, বচন, বাদ্য উপস্থাপন, দৰ্শক ৰাইজৰ আসন-বসন, গোহৰ, আঁৰিয়া, অগ্নিগড় সকলোবোৰ যথাযথ শাস্ত্ৰীয় নিৰ্দেশানুযায়ী আৰু ৰুচিসন্মত হ'ব লাগিছিল। তেখেতে ভাওনাৰ মাজত লিখা চাই বচন গাবলৈ নিদিছিল। বৰগীত, ঘোষা আদি কিতাপ চাই

গোৱাটো তেখেতে পছন্দ নকৰিছিল – লয় ভঙ্গ হয় বুলি ।

গহন গোঁসায়ে সংস্কৃতিৰ ৰস সকলো সমাজে পোৱাটো বিচাৰিছিল আৰু তেনে উদ্যোগত সহযোগ কৰিছিল । আনন্দৰ স্বাদত কোনো জাতি-বৰ্ণৰ ভেদাভেদ থাকিব নোৱাৰে, তদৰ্থে তেখেতৰ প্ৰযত্ন । সেয়ে ১৯৫৫ চনতে বৰবিল বাগিছাৰ চাহ কৰ্মীসকলৰ হতুৱাই ৰাস-ভাওনা উৎসৱ কৰাইছিল । তাত নিজে যোগদান কৰিছিল আৰু উদ্যোক্তাসকলৈলে উদ্‌গনি স্বৰূপে পঞ্চাচ টকা মাননিৰে সম্মান যাঁচিছিল । এনে উদাহৰণ বহুত আছে । আগ্ৰহে গোঁসাইক সদায় টানিছিল । যি সকলৰ গহন গোঁসাইৰ লগত বহি নাম প্ৰসঙ্গ গোৱাৰ বা দেখা-শুনাৰ সৌভাগ্য হৈছিল সেই সকলে জানে যে গোঁসাই নামত বহিলে তন্ মন্ চিত্ত একাগ্ৰ কৰি বহে, যেন তেখেত ধ্যানতহে বহিছে । তাল মান ৰাগৰ সমন্বয় ৰাখি উচ্চ স্বৰত যেন ভগৱন্তৰ ওচৰত আত্ম নিবেদন কৰিছে আৰু দিবলৈ একো বাকী ৰখা নাই এনে এটা পৰিবেশ সৃষ্টি কৰি লোককো তাত নিবিষ্ট কৰায় । পদৰ অৰ্থানুযায়ী হাতৰ ভঙ্গিৰে বিষয়টি বুজাত সহায় কৰে আৰু সাঙ্গীতিক-নাটকীয় তথা ৰোমাঞ্চকৰ পৰিবেশ সৃষ্টি কৰি সকলোকে উদ্বুদ্ধ কৰে । সঙ্গীসকলৰ সহযোগৰ সুবিধাৰ্থে পদৰ পিছৰ অংশ লাহেকৈ স্মৰণ কৰায় । তেনে কৰাত গতি ভঙ্গ নোহোৱাকৈ সিসকলে গাই যাব পাৰে । তেখেতে সঙ্গীসকলৰ পৰা সমানে একাগ্ৰতা আৰু প্ৰয়াস বিচাৰে । সেইখিনি নাপালে বা কোনোৱে তাল ভংগ কৰিলে কটাক্ষ কৰি তাক শুধৰায় । অৱশ্যে কেতিয়াবা গোঁসাইৰ গীতৰ ৰাগ ইমান উচ্চ মাত্ৰালৈ যায় যে সৰ্বসাধাৰণ সংগীয়ে সংগতি ৰাখিব নোৱাৰা হয় ।

গহন গোঁসায়ে নাম গোৱা তালযুৰি সহযোগী ৰাইজৰ সংখ্যানুপাতে ডাঙৰ হয় । সৰু তালত সাঙ্গীতিক লয় ফুটি নুঠে । সেই জোখৰ তালেৰে নাম উচ্চৰ পৰা উচ্চস্তৰলৈ উঠি স্বৰৰ ৰাগ সলনিৰ বাবে উচ্চতম শিখৰ পাব । আকৌ নিম্ন স্তৰলৈ ধীৰে ধীৰে নামি দ্ৰুতগতিত সামৰণি পৰিব । দ্ৰুতগতিত গালেও গোঁসাইৰ তাল নাকাটে । তালযোৰ শূন্যতে ঘূৰায় আৰু মানুহজনো বহা অৱস্থাতে মণ্ডলাকাৰে ঘূৰে । নামৰ আনন্দত গোঁসাই আত্মহাৰা হয় আৰু সংগীসকলকো সেই পৰ্যায়লৈ লৈ যায় । নামৰ মূৰ্চ্ছনা সংগী বা শ্ৰোতাসকলৰ অন্তৰত বাজি থাকে আৰু পিছলৈ স্মৃতিপটত অংকিত হৈ আনন্দৰ উৎসস্বৰূপে ৰৈ যায় ।

গহন চন্দ্ৰ গোস্বামীদেৱৰ সংগীত ৰাগপ্ৰধান। ৰাগবোৰ শাস্ত্ৰৰ নিৰ্দেশানুযায়ী হ'ব। প্ৰায় উচ্চ স্বৰৰ। নামৰ বেলিকা কোৱাৰ দৰে একান্ত চিত্তে প্ৰথমতে ৰাগ টানি তাৰ পৰিচয় দিব। ৰাগে গীতৰ পৰিবেশ সৃষ্টি কৰিব পাৰিব লাগিব। শ্ৰোতাৰো মন থিৰ হ'ব লাগিব ৰাগ-ধ্বনিত। তাৰ পিছত গীতৰ ঘোষা বা ধ্ৰুৱ ভাগ আৰু পদ। প্ৰতি ঘুৰি পদৰ লগে লগে ধ্ৰুৱ ভাগ দোহৰা নিয়ম। হাতৰ ভঙ্গি থাকিবই। বাদ্য সংগত হ'ব কিন্তু প্ৰাধান্য নাই। অৰ্থাৎ বাদ্যই গীত ভাগক গিলি ধৰিব নালাগিব। গোঁসাইৰ গলগলীয়া মাতৰ গীতে শ্ৰোতাৰ অন্তৰত আনন্দ ঈশ্বৰানুভূতি জাগৃত কৰা স্বাভাৱিক।

তেখেতৰ ভাওনাৰ পৰিপাটিত্ব আৰু প্ৰস্তুতিৰ কথা ওপৰত কোৱা হৈছে। তদুপৰি তেখেতে বিভিন্ন দৃশ্যৰ বাবে উপযুক্ত পৰিবেশ সৃষ্টি কৰিবলৈ নাটকীয় কৌশল প্ৰয়োগ কৰিছিল। ভাৱৰীয়াৰ বচন, অঙ্গি-ভঙ্গি, প্ৰৱেশ, স্থিতি, সূত্ৰধাৰৰ নৃত্য, শ্লোক, গীতৰ ধুৰা আদি পৰিকল্পিতভাৱে উপস্থাপন কৰাইছিল। তেখেতে এটা সময়ত সাতোটা খোল একেলগে বজোৱা দৃশ্য অপূৰ্ব আছিল। শেষ বয়সলৈকে ৰাজহুৱা সভাত পূৰ্ব প্ৰস্তুতি নোহোৱাকৈও ঘোষা বা গীত গাই কাৰ্য সম্পাদনৰ লগতে শ্ৰোতা ৰাইজক আনন্দ দিছিল।

বহুকাল আগৰ কথা। তৎকালীন অসমৰ প্ৰধানমন্ত্ৰী স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱ মন্ত্ৰী হোৱাৰ পিছতে তেজপুৰলৈ আহোতে বাণ-ৰঙ্গমঞ্চত তেখেতক সম্বৰ্দ্ধনা জনোৱা হৈছিল। সেই সভাত গোঁসায়ে সাতোটা খোল একেলগে একে সময়তে বজাই মন্ত্ৰীজনা আৰু ৰাইজক মোহিত কৰিছিল। দেখালোকে সেই কথা আজিও শ্ৰদ্ধাৰে কয়।

## ২৩। গহন চন্দ্ৰ গোস্বামীৰ সাহিত্য প্ৰীতি

বাল্যকালৰে পৰা গহন চন্দ্ৰৰ সাহিত্য চৰ্চাত ৰাপ আছিল। সংস্কৃত ভাষাৰ অধ্যয়নে তাক আকৌ সবল কৰি তোলে। নৱদ্বীপৰ পৰা যেতিয়া সংস্কৃত শিক্ষান্তে 'কবিৰত্ন' উপাধি লৈ আহিল তেতিয়া স্বাভাৱিকতে এই বিষয়ত নেতৃত্ব লোৱাৰ সুবিধা হ'ল। প্ৰায় ১৯২১ চন মানত তেওঁ 'মাজগাঁও ছাত্ৰ সভাৰ' সভাপতি মনোনীত হয়। সাহিত্য চৰ্চা সেই সময়ৰ ছাত্ৰ সভা বিলাকৰ সাধনাৰ বিষয় আছিল। মাজগাঁও ছাত্ৰ সভাই নিয়মিত সাহিত্য চৰ্চা কৰাৰ লগতে 'নিজৰা' নামেৰে এখন আলোচনী সভাৰ পৰা

উলিয়াইছিল। সভাপতি হিচাপে 'নিজৰা'ৰ দায়িত্বও গহন গোঁসাইৰে আছিল। মুঠতে সভা আৰু আলোচনীৰ যোগেদি ছাত্ৰ সমাজত এটা সাহিত্য চৰ্চাৰ বাতাৱৰণ সৃষ্টি হৈছিল। উল্লেখ কৰিব পাৰি যে মাজগাঁও ছাত্ৰ সভাই সেই সময়ত দৰং জিলাৰ বাৰ্ষিক অধিবেশন নিমন্ত্ৰণ কৰি বহুৱাইছিল আৰু আদৰণী সভাৰ সভাপতি আছিল গহন গোস্বামী। গহন গোস্বামীৰ সাহিত্য কৰ্ম তিনি ভাগত ভগাব পাৰি – (১) ধৰ্মীয় (২) সাংস্কৃতিক আৰু (৩) ৰাজনৈতিক। প্ৰথম দুই শ্ৰেণীৰ প্ৰৱন্ধ বা গ্ৰন্থখিনি চিন্তামূলক আৰু শাস্ত্ৰীয় উদ্ধৃতিসমৃদ্ধ। ৩য় খিনি স্বাভাৱিকতে বৰ্ণনামূলক আৰু ইতিহাসসমৃদ্ধ।

সংস্কৃত ভাষাত বিশেষ শিক্ষা লাভ কৰা হেতুকে গোস্বামীদেৱৰ কাৰণে সেই ভাষাৰ গ্ৰন্থ আৰু বৈষ্ণৱ সাহিত্যৰাজি অধ্যয়ন আৰু চৰ্চা কৰাৰ সুবিধা আৰু আগ্ৰহ বেছি। ফলত সেই দিশৰ সাহিত্য সৃষ্টিতে ঘাইকৈ মনোনিবেশ কৰা দেখা যায়। সেই শ্ৰেণীৰ প্ৰবন্ধ বাতৰি কাকত 'জনমভূমি' আলোচনী 'শ্ৰীমন্ত', 'সঙ্কেত' আৰু সাহিত্য সভাৰ স্মৃতিগ্ৰন্থকে আদি কৰি অনেক কাকত-পত্ৰত প্ৰকাশিত হৈছে। বিভিন্ন সভাৰ সভাপতি বা নিৰ্দিষ্ট বক্তাৰ ভাষণস্বৰূপে পঠিত ভালেমান প্ৰবন্ধপাতি পাঠকসকলে পঢ়িবলৈ পাইছে। কিছু লেখা অপ্ৰকাশিতভাৱে আছে। 'ভক্তিসাৰ' নামেৰে এখন বৈষ্ণৱ ধৰ্ম সম্পৰ্কীয় গ্ৰন্থ প্ৰকাশৰ কাৰণে প্ৰস্তুত কৰি থোৱাতে আছে। এই গ্ৰন্থখনি তথা প্ৰকাশিত আৰু অপ্ৰকাশিত প্ৰৱন্ধবোৰ থুপাই প্ৰকাশ কৰিলে দুখন মূল্যবান গ্ৰন্থ পাঠকসকলৰ হাতত তুলি দিব পৰা হয়।

গোস্বামীদেৱে 'তেজপুৰৰ স্বাধীনতা যুঁজৰ চমু বতৰা' শীৰ্ষক এখন পুস্তিকা প্ৰণয়ন কৰি দিছিল যুৱ কংগ্ৰেছৰ অনুৰোধত। ই তেজপুৰ জিলাত স্বাধীনতা আন্দোলনৰ এখন প্ৰত্যক্ষ দলিলস্বৰূপ বিশেষকৈ ১৯৪২ চনৰ আন্দোলনৰ। কাৰণ লিখক সেই আন্দোলনৰ অন্যতম নেতা আছিল। এই পুস্তিকাখনি ৰাজনৈতিক সাহিত্য বুলি ধৰিব পাৰি। তেনেকৈ "স্বাধীনতা যুঁজৰ সোঁৱৰণী" নামেৰে দুই খণ্ড বিৱৰণ লিখিছিল। প্ৰথম খণ্ডত ভাৰতত বৃটিছ সাম্ৰাজ্য স্থাপনৰ পৰা মহাত্মা গান্ধীৰ ঐতিহাসিক বিচাৰলৈ সামৰা হৈছে। বিচাৰৰ সবিশেষ তুলি ধৰা হৈছে গান্ধীজীৰ বক্তব্যৰে সৈতে। দ্বিতীয় খণ্ডত মহাত্মা গান্ধীয়ে অসমৰ বিষয়ে পূৰ্বতে কৰা ভুল মন্তব্যৰ শুধৰণিৰে অসমৰ প্ৰাকৃতিক সৌন্দৰ্য আৰু আইসকলৰ গুণ-গান আদি বৰ্ণনা কৰা কথাখিনি দিছে। এয়া

গান্ধীজীয়ে তেজপুৰ ভ্ৰমণকালত স্থানীয় আৱৰ্ত্ত ভৱনত বহি লিখা। তাৰ পিছত মহাত্মা গান্ধী নগাঁৱলৈ যায়। দ্বিতীয় খণ্ডৰ অন্তত গহন গোঁসায়ে কেনেকৈ নগাঁৱত মহাত্মাৰ দৰ্শন ল'বলৈ পালে আৰু কেনেকৈ তেখেতৰ জীৱনত এটা নতুন সন্ধান পালে তাক বৰ্ণনা কৰিছে। লগতে তেখেতে তেজপুৰলৈ আহি কংগ্ৰেছত ভৰ্ত্তি হৈ দেশৰ কামত যোগদান কৰাত ভকতসকলৰ সন্তুষ্টি আৰু অসন্তুষ্টিৰ মাজেৰে আগবঢ়াৰ কথা কৈ সামৰিছে। এইখিনিও ৰাজনৈতিক সাহিত্যৰ ভিতৰত পৰিব। ইয়াৰ লগত আৰু যোগ দিব পাৰি 'মহাদেৱ শৰ্মাৰ স্মৃতিগ্ৰন্থ'ত অন্তৰ্ভুক্ত সেই নামৰ প্ৰৱন্ধটি। তাতো ব্যক্তিগত অভিজ্ঞতাৰ প্ৰলেপ সনা আন্দোলন সৰ্ম্পকীয় কিছু কথা আছে। ধৰ্ম আৰু ৰাজনীতিৰ ছাঁ নপৰাকৈ লিখা প্ৰৱন্ধৰ ভিতৰত এই কেইটালৈ আঙুলিয়াব পাৰি। "দেৰগাঁৱৰ নিৰ্মল পুস্তকালয় সামূহিক চ'ৰাৰ ৰূপালী জয়ন্তীৰ সভাপতিৰ ভাষণ", 'সংস্কৃতি আৰু আমি', 'সংস্কৃতিৰ অন্তৰালত', 'পৰাণৰ উকি' আৰু 'কলিয়াবৰত দেৰমাহ' প্ৰৱন্ধ। ইয়াৰো দুই এটা পিছত কোনোবাখন আলোচনীত প্ৰকাশ হ'বও পাৰে। এই বিলাকত শাস্ত্ৰৰ উদ্ধৃতি থাকিলেও আলোচনাবোৰ বিশ্লেষণাত্মক, মানুহ আৰু সমাজৰ বিশেষ দিশৰ ওপৰত গভীৰভাৱে আলোকপাত কৰা বিধৰ। 'কলিয়াবৰত দেৰমাহ' প্ৰৱন্ধটি কলিয়াবৰ অঞ্চলৰ বিভিন্ন স্থান আৰু সমাজ বিষয়ক।

সংস্কৃতি আৰু ধৰ্ম অঙ্গাঙ্গী। বৈষ্ণৱ ধৰ্ম বিষয়ক শাস্ত্ৰীয় আলোচনাই গহন গোঁসাইৰ বেছি ভাগ সাহিত্য কৰ্মৰ মূল বস্তু। তেখেত নিজে ধৰ্মপ্ৰাণ আৰু জীৱিকাও ধৰ্ম-কৰ্ম সম্পৰ্কীয়। সেই হিচাপে ধৰ্মীয় সাহিত্য-চৰ্চা বা আলোচনা তেখেতৰ সহজাত। তেখেতৰ প্ৰায় ত্ৰিশটা প্ৰৱন্ধ আৰু ভালেমান ভাষণ ধৰ্ম সম্পৰ্কীয়। আনকি এজন প্ৰপন্ন শিষ্যলৈ ব্যক্তিগত চিঠি এখন লিখিবলৈ লৈয়ো ধৰ্ম তত্ত্বৰ কথাৰে পাৰ্তনি তৰি চিঠিখন লিখিছে। এইখন চিঠি যথাস্থানত প্ৰকাশ কৰা হৈছে।

ত্ৰিশৰ দশকৰ পৰা অন্তিম কাললৈকে অসংখ্য ধৰ্মালোচনী সভাত তেখেতে সভাপতিত্ব কৰিছে বা যোগদান দিছে। সেইবোৰত দিয়া ভাষণ বা আলোচনাও বৈষ্ণৱ ধৰ্ম বিষয়ক। প্ৰৱন্ধৰ উপৰিও যিখন 'ভক্তিসাৰ' বুলি গ্ৰন্থৰ কথা উল্লেখ কৰা হৈছে তাকো শিৰোনামাৰ পৰাই ভক্তি ধৰ্ম বিষয়ক বুলি জনা যায়। 'ৰাস তত্ত্ব' নামেৰে এখন পুস্তিকা আকাৰৰ গ্ৰন্থৰ পাণ্ডুলিপি আছে। তাৰো বিশ্লেষণ ভক্তি ধৰ্মীয়।

তেখেতৰ আঠোটামান সাংস্কৃতিক বিষয়ৰ প্ৰৱন্ধ আছে। তাত অঙ্কীয়া ভাওনা আৰু বাদ্যসমূহৰ বিতং বিৱৰণ আৰু আধ্যাত্মিক বিশ্লেষণ পোৱা যায়। প্ৰৱন্ধৰ শিৰোনামাবিলাকে তাৰ অন্তনিৰ্মিত আলোচনাৰ ধাৰণা দিব। যেনে – 'খোল বাদ্যৰ তত্ত্ব ব্যাখ্যা', 'গীত আৰু বাদ্য', 'অঙ্কীয়া ভাওনাৰ ৰূপৰেখা', 'অসমীয়া ভাওনাৰ পৰম্পৰা' আদি।

সত্ৰীয়া সংগীতো মাৰ্গীয় সঙ্গীতেই। উদ্দেশ্য ঈশ্বৰৰ সন্ধান। নাম-কীৰ্তন, ভাওনা, আলোচনা আদিৰ লগতে গোঁসাইৰ সাহিত্য চৰ্চাও সেই সন্ধান বিষয়ক আৰু দুইটাতে তেখেতে সাধকৰ একাগ্ৰতাৰে আজীৱন লাগি আছিল। তেখেতে নিজেই ব্যক্ত কৰিছে "সাহিত্যক ভালপোৱাৰ বাহিৰে সাহিত্যৰ সেৱা ধৰিব পৰা জীৱনত নঘটিলেই। সেইবাবে দুই চাৰিটা প্ৰৱন্ধহে লিখিব পাৰিছিলোঁ মাথোন।"

গহন গোঁসাই 'অসম সাহিত্য সভা'ৰ লগত সুদীৰ্ঘকাল জড়িত আৰু তাৰ আজীৱন সভ্য আছিল। সুবিধা পালেই তেখেতে বাৰ্ষিক অধিবেশনবোৰত যোগদান কৰিছিলগৈ। বিশেষকৈ সাংস্কৃতিক বিষয়বোৰত তেখেতৰ মতামত শ্ৰদ্ধাৰে বিচৰা হৈছিল। অইন সাহিত্যত বা সাংস্কৃতিক প্ৰতিষ্ঠানৰ নিমন্ত্ৰণীতো গোঁসায়ে আগ্ৰহেৰে সহাঁৰি দি যোগদান কৰিছিল বা প্ৰৱন্ধ পাতিৰে সহায় আগবঢ়াই উদ্‌গনি দিছিল।

অসম সাহিত্য সভাৰ শাখা 'তেজপুৰ সাহিত্য সভা'ৰ তেখেত দীৰ্ঘকালৰ কাৰণে সভাপতি আছিল। কেৱল সেয়ে নহয়, তেজপুৰ সাহিত্য সভাৰ ১৯৬৮ চনত বহা বাৰ্ষিক অধিবেশনৰ পৰা আৰম্ভ কৰি সাহিত্য সভা ভৱন নিৰ্মাণ কৰাকে ধৰি বিভিন্ন পৰ্যায়ত তেখেতে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। ১৯৭০ চনত গোস্বামীদেৱক সাহিত্য সভাৰ ফালৰ পৰা ৰাজহুৱা সম্বৰ্দ্ধনা জনোৱা হয় বিপুল জনসমাবেশৰ মাজত। ১৯৭১ চনৰ মাজভাগত তেখেত তেজপুৰ সাহিত্য সভাৰ ষষ্ঠজন সভাপতি নিৰ্বাচিত হয় আৰু ১৯৭৯ চনৰ জানুৱাৰী মাহৰ মৃত্যুৰ দিনলৈকে সেই পদত থাকে। এই কালছোৱাত অসমৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যমকে আদি কৰি বহু সমস্যাই মূৰ দাঙি সমাজক বিব্ৰত কৰিছিল। গহন চন্দ্ৰ গোস্বামীদেৱে এই সময়ত সাহিত্য সভাৰ যোগেদি সমাজক নেতৃত্ব দি সেইবোৰ সমাধানত প্ৰভূত বৰঙণি যোগাইছিল। শ্ৰীনবীনচন্দ্ৰ কাথহাজৰিকা ডাঙৰীয়া সেই সময়ত তেজপুৰ সাহিত্য সভাঁৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল। তেখেতে ১৯৬৮ চনত বহা

অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনৰ পৰা ১৯৮৩ চনত বিধান সভালৈ নিৰ্বাচিত হোৱালৈকে এই দায়িত্বত থাকি গোঁসাইৰ একান্ত সহযোগী আছিল। শ্ৰীকাথহাজৰিকা ডাঙৰীয়াই এই কালছোৱাত সাহিত্য সভাত গোঁসাইৰ ভূমিকাৰ বিষয়ে এটা বিস্তৃত প্ৰবন্ধ যুগুত কৰি দিছে। সেইটি যথাস্থানত প্ৰকাশ কৰা হৈছে। গতিকে এই বিষয়ত আৰু বিশেষ নকৈ মাত্ৰ এটা কথাৰ উল্লেখ কৰিব পাৰি যে এই সময়ছোৱাৰ ভিতৰতে তেজপুৰ সাহিত্য সভা প্ৰাঙ্গনত 'ত্ৰিমূৰ্তি বেদী' নামেৰে তেজপুৰ তথা অসমৰ সাহিত্য সংস্কৃতি সাধক জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভা আৰু ফণী শৰ্মাৰ তিনিটা আৱক্ষ প্ৰস্তৰ মূৰ্তিৰ বেদী এখন স্থাপন কৰা হয়। এই কাৰ্যৰ জড়িয়তে ভৱিষ্যত বংশধৰসকলৰ কাৰণে এই মহান কলা সাধক কেইজনাৰ স্মৃতি যুগমীয়া কৰি ৰখাৰ ব্যৱস্থা কৰা হৈছে। সেই কালছোৱাতে সাহিত্য সভাৰ কাৰণে এটা আলহীঘৰ নিৰ্মাণ কৰাটোও উল্লেখযোগ্য। নিৰ্মাণৰ প্ৰায়খিনি খৰছৰ ধন এজন স্থানীয় ব্যৱসায়ীয়ে দান হিচাবে আগবঢ়াইছিল।

গহন গোঁসাইৰ সাহিত্যৰ ভঙ্গি বা ঠাঁচ হৈছে ভকতীয়া। প্ৰথমা বিভক্তি যুক্ত বাক্যবোৰ প্ৰায় ভাববাচ্যতে প্ৰকাশ কৰা দেখা যায়। কৰ্তৃবাচ্য কম। পঢ়ি যাওঁতে ঈশ্বৰ নিৰ্ভৰশীল মনোভাৱৰ কথা অনুভৱ কৰা যায়। বাক্যবোৰ প্ৰায় দীঘলীয়া। উপযুক্ত সংস্কৃত মূলীয় বা আভিধানিক শব্দ প্ৰয়োগেৰে সেইবোৰৰ জেউতি চৰোৱা। বাক্যত গাম্ভীৰ্য আছে। পাতলীয়া বা হাস্যৰসাত্মক কথা কম। অৱশ্যে চিঠিপত্ৰত হাস্যৰসাত্মক বৰ্ণনা নোহোৱা নহয়। এবাৰ এখন চিঠিত লিখিলে– "পৰিবাৰে দীৰ্ঘদিনৰ বাবে শয্যাৰ আশ্ৰয় লোৱাত আমি বিৰাট ৰজাৰ ঘৰত ভীমে লোৱা বাবটি লোৱা হৈছে। সুবিধা হলে ভাওটি চাই যাবহি পাৰে" ইত্যাদি। সাধাৰণতে কিন্তু চিঠিপত্ৰবোৰ অতি আন্তৰিক। মধুৰভাৱ সংপৃক্ত। ঈশ আৰু ভক্ত প্ৰীতিৰ নিদৰ্শন পংক্তিয়ে পংক্তিয়ে বৈ পৰা। লোকে সেই চিঠি পাই নিশ্চয় সংৰক্ষণ কৰিবলৈ বিচাৰিব।

## ২৪। গহন গোস্বামী মানুহজন আৰু তেখেতৰ পৰিয়াল

স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামী দেখিবলৈ "দৰশিত সুন্দৰ, গৌৰ কলেবৰ"। তেখেত বহল কপালেৰে, দীঘলীয়া কাণেৰে সুগঢ়িত মুখ মণ্ডলৰ গৰাকী আছিল। ঈশ্বৰ শক্তিসম্পন্ন লোকৰ কাণ সৰ্বসাধাৰণতকৈ দীঘল হয় বুলি

জনবিশ্বাস আছে। তেখেতৰ গা আটিল। অলপ চুটি। বচন গম্ভীৰ, খোজ গম্ভীৰ আৰু খৰতকীয়া। মূৰৰ পিছফালে দীঘল চুলি আছিল যদিও কান্ধলৈকেহে পৰা, শিল্পীসুলভ। যিকোনো সমাজতে দৃষ্টি আকৰ্ষণ কৰিব পৰা সভা শুৱনী পুৰুষ। গাত যথেষ্ট শক্তি আছিল। চলন ফুৰন সতেজ, সদায় কৰ্মব্যস্ত, বেমাৰ আজাৰ কম। মন প্ৰফুল্লিত সদানন্দময়। আলাপত ৰসিক। সম্বোধনত মধুৰ। ল'ৰা, বুঢ়া, চেমনীয়া, গাভৰু, প্ৰৌঢ়া সকলোকে মৰম লগাকৈ 'আইটি', 'সোণাই' 'ময়না', 'মা', সম্বোধনেৰে দেখা মাত্ৰকে আপোন কৰি লৈছিল। গুণীজনৰ কথাই নাই বয়সস্থ লোকক 'দেৱ' শব্দটি যোগ দিহে আলাপ কৰে। এই গুণটিৰ কথা সকলোৱে একেবাক্যে স্বীকাৰ কৰি তেখেতৰ নাম উচ্চাৰণতে প্ৰশংসা কৰে।

ব্যৱহাৰত অমায়িক, সৰবৰহী, তেখেতক সেৱা জনোৱাজনক সমানে সেৱা শ্ৰদ্ধা জনাই আপ্যায়িত কৰে। উচ্চাম্বিকা ভাৱ বৰ্জিত। অন্তৰত অফুৰন্ত মৰম। গোঁসাই এটা সংস্কাৰমুক্ত প্ৰগতিশীল মনৰ গৰাকী আছিল। বসুধৈৱ কুটুম্বকম্ ভাৱ লৈ সকলো শ্ৰেণীৰ লোকৰ সকলো প্ৰকাৰ মঙ্গলৰ প্ৰতি সচেতন আৰু সচেষ্ট আছিল। লোকৰ সেৱাত তেখেত পৰম সন্তুষ্টি লাভ কৰে। সকলোকে দি থৈ খালেহে সন্তোষ। লোকক আপ্যায়ন কৰাটো সেৱাৰ কথা বুলিয়েই গণ্য কৰে। কোনোবাই যদি নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰে, পিছত লগ পাই সেই প্ৰসঙ্গ ওলালেই ক'ব যে "সিজনৰ সেৱাৰ পৰা আমি বঞ্চিত হোৱা হ'ল।" জেল জীৱনতো নিজৰ ভাগৰ গাখীৰৰ সতীৰ্থক নিয়মীয়া ভাগ দিয়াৰ কথা শ্ৰীমহানন্দ বৰাদেৱে উল্লেখ কৰিছে। গোঁসাই ভোজনত মধ্যমীয়া আছিল। পিছৰ ডোখৰত নিৰামিষ আহাৰহে গ্ৰহণ কৰিছিল। সাত্ত্বিক আহাৰ তেখেতৰ প্ৰিয়। আৱশ্যকমতে প্ৰায়েই নিজে পাগ কৰি খোৱা অভ্যাস। জেল জীৱনত আৰু চিলঙত বিধান সভাৰ সদস্য হৈ থকা কালতো পাৰিতপক্ষে এই অভ্যাস মানিছিল। নিজে পাগ কৰি খোৱাটো সাত্ত্বিকতাৰ ভিতৰুৱা আচাৰ বুলি গণ্য কৰিছিল। তেনেকৈ গা-ধোৱাটোও। নাম প্ৰসঙ্গ বা ভোজনৰ আগতে বাটি-ফুৰা গাটো ধুই লোৱাটো এটা ধৰ্মীয় আচৰণ। আলহী তেখেতৰ প্ৰিয় আছিল। আলহীৰ সৈতে ভোজন বা সহস্থান এটা সত্ৰীয়া পৰম্পৰা। এইটো তেখেতে নিজৰ ঘৰত যেনেকৈ মানিছিল, নিজে আলহী হৈ গ'লে বা ৰাজহুৱা শিবিৰবোৰত থাকিলেও আগন্তুক অথবা ভোকাতুৰজনৰ ক্ষেত্ৰত এনে নিয়ম

পালন কৰিছিল। বিশেষ এদিনৰ ঘটনা উল্লেখযোগ্য। পণ্ডিত জৱাহৰলাল নেহৰু প্ৰধানমন্ত্ৰী হোৱাৰ আগতে এবাৰ তেজপুৰলৈ অহাত দূৰ-দূৰণিৰ লোক আহি এই ঠাই ভৰি পৰিছেহি। তেখেতক চাবলৈ চাৰিজন ডেকা ল'ৰা জামুগুৰিৰ পৰা খোজকাঢ়ি আহিছে। লগত পা-পইচা নাই। কংগ্ৰেছ অফিচত নেহৰু আৰু কৰ্মীসকলৰ বাবে ৰাজহুৱা খোৱাৰ আয়োজন, কিন্তু টিকট লৈ প্ৰৱেশ কৰাৰ ব্যৱস্থা। ল'ৰা কেইজনে ভোকত কাতৰ হৈ খাবলৈ পোৱাৰ আশাৰে ঘূৰা-ঘূৰি কৰিছে। সকলোৱে প্ৰৱেশ নিষেধ বুলি সিহঁতক আঁতৰাইছে। অন্তত কথাটো ভিতৰৰ দায়িত্বত থকা গোঁসাইৰ কাণত পৰিল। তেখেত আগবাঢ়ি আহি সিহঁতৰ গম-গতি ল'লে আৰু পিছ দুৱাৰেদি মাতি নি পাগঘৰতে খুৱাই পঠিয়াই দিলে। সেই সকল লোকে এতিয়াও সোঁৱৰে গোঁসাইৰ দৰদ।

গোঁসাইৰ সাজ-পোছাকৰ পৰিষ্কাৰ-পৰিচ্ছন্নতা চকুত লগা। তেখেতে ডিঙিত এখন চাদৰ মেৰ মাৰি লৈছিল। গোঁসাইৰ চৰিত্ৰৰ দৃঢ়তা বাহিৰতো ফুটি উঠিছিল। সেয়ে তেখেতৰ ওচৰলৈ গলে লোক সাধাৰণতে গহীন আৰু সংযত হৈ যাব লাগিছিল। এইটো তেখেতৰ ব্যক্তিত্বৰ প্ৰভাৱ। তেখেত আছিল দৃঢ়মনা, আত্মবিশ্বাসী, উদাৰ আৰু ত্যাগী। দৃঢ়মনা আৰু লক্ষ্যৰ প্ৰতি একনিষ্ঠতা নাথাকিলে কোনেও ভোগ-আৰামৰ পৰম্পৰা এৰি লাওলোৱা সন্ন্যাসী হ'ব নোৱাৰে। কিমান দেশপ্ৰেম আৰু উছৰ্গাৰ মনোভাৱ থাকিলে নিজৰ সন্তানক নবীয়া পাটিত এৰি কৰ্মপ্ৰাণ চন্দ্ৰ নাথৰ দৰে দেশৰ কামত ওলাই যাব পাৰে ? পৰা সকলৰ শাৰীত গোঁসাই এজন। নীচতা, দীনতাই তেখেতৰ মনত স্থান নাপাইছিল। শাস্ত্ৰীয় মত, যুক্তিযুক্ততা আৰু প্ৰগতিশীল চিন্তাই তেখেতৰ পাথেয় আছিল। গোঁসাই বাস্তৱত সংবেদনশীল লোক আছিল। নিকামূল সত্ৰত যিবোৰ যাত্ৰা-ভাওনা হৈছিল সেইবোৰত নিকটৱৰ্তী শিল্পীসকলেতো যোগ দিছিলেই, তাৰ উপৰিও তেখেতে কৃতী শিল্পীসকলক দূৰৰ পৰাও হাঁকুটিয়াই আনিছিল। গোঁসায়ে বহুদিন আগৰে পৰা আখৰা দিয়া নিয়ম। আখৰা সত্ৰতে সাধাৰণতে হয়। কিন্তু দূৰণিৰ শিল্পীসকলক উৎসাহ দিয়াৰ নিমিত্তে আখৰাবোৰ সময়ে সময়ে বা পাল-পাতি সেই শিল্পীসকলৰ গাঁৱত পাতেগৈ। ইয়াৰ দ্বাৰা স্থানীয় ৰাইজ ভাওনাৰ প্ৰতি আকৃষ্ট হয়। সহযোগো স্বাভাৱিকতে আহে। এই প্ৰচেষ্টা বহুমুখী। গোঁসায়ে বোলে "সদায়ে যে আমাৰ ইয়ালৈকে আহি থাকিব লাগে আমিও

তেওঁলোকৰ তালৈ যাওঁগৈচোন ব'লা ।" লগৰ সকলে যদি "বাট দূৰ, আপুনি যাব নালাগে" বুলি কয় তেতিয়া গোঁসায়ে বোলে "মইহে তোমালোকতকৈ আগতে ওলামগৈ" বুলি আগবাঢ়ি গৈ সেই গাঁৱৰ স্থানীয় ৰাইজক মাতি বুলি উলিয়াই আনে, ইসকল গৈ ওলায় মানে ।

গোস্বামীদেৱ ৰসিক আছিল । সমূহীয়া ৰাইজক খুহুতীয়া কথা কৈ সমাজ ৰসাল কৰি তুলিছিল । সেয়ে গোঁসাইৰ লগত ৰাইজে দূৰণি বা দুৰ্গম বাট অতিক্ৰম কৰাত বা ৰাজহুৱা কামত কামটো শেষ নোহোৱালৈকে লাগি থাকি সময়নো কেনি যায় ক'বকে নোৱাৰিছিল । আন্দোলনৰ সময়ত গধুৰ আলোচনাৰ মাজে মাজে তেনে মনোৰঞ্জক কথা বা সাধু কৈ মনবোৰ পাতল কৰিছিল । সমাজ আৰু সময় চাই শাস্ত্ৰীয় বচন, গুৰু চৰিত্ৰৰ উদ্ধৃতি আদি দি শ্ৰোতাৰ মন ধৰ্মীয় ভাৱেৰেও সিক্ত কৰিছিল । মুঠতে গহন গোঁসাই থাকিলে নিৰানন্দ থাকিব নোৱাৰে । লোকে বিচাৰিছিল তেখেতৰ সঙ্গ সুখ, বিনিময়ত লাভ কৰিছিল পৰমানন্দ ।

তেখেতৰ এটা অধ্যয়নশীল মন আছিল । জিৰণি পৰত বা ঘৰত থকা সময়ত, (কাৰণ বেছিভাগ সময় প্ৰবাসতে কটাইছিল) গোস্বামীদেৱ উচ্চ-চিন্তা সাহিত্য চৰ্চা আৰু সাংস্কৃতিক তথা সমাজৰ হিতকৰ সংগঠনৰ ভাৱনাত ব্যস্ত আছিল । বাতৰি কাগজ, আলোচনী, গ্ৰন্থ নিয়মিতভাৱে পঢ়িছিল আৰু আৱশ্যকীয় টোকা ৰাখিছিল । চিঠিপত্ৰ লিখাত বা উত্তৰ দিয়াত নিয়মীয়া আছিল ।

গোঁসাই ঘৰুৱা কামতো পটু আছিল । নজনা কাম নাই বুলিলেই হয় । খেতি-খোলা, গো-পালন, মৌ-পালনকে ধৰি বাঁহ-বেতৰ কাম, কাঠৰ কাম জানিছিল, নিজে কৰিছিল আৰু লোককো শিকাইছিল । ৰন্ধা-বঢ়া কামৰ কথা ক'বই নালাগে । ৰাজহুৱা সবাহত বা শিবিৰবোৰত পাগৰ দায়িত্বত সদায়ে গহন গোঁসাই– ই সৰ্বজন বিদিত । ৰন্ধা-বঢ়া ৰুচিকৰ আৰু পৰিবেশন পৰিপাটি । গহন গোঁসাই সদায় মিতাচাৰী আৰু নিয়মানুৱৰ্তী । সময়ৰ জ্ঞান অপৰিসীম । সময়তকৈ আগতে উপস্থিত হোৱাই সকলো কাৰ্যতে তেখেতৰ নিয়ম । তাত বাট দূৰ, দুৰ্গম অথবা যান-বাহন প্ৰাপ্তি বা দুষ্প্ৰাপ্যতাৰ প্ৰশ্ন নাই । দিন-ৰাতিৰো ভেদা-ভেদ নাথাকে । যেনে কথা তেনে কাম । যেনিবা প্ৰতিৰক্ষাৰ অনুশাসনহে ।

গোঁসাইৰ এইন আকৰ্ষণীয় গুণবোৰৰ দৰে তেখেতৰ খংটোও সৰ্বজন

বিদিত। ইয়াত পাত্ৰাপাত্ৰৰ বিচাৰ নাই। খং মানুহজনৰ ওপৰত নহয়, দুষ্কাৰ্যৰ ওপৰতহে। সেই অৱস্থাত কোনো সাৰি যাব নোৱাৰে। তাৰ দুটা দৃষ্টান্ত– এবাৰ পঞ্চাশৰ আগতে বিত্তমন্ত্ৰী স্বৰ্গীয় বিষ্ণুৰাম মেধিৰ ভ্ৰমণত। ছয়দুৱাৰ উচ্চ ইংৰাজী বিদ্যালয় ভৱনৰ বাবে টিনপাত লাগে। ঘৰৰ কাঠ ৰ'দে–বৰষুণে নষ্ট হ'ব ধৰিছে, টিনৰ অভাৱত। টিনৰ নিয়ন্ত্ৰণ আছে, টিন নাই। ৰাইজে গোস্বামীদেৱৰ নেতৃত্বত মন্ত্ৰীজনাক বাটতে ধৰি টিনৰ আবেদন দিলে আৰু ক'লে যে ব্যক্তিগত কাৰণত নহয় হাইস্কুলৰ বাবে টিন লাগে। নহলে ল'ৰা-ছোৱালীৰ পঢ়া কি হ'ব ? চৰকাৰে ইয়াৰ ব্যৱস্থা কৰিবই লাগিব। মেধিৰ খংটোও কপালৰ আগতে। তেখেতে বোলে "মই মন্ত্ৰ মাতি টিনপাত তৈয়াৰ কৰিব নোৱাৰোঁ নহয়।" তেতিয়া সমান উত্তাপে খং দেখুৱাই গোঁসায়ে উত্তৰ কাটিলে – "মন্ত্ৰীৰ পৰা মন্ত্ৰ মাতি টিনপাত উলিয়াবলৈ আশা কৰা নাই। টিনপাত পোৱাৰ মন্ত্ৰণা বিচৰা হৈছে। মন্ত্ৰীয়ে বিচাৰিলে গুদামত টিনপাত ওলাব।" তেতিয়াই মন্ত্ৰীয়ে যোগান বিষয়াক হুকুম কৰিলে যে গুদামত জব্দ হৈ থকা সাতচল্লিশ বান্ধ টিনপাত এই স্কুললৈ মোকলাই দিব লাগে। ৰাইজে সেই ৰাতিয়েই তেজপুৰলৈ আহি গুদামৰ মালিকৰ অসহযোগৰ কাৰণে তলা ভাঙি টিন লৈ গৈ স্কুলঘৰ সম্পূৰ্ণ কৰিলে। গোঁসাইৰ খণ্ডে গুণ দিলে।

দ্বিতীয়বাৰৰ খং আকৌ আংশিকভাৱে ব্যক্তিগত। ১৯৫৮ চনৰ বহাগ মাহৰ বিহুৰ লগতে স্থানীয় মন্ত্ৰী কামাখ্যা প্ৰসাদ ত্ৰিপাঠীদেৱক ৰাজহুৱা সম্বৰ্দ্ধনা জনোৱাৰ আয়োজন, মাজগাঁও শঙ্কৰ মন্দিৰত। সময় দিনৰ দহ বজাত। গোঁসায়ে ৰাইজৰ আগত হৈ ঢোল-খোল লৈ ল'ৰা-ছোৱালী, গায়ন-বায়নৰ সৈতে সাজু হৈ বাট চাই আছে। মন্ত্ৰী ওলালগৈ চাৰে এঘাৰ বজাত। তেখেতে ব্যাঘ্ৰমূৰ্তি ধৰি মন্ত্ৰীক আগছি ধৰিছে – "বোলে মন্ত্ৰী হৈ সময়ৰ মোল নুবুজে। ৰাইজৰ মান নাৰাখে। গতিকে মন্ত্ৰী উভতি যাওঁক। মিটিং নহ'ব। ৰাইজ যাওঁকগৈ।" কৈয়েই খুলীয়া আদি কৰি আদৰণী দলটিক ভংগ কৰি বিদায় দিলে। তেতিয়া মন্ত্ৰীজনাই যোৰহাতেৰে গোঁসাইক কাকুতি কৰি ৰাইজৰ ওচৰত ক্ষমা প্ৰাৰ্থনা মাগিলে নিজৰ অপৰাধৰ বাবে। নিজেই "কোনো আদৰণি নালাগে" বুলি ৰাইজক মিনতি জনাই সভাঘৰলৈ চপাই আনিলে। ত্ৰিপাঠী ডাঙৰীয়া গহন গোস্বামীৰ সতীৰ্থ, নলে-গলে লগা বন্ধু। তেখেতে গোঁসাইৰ খণ্ডক মোল দিয়ে। পিছত যেনিবা সভা গোঁসাইৰ সভাপতিত্বতে মধুৰেণ সমাপয়েৎ হ'ল।

ৰাইজে কিন্তু এখেতৰ খণ্ডৰ ভমক আজিও পাহৰা নাই। মানৱীয় দুৰ্বলতা থকা ক্ষেত্ৰত অৱশ্যে ব্যৱস্থাও মানবীয়। এনে ঘটনা শ্ৰীগগন চন্দ্ৰ মহন্তই লিখা প্ৰৱন্ধত প্ৰকাশ পাইছে।

গোঁসাই খৰছত মিতব্যয়ী, দানত মুক্তহস্ত। হিচাপত পৰিপাটি। ৰাজহুৱা বা ব্যক্তিগত হিচাপ পাইটৌলেকে বিতংভাবে ৰাখে। জীৱনৰ প্ৰতি ক্ষেত্ৰতে পাৰিপাট্য তেখেতৰ বৈশিষ্ট্য। সত্ৰৰ হাউলি, বাসগৃহ, নামঘৰ, দেৱাল, বাট চ'ৰা, প্ৰৱেশদ্বাৰ আদি দেখিলে নিৰ্মাণ পৰিকল্পনাৰ বিষয়ে নিশ্চয়কৈ ক'ব পাৰি যে ইবোৰৰ পিছত থকা লোকজন সৌন্দৰ্যপ্ৰিয় হ'ব লাগিব। প্ৰত্যেকটিতে সুচিন্তিত আঁচনি আৰু তদ্ৰূপ প্ৰযোজনা। বস্তুটো দেখা মাত্ৰকে সু-ৰুচিপূৰ্ণ কৰাওঁতা গৰাকীলৈ মনত পৰা বিধৰ। নিৰ্মাণত কাৰ্পণ্য নাই, আধিক্যও নাই। ঠিক জোখৰ। তেখেতৰ বাহটি আহল-বহল তিনিটা টুপেৰে সৈতে অসাধাৰণ নক্সাৰ। ফুলকটা কপালিৰে চাৰিওফালে সুশোভিত। দেখিলেই সৌন্দৰ্য আৰু গাম্ভীৰ্যৰ প্ৰতীক যেন লাগিব। বৈঠকখানাৰ বেৰত অ'ৰা আছে মহাত্মা গা কে আদি কৰি বৰণীয় আৰু স্মৰণীয় অসমীয়া আৰু সৰ্বভাৰতীয় লোকৰ প্ৰতিকৃতি।

অসমীয়া নামঘৰত চন্দ্ৰতাপ অঁৰাটো সাধাৰণ কথা। সেইবোৰ বৰ্গাকৃতিৰ বা আয়তাকৃতিৰ। কিন্তু গোঁসাইৰ গুৰু আসনৰ ওপৰত যিখনি চন্দ্ৰতাপ আঁৰিছে সেইখন তেনেকৈ মণ্ডলাকাৰ বেৰিৰে টানি ধৰাকৈ। মন কৰিলেই তললৈ মুখ কৰা পদুম এপাহ চকুৰ আগত ভাঁহি উঠে। নামঘৰৰ পশ্চিমৰ প্ৰৱেশদ্বাৰৰ দুয়োপাশে অঙ্কিত জয় বিজয়ৰ মূৰ্তিটো ব্যঞ্জনা প্ৰকট। নামঘৰৰ বহিঁদেৱালৰ প্ৰৱেশদ্বাৰ নামঘৰ অনুপাতে ওখ আৰু গাম্ভীৰ্যপূৰ্ণ। কাষতে থকা বতাৰ প্ৰৱেশদ্বাৰখন সৰু অৱশ্যে সমানুপাতিক। দুয়োখনৰ পাৰ্থক্য যথাযথ।

গহন গোঁসাইৰ শিষ্যসমূহ অসম-অৰুণাচলৰ সৰ্বত্ৰ বিদ্যমান। সেইসকলৰ লগত যি সম্বন্ধ সি পুত্ৰস্নেহতকৈ অধিক। গুৰুচৰিতৰ মতে মাধৱদেৱ পুৰুষে গুৰুজন বেহাৰলৈ শেহবাৰলৈ যোৱাৰ পৰত অশ্ৰুসিক্ত নয়নে কৈছিল– "বাপ, আমাকো যেন পুত্ৰসকলৰ এজন বুলি পদ-পঙ্কজত স্থান দিয়া হয়।" উত্তৰত গুৰুজনে কৈছিল –"মাধৱ, তুমি পুত্ৰ সম কিয় হ'বা ? তুমি মোৰ প্ৰাণ বান্ধৱ।" গহন গোঁসাইৰো শিষ্যৰ প্ৰতি তেনে ভাৱ। তেখেতৰ সান্নিধ্যত শিষ্যসকলে কেনে অময়া অনুভৱ কৰি বিচ্ছেদত বেদনা অনুভৱ কৰে তাৰ প্ৰকাশ দুই চাৰিখন চিঠিত পোৱা যায়।

পৰিয়াল পৰিজনেৰে পৰিবেষ্টিত গোঁসাইৰ এখন মধুৰ সংসাৰ। তাৰ মধ্যমণি আছিল তেখেতৰ সুযোগ্যা পত্নী পুষ্পলতা। তেখেত সকলৰ দুজন পুত্ৰ আৰু পাঁচজনী জীয়ৰী। ডাঙৰ পুত্ৰ শ্ৰীসত্যব্ৰত দেৱ গোস্বামী উচ্চ শিক্ষিত। জামুগুৰিৰ ত্যাগবীৰ হেম বৰুৱা মহাবিদ্যালয়ৰ 'শিক্ষা' বিষয়ৰ অধ্যাপক। সত্ৰীয়া আচাৰ নীতি, পাঠ-প্ৰসঙ্গৰ জ্ঞানসম্পন্ন ব্যক্তি। বৰ্তমান তেখেতেই শ্ৰীশ্ৰীনিকামূল সত্ৰৰ অধিকাৰ। দ্বিতীয় পুত্ৰ শ্ৰীপুণ্যব্ৰত দেৱ গোস্বামী সঙ্গীতজ্ঞ, লক্ষ্ণৌৰ 'ভাটখাণ্ডে' সঙ্গীত সত্ৰৰ সৰ্বোচ্চ কণ্ঠ সংগীত উপাধিধাৰী। স্থানীয় কলাগুৰু সঙ্গীত বিদ্যালয়ৰ অধ্যক্ষ। সত্ৰীয়া নাম, পাঠ-প্ৰসঙ্গ, আচাৰ-নীতি আদিত এখেতো পাৰ্গত। নিকামূল সত্ৰৰ ডেকা অধিকাৰ। পিতৃৰ দিনৰ দৰে পয়োভৰ নহলেও দুয়োজনা ভাই-ককায়ে সত্ৰ পৰিচালনা কৰি আছে। গোঁসাইৰ নামত এখন সত্ৰীয়া সাংস্কৃতিক প্ৰশিক্ষণ কেন্দ্ৰও দুয়োজনাৰ সহযোগত গঢ় লৈ উঠিছে। গোঁসাইৰ জীয়ৰীসকল হ'ল সৰ্বশ্ৰী হিৰণ্যপ্ৰভা মহন্ত, দেৱযানী মহন্ত, কিৰণময়ী মহন্ত, দীপ্তিময়ী মহন্ত, সৌজন্যময়ী মহন্ত। এখেত সকলো সুশিক্ষিতা আৰু নিজ নিজ পৰিয়ালেৰে প্ৰতিষ্ঠিতা।

## ২৫। গহন গোঁসাইৰ অন্তিম কাল

শেষলৈ গহন গোঁসায়ে এটা অনুষ্ঠানৰ ৰূপ পাইছিল। তেখেতৰ সংস্পৰ্শলৈ অহা অনুষ্ঠানৰ উপৰিও অসমৰ ইমূৰৰ পৰা সিমূৰলৈ সিঁচৰিত হৈ থকা মহাপুৰুষীয়া বৈষ্ণৱ ৰাইজে সদায় তেখেতক আকৰ্ষণ কৰিছিল। প্ৰতি বছৰে সেই সকলৰ ওচৰলৈ গৈছিল। ধৰ্মীয় আৰু সাংস্কৃতিক অনুষ্ঠানত যোগ দিছিলগৈ। চাল-চলন বা কৰ্মত বাৰ্ধক্যৰ কোনো চিহ্ন পৰিলক্ষিত নৈহেছিল। গোঁসাইৰ বয়স কিমান হৈছিল তেখেতে নিজে বা ৰাইজে বিচাৰ কৰাৰ কোনো অৱকাশ নাছিল। তথাপি প্ৰকৃতিয়ে নিজৰ প্ৰভাৱ নেপেলোৱাকৈ কাকো নেৰে। মানুহে বহু ক্ষেত্ৰত সেইটো পাহৰি শৰীৰক পূৰ্ববৎ চলাই থাকিবলৈ বিচাৰে। গহন চন্দ্ৰ গোস্বামী ইয়াৰ ব্যতিক্ৰম নাছিল। প্ৰৌঢ় বয়সত ডেকাকালত কৰাৰ দৰে স্বাস্থ্যৰ প্ৰতি অনিয়ম বা অত্যাধিক পৰিশ্ৰমে শৰীৰত ক্ৰিয়া আৰম্ভ কৰিলে। তেখেতে নজনাকৈ মৰণে দেহত বাহ ল'লে। কেন্সাৰ। কোনেও নাজানে।

ইফালে গোঁসাইৰ পত্নীৰ দুবছৰ আগতে বিয়োগ ঘটিছে। গতিকে মন বুজি সময়মতে খুওৱা বা শুশ্ৰূষা, পৰিচৰ্যা আদিতো কিছু শিথিলতা অহা

স্বাভাৱিক। তেখেতে সাধাৰণ অসুখ বুলি ইটো-সিটো চিকিৎসা কৰাইছে, কিন্তু গুণ দিয়া নাই। ইতিমধ্যে নগাঁৱৰ উৰিয়াগাঁও সত্ৰৰ পৰা ৰাইজৰ নিমন্ত্ৰণ আহিছে। গোঁসায়ে ভকত-বান্ধৱৰ নিমন্ত্ৰণ উপেক্ষা নকৰে। ই তেওঁৰ স্বভাৱ বিৰুদ্ধ । পৰিয়ালৰ বাধা নেওচি যাবলৈ ওলাল। যোৱাৰ আগতে তেখেতৰ পৰিয়ালৰ অতি আপোন স্বৰ্গীয় কমলা প্ৰসাদ আগৰৱালাদেৱক একেলগে এসাজ খাবলৈ মাতিলে। আগৰৱালাই গোঁসাইৰ অসুখ বুলি জানে। গতিকে খাবলৈ আহিবলৈ আপত্তি কৰিলে। গোঁসায়ে "আৰুনো কেতিয়া খোৱা হ'ব ? একেলগে এসাজ খাওঁ আহক।" বুলি নিজে পাগ কৰি খালে, খুৱালে। আগৰৱালাৰ মতে যুগৰ দালিখন হেনো অপূৰ্ব হৈছিল। এয়া গোঁসাইৰ শেষ ৰন্ধা।

তাৰ পিছদিনা তেখেত উৰিয়াগাঁওলৈ গ'ল। ভকতক দৰশন দিলে। সত্ৰত শেষবাৰলৈ সেৱা জনালে। অসুখ বাঢ়ি আহিল। ডাক্তৰৰ পৰামৰ্শক্ৰমে গুৱাহাটীৰ জোঁৱায়েকৰ ঘৰত বিশেষজ্ঞৰ হতুৱাই পৰীক্ষা কৰোৱা হ'ল। তেওঁলোকে আসন্ন 'মৰণৰ' সন্দেহ পালে। লগে লগে ঘৰলৈ অনাৰ পৰামৰ্শ দিলে। নিকামুল সত্ৰলৈ আহি গোঁসাই মাত্ৰ সাত দিনহে পৰি আছিল। এই কেইটা দিনত ডাক্তৰ কবিৰাজৰ চিকিৎসা আৰু পৰিয়াল-পৰিজন, শিষ্য-সতীৰ্থৰ সেৱা শুশ্ৰূষাৰ কোনো ত্ৰুটী হোৱা নাছিল। লগতে ওচৰ-পাজৰ, দূৰ-দূৰণিৰ আত্মীয় আৰু প্ৰপন্ন শিষ্যসমূহৰ সত্ৰলৈ ধাৰ বৈছিল। গোঁসায়ে শেষলৈকে যথাৱৎ সম্ভাষণ কৰি সকলোৰে পৰা বিদায় ল'লে।

ইয়াৰ ভিতৰতে এদিনাখন তেখেতে সত্ৰৰ দাঁতিতে থকা শিষ্যসমূহক মাতি আনি সম্ভাষণ জনাই ক'লে যে তেওঁৰ অবিহনেও যেন সমূহে সত্ৰখন নেৰে। ল'ৰা দুজনক পুত্ৰবৎ ভাবি সত্ৰ প্ৰতিপাল কৰি যেন দুজনা গুৰুৰ প্ৰদীপ ভাগি জ্বলাই ৰাখে। ৰাইজে সলোতকে শুনিলে।

গোঁসায়ে বিছনাত পৰি থাকিয়ে নামঘৰৰ প্ৰত্যেক প্ৰহৰৰ নামতে কাণ উনায় আৰু হাতযোৰ কৰি প্ৰণাম জনায়। মৰণৰ দিনলৈকে ল'ৰাহঁত আৰু শুশ্ৰূষাকাৰী পৰিজনে ধৰি-মেলি গা-পা ধুৱাই প্ৰাৰ্থনা কৰাত সহায় কৰে। ডাক্তৰ কেবাজনেও স্বেচ্ছাই আহি সেৱা ধৰি আছে। অন্তিম দিনাখন ( ৪ মাঘ, ১৮ জানুৱাৰী ১৯৭৯ ) বৃহস্পতিবাৰে নামঘৰলৈ যোৱাৰ প্ৰবল ইচ্ছা প্ৰকাশ কৰিছিল। পিছে সেইটো আৰু সম্ভৱ নহ'ল। দুপৰীয়াৰ নামভাগ

শেষ হৈ ভবাত কোব পৰাৰ লগে লগে বাৰ বাজি যোৱাত কৰ্মযোগী, সত্ৰাধিকাৰ, দেশাত্মা, দৰদী, সদা হাস্যময় শিল্পী, মহাপ্ৰাণ শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামীয়ে শেষ নিশ্বাস ত্যাগ কৰিলে। মৃত্যুৰ এমাহ আগলৈকে যাৰ দৃঢ় খোজত প্ৰাণ-চঞ্চলতা প্ৰকাশ পাইছিল, যাৰ ঠানুৱা হস্তাক্ষৰ কেৱল মৃত্যুৰ আগদিনাহে ঈষৎ বিকৃত হৈছিল, সেই ভীমকৰ্মা বিপ্লৱী নিথৰ হ'ল।

শেষৰফালে শয্যাত আশ্ৰয় লোৱা দিন কেইটাত পৰিজনৰ উপৰিও শ্ৰীশ্ৰীচিপহাসত্ৰৰ ডেকা অধিকাৰ স্বৰ্গীয় হৰেণ মহন্ত আৰু শ্ৰীশ্ৰীবৰালীমৰা সত্ৰৰ অধিকাৰ শ্ৰীচন্দ্ৰকান্ত মহন্ত উপস্থিত থাকি অহৰহ সেৱা ধৰিছিল। মৃত্যুৰ পৰতো তেওঁলোক, পৰিজন আৰু সত্ৰৰ সমূহ ভকত উপস্থিত আছিল। গোঁসাইৰ দেহাৱসানৰ বাতৰি প্ৰচাৰ হোৱাৰ লগে লগে তেজপুৰ নগৰৰ গুণী-জ্ঞানী আৰু সৰ্বসাধাৰণ ৰাইজৰ নিকামূললৈ সোঁত বৱলৈ ধৰিলে, মৰমৰ প্ৰভুক শেষ শ্ৰদ্ধাঞ্জলি জনাবলৈ। স্থানীয় স্কুল-কলেজ-কাৰ্যালয়বোৰ ততালিকে বন্ধ কৰি দিয়া হ'ল। নিকামূল সত্ৰ লোকে লোকাৰণ্য হ'ল। তেজপুৰ সাহিত্য সভা, বাণ থিয়েটাৰ, স্থানীয় কংগ্ৰেছ কমিটি, স্থানীয় মহিলা সমিতিসমূহ আদি অনেক অনুষ্ঠান প্ৰতিষ্ঠানৰ প্ৰতিনিধি আৰু কৰ্মকৰ্তাসকল আহি গোঁসাইৰ শৱদেহৰ ওপৰত মাল্যপ্ৰদান কৰি শেষ শ্ৰদ্ধা নিবেদন কৰিলে। উল্লেখযোগ্য যে দুখন কংগ্ৰেছী পতাকাৰে শৱদেহৰ শিতান সজোৱা হৈছিল। শৱদেহৰ পালেঙৰ চাৰি খুটিত চাৰিটি কলপুলি বান্ধি ধৰ্মীয় পবিত্ৰভাৱ উদ্ৰেক কৰা হৈছিল। সমূহ জনতাই শ্ৰীচন্দ্ৰকান্ত মহন্তৰ পৰিচালনাত "প্ৰাণহৰি গৈলা এৰি" নামৰ কীৰ্তনটি কৰুণ সুৰত বাষ্পৰুদ্ধ চক্ষুৰে গদ্ গদ্ স্বৰেৰে গাই অন্তিম যাত্ৰা আৰম্ভ কৰিলে। সত্ৰৰ চাৰিহাটী ভকতৰ প্ৰতি গৃহস্থৰ পদূলিত ধূপ-ধুনা, চাকি-ফুল আদি অৰ্পণ কৰি ঘৰে ঘৰে সেৱা জনোৱা দৃশ্য অতি মৰ্মস্পৰ্শী হৈছিল। কিন্তু গোঁসাইৰ অন্তিম ইচ্ছা অনুযায়ী তেখেতৰ শৱদেহ কোনো অনুষ্ঠান-প্ৰতিষ্ঠানলৈ নিয়া হোৱা নাছিল। অন্তত বিপুল হৰিধ্বনিৰে পূৰ্বৰ পৰম্পৰানুসাৰে পিতৃ পুৰুষৰ থানৰ কাষতে চিতা সাজি গোঁসাইৰ পাৰ্থিৱ দেহত অগ্নিসংযোগ কৰিলে পুত্ৰদ্বয়ে। নিমিষতে অগ্নি দপ্‌দপ্‌কৈ জ্বলি উঠিল। সন্ধিয়াৰ লগে লগে শেষ কৃত্য সমাপন কৰি ৰাইজে দিহাদিহি বিদায় ল'লে। নিকামূল সত্ৰ নিমাও-মাও হ'ল। এটা স্বৰ্গীয় জ্যোতি ক্ষন্তেকতে যেন আকাশত মাৰ গ'ল। বৰ্তমানে অতীতৰ গৰ্ভত স্থিতি ল'লে। সেইদিনাই ৰাতি আঞ্চলিক

অনাতাঁৰযোগে গোঁসাইৰ মৃত্যুৰ বাতৰি প্ৰচাৰ হ'ল। অসমৰ বাইজে সেই শোকাবহ বাৰ্তা পালে। শয্যাত পৰি থকা সময়তো বিভিন্ন বাতৰি কাকতত অসুখৰ বাতৰি প্ৰকাশ হোৱাত বহুজনে ঘৰৈলে আহি আৰু তেজপুৰ সাহিত্য সভালৈ চিঠি লিখি উদ্বিগ্নতা প্ৰকাশ কৰি আশু-আৰোগ্য কামনা কৰিছিল। মৃত্যুৰ পিছত সেই সকলৰ পৰা সমবেদনাসূচক চিঠি আহিল। উল্লেখযোগ্য ব্যক্তিসকলৰ ভিতৰত আছে সৰ্বশ্ৰী বেনুধৰ শৰ্মা, আনন্দচন্দ্ৰ বৰুৱা, চিদানন্দ দাস, বিনন্দচন্দ্ৰ বৰুৱা, নগেন শইকীয়া, ডিম্বেশ্বৰ শৰ্মা, অমল ৰাজখোৱা, লীলা গগৈ, যজ্ঞেশ্বৰ শৰ্মা, ভীমকান্ত কোঁৱৰ, বীৰেন্দ্ৰকুমাৰ ফুকন, লিখেন দত্ত, চাৰু মহন্ত, বিবুধ কলিতা, কুল শৰ্মা, প্ৰণৱ সিংহ, সুৰেন্দ্ৰ বৰঠাকুৰ, কীৰ্তিনাথ হাজৰিকা, ৰবীন্দ্ৰ নাথ বৰুৱা, প্ৰফুল্ল বৰুৱা, সতীশ চন্দ্ৰ কাকতী, ডিম্বেশ্বৰ দাস আৰু আন সত্ৰাধিকাৰসকল।

গুৱাহাটীৰ শ্ৰীচাৰু মহন্তদেৱে ২৮ জানুৱাৰী তাৰিখৰ অসম ট্ৰিবিউন কাকতত "The Warrior That Was" শিৰোনামাৰ এটি প্ৰৱন্ধ আৰু একে তাৰিখতে তেজপুৰৰ বিশিষ্ট সংবাদসেৱী শ্ৰীকুশদেৱ শৰ্মাই 'অমৃত সন্তান শ্ৰীগহন চন্দ্ৰ গোস্বামী' শিতানেৰে বাতৰি কাকতত আন এটি মূল্যবান প্ৰৱন্ধ লিখি গোঁসাইৰ আদ্যশ্ৰাদ্ধত শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰে। তাৰ ওপৰি ৪ ফেব্ৰুৱাৰী তাৰিখে শ্ৰীলিখেন দত্তই 'দৈনিক জনমভূমি' কাকতত 'শিল্পী গহন চন্দ্ৰ গোস্বামী' শিৰোনামাৰে আন এটি জীৱনী প্ৰৱন্ধ প্ৰকাশ কৰে। সেই বছৰৰ অসম বিধান সভাৰ বাজেট অধিবেশনত প্ৰাক্তন বিধায়ক স্বৰ্গীয় গোস্বামীদেৱলৈ শ্ৰদ্ধা নিবেদন কৰি প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ২৮ জানুৱাৰীৰ দিনাখন নিকামুল সত্ৰত পৰিয়াল-পৰিজন আৰু সমগ্ৰ অসমৰে গুণগ্ৰাহী সমূহ ৰাইজে নাম-কীৰ্তনেৰে আদ্যশ্ৰাদ্ধ পালন কৰে। তেজপুৰ সাহিত্য সভাৰ তৰফৰ পৰা ৩১ জানুৱাৰী তাৰিখে সাহিত্য সভা ভৱনত নাম-কীৰ্তন, কৃষ্টি-কলা, বৰগীত পৰিবেশনেৰে শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰাৰ উপৰিও ৪ এপ্ৰিল তাৰিখে গোঁসাইৰ জন্ম তিথিৰ দিনত তেখেতৰ জীৱন আৰু কৰ্মৰাজি সম্পৰ্কে বক্তৃতাৰ আয়োজন কৰা হয়। বক্তৃতা প্ৰদান কৰে প্ৰখ্যাত জীৱনীকাৰ স্বৰ্গীয় নন্দ তালুকদাৰদেৱে। আনন্দৰ কথা যে গোঁসাইৰ পৰিয়ালে তেখেতৰ নামত বাৰ্ষিক বক্তৃতামালাৰ আয়োজন কৰিছে "শঙ্কৰদেৱ অধ্যয়ন ক্ষেত্ৰ" নামৰ অনুষ্ঠানৰ যোগেদি। এই বক্তৃতামালাৰ উদ্দেশ্য দুটা। এটাৰে গোঁসাইৰ স্মৃতিচাৰণ আৰু আনটোৰ দ্বাৰা শ্ৰীমন্ত শঙ্কৰদেৱৰ নাম

যশৰ প্ৰসাৰ সাধন। এই অনুষ্ঠানৰ প্ৰথম লানি বক্তৃতা ১৯৮৮ চনৰ ৪ এপ্ৰিলত গুৱাহাটীৰ ৰবীন্দ্ৰ ভৱনত অনুষ্ঠিত হয়। বক্তৃতা প্ৰদান কৰে অনুষ্ঠানৰ স্থায়ী সভাপতি, অসম সাহিত্য সভাৰ (সদস্য মহীয়ান) ড° মহেশ্বৰ নেওগদেৱে। দ্বিতীয় লানি বক্তৃতা প্ৰদান কৰে সাহিত্যাচাৰ্য ড° সত্যেন্দ্ৰ নাথ শৰ্মাদেৱে, ১৯৮৯ চনৰ নবেম্বৰ মাহত। তৃতীয় লানি বক্তৃতা ১৯৯০ চনৰ ১ মাৰ্চত শঙ্কৰদেৱ অধ্যয়ন ক্ষেত্ৰ আৰু বিশ্বভাৰতীৰ যুটীয়া উদ্যোগত শান্তি-নিকেতনত প্ৰদান কৰে বঙ্গৰ প্ৰসিদ্ধ শিল্পী শ্ৰীশান্তিদেৱ ঘোষে।

তেজপুৰত গহন গোঁসাইৰ গুণগ্ৰাহী লোক বহুত। তেখেতসকলেও গোঁসাইৰ পৱিত্ৰ নামত আৰু অন্য অনুষ্ঠান কৰাৰ কথা। বৰ্তমান নিকামূল সত্ৰতে "গহন চন্দ্ৰ গোস্বামী সত্ৰীয়া গৱেষণা আৰু প্ৰশিক্ষণ কেন্দ্ৰ" নামেৰে সত্ৰীয়া নৃত্য, গীত আৰু বাজানাৰ প্ৰশিক্ষণ কেন্দ্ৰ এটা চলি আছে। তেজপুৰৰ গুণগ্ৰাহী ৰাইজে গোঁসাইৰ স্মৃতিৰক্ষাৰ্থে অন্যান্য অনুষ্ঠান উদ্যান আদি পতাৰ কাম হাতত লৈছে। এইবোৰ উদ্যোগত নিযুক্ত গোঁসাইৰ পুত্ৰদ্বয় আৰু সংশ্লিষ্ট ৰাইজক গোঁসাইৰ পবিত্ৰ আত্মাই আশিস বৰিষণ কৰক। জয়তু গহন গোস্বামী।

## ইতি শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামী জীৱনালেখ্য

# স্মৃতি-অৰ্ঘ্য

## স্বৰ্গীয় গহন গোস্বামীদেৱৰ সান্নিধ্যলৈ অহা সুধী সকলৰ স্মৃতি ৰোমন্থন

ওঁ

K.A.A. RAJA I.A.S (Retd)
Former Lt. Governor of
Arunachal Pradesh.

Tel -2627
"PARASHAKTI NIVAS"
Mills Road
RAJAPALAYAM-626117
(Tamil Nadu)

I was dealing with Sri Gahan Chandra Goswami regarding his work for the benefit of Arunachal Pradesh and Assam. He was taking personal interest in the welfare of people of Arunachal Pradesh and Assam. He had his own Hostel for students of Arunachal Pradesh in his Satra Campus. He was giving free food and free accommodation in his hostel. He also took interest in admitting tribal children in Tezpur Schools. He was personally taking interest for the progress of the Tribal children.

Sri Goswami was responsible for cultural and emotional integration of

people of Assam and Arunachal Pradesh. Sri Goswami was very highly respected by all the people of Arunachal Pradesh, who were grateful to him for all his services rendered to the people of Arunachal Pradesh.

I was personally grateful to him for his unselfish service to the tribal people of Arunachal Pradesh.

I bend my head in reverence to the great man.

Copy of the letter from Sri Raja to the Convenor & Secretary

My dear Sri Kalita,

I thank you very much for your letter of 19th June /90 I am sending herewith a small note regarding Sri Gahan Chandra Goswami of Nikamul Satra, Tezpur for publication in his biography

With kind regards

Sincerely yours,

K A A Raja

To

Shri H C KALITA
Convenor & Secretary,
Shri Gahan Goswami Biography Publication,
Tezpur

# মুক্তি সংগ্ৰামৰ শ্ৰদ্ধেয় সহকৰ্মী
# গহন চন্দ্ৰ গোস্বামী

শ্ৰীদেবেশ্বৰ শৰ্মা

স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামীদেৱক ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ সহকৰ্মী স্বৰূপে খুব ভালদৰেই জানিছিলো। এই মুক্তি সংগ্ৰামৰ প্ৰখ্যাত নেতা তেজপুৰৰ স্বৰ্গীয় অমিয় কুমাৰ দাস আৰু স্বৰ্গীয় মহাদেৱ শৰ্মাৰ দৰেই স্বৰ্গীয় গোস্বামীও আছিল প্ৰখ্যাত আৰু সংগ্ৰামত সম পৰ্যায়ৰ বৰঙণি যোগাইছিল। এতিয়া মোৰ জীৱনৰ বিয়লিপৰ। বোধকৰোঁ বাৰ্ধক্যজনিত কাৰণতে কিছুদিনৰ পৰা গত ত্ৰিশ চল্লিশৰ দশকৰ বিপ্লৱী জীৱনৰ ঘটনাৰ বিৱৰণবোৰ স্মৃতিত বহু পৰিমাণে নথকা হৈছেগৈ। তথাপি মনত পৰে, তেজপুৰ আৰু লক্ষীমপুৰ অঞ্চলত কংগ্ৰেছৰ সংগঠনৰ উপৰিও সংগ্ৰামৰ কাৰ্যসূচী ৰূপায়ণত স্বৰ্গীয় গোস্বামীদেৱে যোৰহাটত থাইকৈ মোৰ লগত যোগসূত্ৰ ৰাখিছিল। তেজপুৰলৈ গলে ৰাতি খাই বৈ থকাৰ কথা মনত পৰে। পুৱা পিছ চোতালত টৌ এটাৰ পৰা ঘটিৰে পানী ঢালি গা ধুইছিলো। গা ধুই উঠি, খাই বৈ, স্থানীয় অন্যান্য নেতা আৰু কৰ্মী সকলৰ লগত আলোচনা আৰু কামত লাগি গৈছিলো।

এখন প্ৰখ্যাত আৰু ডাঙৰ সত্ৰৰ সত্ৰাধিকাৰ হৈয়ো সৰ্বসাধাৰণ ভলণ্টিয়াৰৰ দৰেই তেখেতে অক্লান্ত পৰিশ্ৰম কৰিছিল। আমাৰ তেতিয়াৰ কেন্দুগুৰিৰ গাঁৱৰ ঘৰৰ ওচৰতে সাউদকুছি সত্ৰত তেখেতৰ বাইদেৱেকৰ ঘৰ আছিল। পলাতক অৱস্থাত থাকোতে বিভিন্ন গোপন বাৰ্তা গোঁসাইদেৱে মোৰ ওচৰলৈ বহন কৰি লৈ আহে। ১৯৪২ চনৰ কথা, গোঁসাইদেৱে তেজপুৰৰ পৰা নাৱেৰে ব্ৰহ্মপুত্ৰ পাৰ হৈ অটব্য অৰণ্যৰ মাজেৰে বাইচাইকেল চলাই আহে মোৰ যোৰহাটৰ কেন্দুগুৰিৰ ঘৰলৈ আৰু পিছফালে থকা হাবিৰ বাটেৰে নিশা সোমায়গৈ বায়েকৰ ঘৰত। বৃটিছ শাসনৰ পৰা গোলামী জীৱন মুক্ত কৰাৰ বাবে তেখেতৰ আছিল কি অদম্য উৎসাহ! কি প্ৰেৰণা! দুখ ভাগৰ চিনি নাপাইছিল।

স্বৰ্গীয় গোস্বামীৰ ব্যক্তিত্ব বৰ বিশাল আৰু উদাৰ আছিল। উচ্চ ইংৰাজী শিক্ষা বেছি নাথাকিলেও তেখেত সংস্কৃত আৰু শঙ্কৰী সাহিত্যত

পণ্ডিত আছিল। আনহাতে সত্ৰীয়া ভক্ত বৈষ্ণৱাদিৰ সৈতে সংৰক্ষণশীল পৰিবেশত থকা স্বত্বেও তেখেতৰ কোনো গোড়ামি নাছিল। হিন্দু মুছলমান দুয়োটা সম্প্ৰদায়কে উদাৰ দৃষ্টিৰে চাইছিল। স্বাধীনতাৰ পিছত এবাৰ এম, এল, এ, হৈছিল। সমাজ কৰ্মী হিচাপে ৰাজনীতি বুজিছিল যদিও কূটনীতি বেছিকৈ বুজি নাপাইছিল। কিন্তু আন্তৰিকতা, নিষ্ঠা আৰু সততাৰ ক্ষেত্ৰত তেখেত অদ্বিতীয়।

মৃত্যুৰ আগৰছোৱাত স্বৰ্গীয় গোঁসাইৰ জোৱায়েক অধ্যাপক শ্ৰীমান নিৰ্মল গোস্বামীৰ ঘৰলৈ আহিলে মোৰ ঘৰলৈকো এভুমুকি মাৰিছিল। দেখাত সুন্দৰ চেহেৰাটো, দেখিলেই মনটো জুৰ পৰি গৈছিল। তেখেতৰ স্বাধীনতা সংগ্ৰামৰ ত্যাগৰ কথা সুঁৱৰি এই বিশাল ব্যক্তিত্বৰ মানুহজনক শ্ৰদ্ধা জনাই বহুত আনন্দ পাইছোঁ।

# শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামীদেৱক মই যিদৰে জানিছিলো

## শ্ৰীপুষ্পলতা দাস

শ্ৰীমন্ত শঙ্কৰ মহাপুৰুষৰ বৰ বাৰেজনীয়া ভাগৰ সত্ৰ শ্ৰীশ্ৰীনিকামূল সত্ৰ। এই সত্ৰৰ নাম নিকামূল কিয় হ'ল নাজানোঁ, কিন্তু এই সত্ৰৰ প্ৰতিষ্ঠাতা সকল যে মূলতে নিকা, সেই সত্য সত্ৰাধিকাৰসকলৰ জীৱনেই প্ৰতিপন্ন কৰি আহিছে। শুনিবলৈ পোৱা যায় শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামীৰ নাম হেনো শ্ৰীশ্ৰীভীম চন্দ্ৰ গোস্বামীহে আছিল। ভীমৰ দৰে বাহুবল আছিল কাৰণেই বোধকৰোঁ ভীম নাম পাইছিল। কিন্তু তেওঁৰ বাহুবলকো চেৰ পেলাইছিল তেওঁৰ জ্ঞানে, গভীৰ অধ্যয়নে। সেয়ে বাহুবলতকৈও মেধাই স্বীকৃতি পালে। জ্ঞানৰ গভীৰতাৰ কাৰণে জনমানসত তেওঁ শ্ৰীশ্ৰীগহন গোস্বামী নামে খ্যাত হ'ল আৰু শেষত সেই নামেই স্থায়ী নাম হ'ল।

শ্ৰীশ্ৰীগহন গোস্বামীৰ নাম যেতিয়া ছাত্ৰী অৱস্থাত শুনিছিলো, তেতিয়া তেওঁ স্বীকৃতি পাইছিল ৰাজনৈতিক নেতাৰূপে নহয়, অসমৰ কলা সংস্কৃতিৰ, শঙ্কৰী গীত-মাতৰ এজন মহান সাধকৰূপে। তেওঁৰ খোল বাদন, তেওঁৰ সুৰৰ বৈশিষ্ট্যই সকলোকে মোহিত কৰিছিল। জ্যোতিপ্ৰসাদ আগৰৱালাদেৱ তেওঁতকৈ তিনি বছৰ মানৰ সৰু হোৱা স্বত্বেও দুয়ো পৰম বন্ধু আছিল আৰু জ্যোতিপ্ৰসাদেই তেওঁক দৰ্শকৰ মুগ্ধ চকুৰ সমুখলৈ নমাই আনিছিল, বৈষ্ণৱ গুৰুৰূপে নহয়, সংস্কৃতিৰ সাধকৰূপে। তেওঁৰ এই ৰূপেই অসমৰ তথা ভাৰতৰ এগৰাকী মহান কলাকাৰ ৰূপে স্বীকৃতি পায় ১৯৬৯ চনত "সংগীত নাটক অকাডমি"ৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ সন্মানেৰে। ঈশ্বৰৰ এই অযাচিত দানৰ গৌৰৱেৰেই তেওঁ জনমানসত চিৰস্মৰণীয় হৈ থাকিব পাৰিলেহেঁতেন। কিন্তু আন বহুতো ধৰ্মগুৰুৰ দৰে তেওঁৰ মনে এই ক্ষেত্ৰই সমাজ সেৱাৰ শেষ ক্ষেত্ৰ বুলি গ্ৰহণ নকৰি শ্ৰীশ্ৰীগড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভুৰ দৰে দলিত জনৰ, শোষিত জনৰ ত্ৰাণৰ কাৰণে পৰাধীনতাৰ শিকলি চিঙি জনতা জনাৰ্দনৰ উদ্ধাৰৰ কাৰণে মাটিৰ বুকুলৈ নামি আহিল পতিত পাৱন ৰূপে। সেই সময়ৰ কংগ্ৰেছী নেতাসকলৰ অনুৰোধ ক্ৰমে এই দুজন গুৰুৱে

পৰ্বত-ভৈয়াম, জনজাতি-উপজাতি, ন-অসমীয়া, অনা-অসমীয়া সকলোকে সেৱা ৰসৰ অমৃত পান কৰাই মহামিলনৰ সেতু ৰচনা কৰিলে। শ্ৰীশ্ৰীগড়মূৰীয়া সত্ৰাধিকাৰ প্ৰভুৰ তিৰোধানৰ পিচত শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামীদেৱে সেই গধুৰ দায়িত্ব অকলেই বহন কৰিছিল। যি সকলে শ্ৰীগোস্বামীদেৱৰ জীৱিত কালত নিকামূল সত্ৰলৈ গৈছিল আৰু তেওঁৰ প্ৰিয় শিষ্য অৰুণাচলৰ ছাত্ৰ সকলৰ গীত-মাত শুনিছিল, তেখেতসকলেহে মাথোন এই বিৰাট পুৰুষগৰাকীৰ ব্যক্তিত্বৰ কথা অনুভৱ কৰিব পাৰিব। সংস্কৃতিৰ মধুৰ সমন্বয় ঘটিছিল নিকামূল সত্ৰৰ সেই তীৰ্থ ক্ষেত্ৰতেই।

এইজনা পুৰুষে বৃটিছ চৰকাৰৰ ৰোষৰ আগত নতি স্বীকাৰ নকৰিলে। সত্ৰৰ বৰ শৰাই নিলামত গ'ল তাৰ কাৰণে অকণো খেদ নকৰিলে। প্ৰতিদানত এুকো নিবিচাৰি ৰসময়ী ভকতিৰ প্ৰেৰণাৰে নিজৰ জীৱনটো গণদেৱতাৰ সেৱাত সমৰ্পণ কৰিলে। ১৯৩০ চনত নিজৰ সত্ৰৰ মাটি আগবঢ়ালে স্বেচ্ছাসেৱকসকলৰ কেম্পৰ কাৰণে, নিজে অধিনায়কৰ পদত থাকিও সেৱকসকলৰ লগতে একেজন হৈ একে সেৱাৰ কামেই কৰিলে। গুৰু-শিষ্যৰ প্ৰভেদ আতঁৰি সকলো সহকৰ্মী হৈ পৰিল। ধৰ্মগুৰুৱে কৰ্মগুৰু ৰূপে দেখা দিলে। ১৯৪২ চনত আত্মগোপন কৰি থকা অৱস্থাত কি বিপদৰ মাজেৰে জীৱনৰ নাও মেলি দিছিল তাক দেখা সকলেহে জানে তাত তেওঁৰ কোনো ক্ষোভ নাছিল। আছিল অনাবিল আনন্দ – সৎ চিৎ আনন্দৰ যি আনন্দ তেনে আনন্দ।

দেশ স্বাধীন হোৱাৰ পিছত ১৯৫২ চনৰ পৰা ১৯৫৭ লৈকে তেওঁ গহপুৰ সমষ্টিৰ পৰা বিধান সভাৰ সদস্য আছিল, কিন্তু এই সেৱা ক্ষেত্ৰত তেখেতৰ ব্যক্তিত্বৰ চৰম প্ৰকাশ নহয়। তেওঁৰ ব্যক্তিত্বই পূৰ্ণ প্ৰকাশ লভে তেওঁৰ সাংস্কৃতিক অৱদান, সুৰীয়া গীত-মাত, বাদ্যযন্ত্ৰ বজোৱাৰ অপূৰ্ব কৌশলৰ মাজেদিহে আৰু ভক্তপ্ৰাণ গুৰুৰূপে। সক্ৰিয় ৰাজনীতিৰ পৰা অৱসৰ লৈ তেওঁ নামি আহিছিল সত্ৰসমূহৰ সেৱালৈ। সত্ৰ সমূহক দুজনা গুৰুৰ আদৰ্শৰে গঢ় দিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। নিজে ভকতসকলৰ লগত থাকি ভকতসকলক প্ৰেৰণা যোগাইছিল। তাৰেই ফলস্বৰূপে সমাজে তেওঁক "বৈষ্ণৱাচাৰ্য" আৰু বিশ্ব হিন্দু পৰিষদে "ধৰ্ম ৰত্ন" উপাধিৰে সম্মানিত কৰি নিজে গৌৰৱ অনুভৱ কৰিছিল।

এইজনা পুৰুষে শঙ্কৰ মহাপুৰুষৰ জীৱনৰ বাণীক, অসমৰ বৈষ্ণৱ ধৰ্মৰ

গণতান্ত্রিক ৰূপটোক, নিজৰ প্রাণ দি প্রতিষ্ঠা কৰি গ'ল। শঙ্কৰ মহাপুৰুষে নিজ সন্তানক উত্তৰাধিকাৰী নকৰি মাধৱ মহাপুৰুষক উত্তৰাধিকাৰী কৰাৰ দৰে শ্ৰীগহন চন্দ্ৰ গোস্বামীদেৱেও শেষ মুহূৰ্তত ভকত সমাজৰ হাততে, ৰাইজৰ হাততে সত্ৰ দান কৰি গ'ল। মহা আনন্দেৰে নিৰ্বাণৰ শেষ প্ৰহৰ গণিলে।

গোস্বামীদেৱৰ সৰল অনাড়ম্বৰ নিৰহঙ্কাৰী ভকত বৎসল প্ৰাণৰ চিনাকী পাইছিলো, এবাৰ এটি ব্যক্তিগত ঘটনাত ঢেকীয়াজুলিত। গোস্বামীদেৱৰ আৰু স্বৰ্গীয় অমিয় কুমাৰ দাসদেৱৰ যি ভাই-ককাইৰ সম্বন্ধ আছিল সেই সূত্ৰতে তেখেতক দাসদেৱৰ শ্ৰাদ্ধ তিথিত নাম প্ৰসঙ্গ কৰিবলৈ নিমন্ত্ৰণ জনোৱা হৈছিল। তেখেত সেই সময়ত অলপ অসুস্থ থকা স্বত্বেও অতি আগ্ৰহেৰে দুই পুত্ৰ, খুলশালী আৰু শিষ্যবৰ্গক লৈ ঢেকীয়াজুলিলৈ আহিছিল। আৰু এনে নাম কীৰ্তন কৰিছিল যি কীৰ্তন তেখেতৰ নিজৰ ল'ৰাযো বা আত্মীয় পৰিজনে হেনো জীৱনত শুনা নাই। সকলোৱে মন্ত্ৰ মুগ্ধ হৈ তেখেতৰ নাম প্ৰসঙ্গ শুনিছিল।

"প্ৰাণহৰি গৈলা এৰি" বুলি যেতিয়া কীৰ্তনৰ সুৰ জুৰিলে, তেওঁৰ দুই চকুৰে ধাৰাসাৰে পানী নিগৰিবলৈ ধৰিলে; কিন্তু তাল ভঙ্গ নহ'ল, স্বৰৰ মাধুৰ্য নষ্ট নহ'ল। আৰু কলে "মই গুৰু ঋণ শোধ কৰিবলৈ আহিছিলো, গুৰু ঋণ শোধ কৰিলোঁ।" এখন সত্ৰৰ অধিকাৰ কিন্তু বয়োজ্যেষ্ঠ সহকৰ্মী গৰাকীক গুৰু বুলি মানি যি ভক্তিৰে গীত গালে তাক শুনাসকলে জীৱনত পাহৰিব নোৱাৰিব।

মহাপ্ৰাণে বিদায় পৰত ভীষ্ম পিতামহৰ দৰে সকলোকে উপদেশ দি স্থিত প্ৰজ্ঞৰ দৰে মৰণক আকোঁৱালি ললে। তেওঁৰ শেষ সময়ত এবাৰ ওচৰলৈ যোৱাৰ সৌভাগ্য হৈছিল। অতি ক্ষীণ কণ্ঠেৰে সুধিলে–"ভালে আছানে ?" 'আছো' বুলি কোৱাত ক'লে– "মোৰ আশা নাই' সম্ভাষণ লবা।" মুখত এটা প্ৰশান্তিৰ ভাৱ। মোৰ মনে কব নোৱাৰাকৈয়ে যেন কবি গুৰুৰ সেই গীত ফাঁকি গাই উঠিল– "মৰণৰে তুহু মম শ্যাম সমান।" তেওঁ আত্মীয় পৰিজনক বাৰে বাৰে তেওঁক নামঘৰলৈ লৈ যাবলৈ আৰু শেষবাৰলৈ প্ৰসঙ্গ কৰিবলৈ নিবলৈ মিনতি ভৰা অনুৰোধ জনালে, কিন্তু জীৱন শিখা নুমাও নুমাও হোৱা সেই অৱস্থাত কোনেও নিবলৈ সাহ নকৰিলে। এটা গধুৰ মন লৈ নিকামূল সত্ৰৰ পৰা মই ঢেকীয়াজুলিলৈ উভতিলোঁ। পিচদিনা ১৮

জানুৱাৰী বৃহস্পতিবাৰে খবৰ পালোঁ দুপৰীয়া ১২-৩৫ মিনিটত এটি পৱিত্ৰ জ্যোতি, এগৰাকী শিল্পী প্ৰাণে, এজনা মহা গুৰুৱে চিৰদিনৰ কাৰণে জন্মভূমিৰ পৰা মেলানি মাগিলে। মৃত্যুৰ আগলৈকে যাৰ পদক্ষেপত জীৱন আছিল, জীৱনৰ শেষ মুহূৰ্তলৈকে যি জনে ভাষা জননীক সেৱা কৰি গ'ল, লিখনিৰে, গীতেৰে, সুৰেৰে, কৃতজ্ঞ অসমবাসীৰ লগতে মোৰ মনেও যেন গাই উঠিব খুজিছে "লোৱা মোৰ শ্ৰদ্ধানত মুগ্ধ শত শত কোটি কোটি প্ৰণিপাত।"

উত্তৰ সাধকসকলক নেদেখা লোকৰ পৰাই তেওঁ আশীৰ্বাদ দিয়ক– সেৱা ৰসৰ এধানমানি অধিকাৰী হ'বলৈ।

# পৰম পুৰুষ পিতৃদেৱ শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামীদেৱক আমি কেনেদৰে পাইছিলো

## শ্ৰীমতী হিৰণ্যপ্ৰভা মহন্ত

মনলৈ আহিছে; কিন্তু কি লিখোঁ, কেনেকৈ লিখোঁ, ক'ত আৰম্ভ কৰোঁ। দহ বছৰৰ আগতে আৰম্ভ কৰাহ'লে তেন্তে ইয়াত বহু মূল্যবান কথা বা মুহূৰ্তই হয়তো ঠাই পালেহেঁতেন। হেমাহিৰ বাবেই যে সেয়া হৈ নুঠিল সেইটো একেবাৰে সঁচা- তাক এতিয়া মৰ্মে মৰ্মে অনুভৱ কৰিছোঁ।

সততা, একনিষ্ঠতা, নিয়মানুবৰ্তিতা, পৰিছন্নতা, অসীম ধৈৰ্যশীলতা, অপৰিসীম সাহসিকতা আদি অতুলনীয় এক ব্যক্তিত্বৰ এক ক্ষণ জন্মা পুৰুষ হৈ, এখনি প্ৰাচীন আৰু প্ৰতিপত্তিশালী সত্ৰত একমাত্ৰ উত্তৰাধিকাৰী হৈ জন্ম লাভ কৰা এই মহান ব্যক্তি গৰাকীৰ ব্যক্তিত্বই পৰৱৰ্তীকালত আমাক চলিবৰ বাবে প্ৰেৰণা দিছিল। এখনি প্ৰাচীন সত্ৰৰ পৰম্পৰাগত ৰক্ষণশীলতা আৰু পিতৃদেৱৰ সাৰ্বজনীনতাৰ মাজত লেশমানো সংঘাতৰ সৃষ্টি নোহোৱাকৈ সুনিপুণভাৱে এক নতুন অধ্যায়ৰ সূচনা কৰা অতি বিনয়ী মহানুভৱ গৰাকীয়ে যিকোনো মুহূৰ্তত যিকোনো মানুহক দেখা মাত্ৰেই এনেদৰে হাঁহি মাৰি বুকুত সাবটি আদৰি নিব পাৰিছিল যাক দেখিলে আচৰিত নহৈ নোৱাৰি। সেইজন দেশৰ বৰেণ্য নেতাই হওক বা শিষ্যসকলৰ এজনেই হওক; নতুন বন্ধু বা সহায় বিচাৰি অহা এজন সাধাৰণ লোকেই হওক; শিশুৱেই হওক বা তিনিমূৰীয়া বৃদ্ধই হওক; যি ধৰ্মৰেই নহওক কিয় সম্ভাষণ সকলোৰে বাবেই একে আছিল।

মনত পৰা কালৰ পৰা তেৰাৰ মহাপ্ৰস্থানৰ সময়লৈকে দেখিছিলো- এক মিনিট সময়ো অপব্যয় নকৰি সকলো দিশৰ কাম অতি নিয়াৰিকৈ একাগ্ৰতাৰে কৰি গৈছিল। মহাত্মাজীৰ স্বাধীনতা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি যেনেদৰে নিষ্ঠাৰে সেই দায়িত্ব পালন কৰিছিল সেই একাগ্ৰতাৰেই পিতৃৰ বিয়োগত ১১ বছৰ বয়সতে সত্ৰীয়া পৰম্পৰা সকলো ধৰণৰ কাৰ্য নিয়াৰিকৈ চলাই গৈছিল। এই ক্ষেত্ৰত আমাৰ স্বৰ্গগতা আইমাতৃৰ অৰিহণাও কোনো গুণে কম হ'ব নোৱাৰে। স্বাধীনতা আন্দোলনে ভৰপক লওঁতে

দেশৰ বৰেণ্য নেতাসকলে আত্মগোপন কৰি থকা কালত আমাৰ সত্ৰতে নিশা গোপনে বহুমূলীয়া আলোচনা হৈছিল। সেইসকলক খুৱাই-বুৱাই ৰাতিয়েই নিৰ্দিষ্ট ঠাইলৈ পঠোৱা হৈছিল। দিন ৰাতিৰ পাৰ্থক্য নথকাকৈ আমাৰ পাগঘৰত অতিথি শুশ্ৰূষাৰ উখল-মাখল চলিছিল। এই দায়িত্ব স্বৰ্গগতা মাতৃয়ে আন্তৰিকতাৰে পালন কৰিছিল। এই বৰেণ্য অতিথিসকলৰ ভিতৰত ডাঃ হৰেকৃষ্ণ দাস, তেখেতৰ সুযোগ্যা জীয়ৰী অমলপ্ৰভা দাস; ৰাজেন্দ্ৰ প্ৰসাদ বৰুৱা; বিজয় চন্দ্ৰ ভাগৱতী; ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা; কামাখ্যা প্ৰসাদ ত্ৰিপাঠী আদি নিয়মীয়া আছিল। বহুজনৰ নাম স্মৃতিৰ পৰাই হেৰাই গৈছে। পিতৃজনাৰ পঢ়া কোঠাতেই প্ৰায়েই ৰাতি একত্ৰিত হোৱা মহান দেশপ্ৰেমিক বৰেণ্য নেতাসকলৰ সান্নিধ্য আমাৰ জীৱনৰ এক অমূল্য সম্পদ্।

মোৰ জন্মৰ আগৰে পৰাই আমাৰ সত্ৰতে পতা স্বেচ্ছাসেৱক বাহিনীৰ প্ৰশিক্ষণ শিৱিৰৰ দায়িত্ব লোৱা ৰূপকোঁৱৰ আমাৰ ঘৰৰে এজন হৈ পৰিছিল। আন্দোলনৰ কামত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰিব লগাত তিনি/চাৰি মাহ পৰ্যন্ত ঘৰত আমাৰ পিতৃজনা নথকাৰ সময়ত ঘৰৰ তদাৰক ৰূপকোঁৱৰেই কৰিছিল। চিপাহী বুলিলেই দিনতে দুৱাৰত ডাং মাৰি সোমাবলগীয়া অৱস্থাৰ সেই দিনবিলাকত যেতিয়া আই (আইতা), মা আৰু আমি ঘৰত ভকতসকলৰ দুই চাৰিজনৰ সৈতে থাকোতে সিজনাক বিচাৰি চিপাহীৰ একোটা দল ঘৰত সোমাইছিল তেতিয়া কোনো এজন লোকে ওলাই মাত মতাৰ সাহস নকৰিছিল। তেনেবোৰ দিনত প্ৰায়েই ৰাতি আমাৰ ঘৰত চৰুৰ তললৈ জুই নগৈছিল। দিন ৰাতিৰ ব্যৱধান নোহোৱাকৈ মাজে মাজে আমাৰ ঘৰত চিপাহীৰ এই উপদ্ৰৱ চলিছিল। তেনেই শিশু অৱস্থাত এইবোৰ দেখি ভয়তে ধাতু হেৰুওৱা মোক আয়ে বুকুৰ মাজত লৈ অভয় দিছিল। আয়ে (আইতা) এনে অৱস্থাত কেতিয়াবা নিজকে কোৱাদি কৈছিল– "ক'ৰ জানো গান্ধী মহাৰজাজন ওলাই মোৰ কুমলীয়া ল'ৰাটোক বলিয়া কৰিলে! ভগৱন্তইহে জানে–এই পৰিয়ালটো কেনেকৈ জীয়াই থাকিব।" তেতিয়া কথাবোৰৰ তলা-নলা একো বুজি নাপালেও অলপ বুজন হোৱাত ভাবিছিলো মোৰ মাতৃগৰাকীয়েও বাৰু কম জীয়াতু ভুগিছেনে ? এখনি ঐতিহ্যপূৰ্ণ সত্ৰৰ গৰাকিনী হৈও দুবেলা দুমুঠি খোৱাৰ বা শান্তিৰে বসবাস কৰাৰ নিৰাপত্তা নাই। অৱশ্যে এই বিষয়ত

মাতৃগৰাকীৰ কোনো আক্ষেপ নাছিল কেতিয়াও। বৰঞ্চ সকলোতে সহযোগিতাহে আগবঢ়াইছিল। মহাত্মা গান্ধীৰ আইন অমান্য আন্দোলনৰ পৰিপ্ৰেক্ষিতত ৰূপকোঁৱৰৰ পৰিচালনাত উলিওৱা মহিলাসকলৰ শোভাযাত্ৰাত সকলোৰে আগত হাতত জাতীয় পতাকা লৈ এখনি অভিজাত সত্ৰৰ এক মাত্ৰ বোৱাৰীগৰাকী ৰাজপথলৈ ওলাই গৈছিল (এই কাম কৰিবলৈ যাওঁতে জ্যোতিপ্ৰসাদে আমাৰ আইক (আইতা) বহুদিন বুজাই-বঢ়াই মান্তি কৰাব লগা হৈছিল। কিয়নো সত্ৰীয়া মান-সন্মানৰ পৰম্পৰাত আঘাত পৰিব বুলি আই কোনোপধ্যেই মান্তি নহৈছিল।)

সেই সময়ৰ ভয়াবহ দিনবোৰৰ কথা মনত পৰিলে এতিয়াও গা সিঞৰি উঠে। কোনোবা দিনা দিনটোতে দুই-তিনিবাৰকৈ চিপাহী-মিলিটেৰীবোৰ সত্ৰলৈ পিতৃ দেৱতাক বিচাৰি আহি দম-দমাই হুলস্থুল লগাই গুচি গৈছিল। তাৰ ফাকতে আকৌ ভলণ্টিয়াৰসকলে হাতত পতাকা লৈ- "অ' আমাৰ গাওঁ- আমাৰ গাঁৱৰ মান ৰাখি মৰিবলৈ যাওঁ" আদি গীত গাই গাই শোভাযাত্ৰা উলিয়াইছিল। তাৰ মাজতে কেতিয়াবা আকৌ পিতৃজনা হঠাতে আহি ওলাইছিলহি। আহি পায়েই প্ৰায়ে অসমৰ বিভিন্ন স্থানৰ পৰা 'গুৰুসমুখী' হ'বৰ বাবে আহি বৰচৰাত বাহৰ কৰি থকা শিষ্যসকলৰ খা-খবৰ লৈহে ভিতৰ সোমাইছিল। তৎকালেই যাব লগা কাম নাথাকিলে পুৱতি নিশাই সেইসকলৰ সকলো ধৰণৰ কাম কৰি অতাই তেখেত সকলক বিদায় দি নিজেও নিজ গন্তব্য স্থানলৈ ঢাপলি মেলিছিল। কেতিয়াবা আকৌ নিশা থকাটোও সম্ভৱপৰ নহৈছিল। দুঘণ্টা/এঘণ্টা কটায়েই গুচি গৈছিল। কিন্তু আচৰিত কথা পলাতক অৱস্থাত থাকোতেও ভাদ মাহত সত্ৰত পৰম্পৰা অনুযায়ী প্ৰতিবাৰ আয়োজন কৰা প্ৰমত্ত সিংহ পালনামত ওতঃপ্ৰোতভাৱে জড়িত হৈ পৰিছিল। এই পালনামৰ নিয়মীয়া আচাৰ্য আছিল আমাৰ সত্ৰৰ এটি ৰত্ন, নামধৰ্মৰ, তত্বজ্ঞানৰ পণ্ডিত স্বৰ্গীয় লীলাৰাম নাম লগোৱা। সেই কেইদিন নামৰ ধ্বনিয়ে সত্ৰৰ আকাশ-বতাহ মুখৰিত কৰি সত্ৰ এলেকাত এক স্বৰ্গীয় পৰিবেশৰ সৃষ্টি কৰিছিল। বৰ্তমান আমাৰ বাবে সেয়া যেন সপোনহে আছিল। স্বাধীনোত্তৰ কালত বিধান সভাৰ সদস্য হৈও ভাদমাহৰ এই পালনামৰ পৰা পিতৃজনা বিৰত নাথাকিছিল। আনকি বিধান সভাৰ অধিবেশন চলি থকা অৱস্থাতো অধিবেশনৰ পৰা বিৰত থাকি হলেও পালনামৰ গুৰি ধৰিছিলহি।

## শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

১৯২১ চনৰ পৰা মহাত্মা গান্ধীৰ সত্যাগ্ৰহ আন্দোলনত সক্ৰিয়ভাৱে অংশ গ্ৰহণ কৰা পিতৃজনাক (১৯৩২) চনত প্ৰথমবাৰৰ বাবে গ্ৰেপ্তাৰ কৰি প্ৰথমে তেজপুৰ জেলতে ৰাখে। নিজ ব্যক্তিত্বৰে প্ৰতিজন ব্যক্তিৰ অন্তৰ জয় কৰিবলৈ সমৰ্থ হোৱা শ্ৰদ্ধাস্পদ সত্ৰাধিকাৰ গৰাকীক গ্ৰেপ্তাৰ কৰাত তেখেতৰ দৰ্শন লাভৰ বাবে শিষ্য-প্ৰশিষ্য; আত্মীয়-স্বজনৰ কাৰাগাৰত ইমান ভীৰ আৰম্ভ হয় যে কৰ্তৃপক্ষই ইয়াৰ পৰা পৰিত্ৰাণ পাবৰ বাবে পিতৃজনাক শিলচৰ কাৰাগাৰলৈ স্থানান্তৰ কৰি দৰ্শনাৰ্থীসকলক ইয়াৰ পৰা বিৰত কৰাবলৈ বাধ্য হয়। চৰকাৰৰ হুকুমমতে ৩য় শ্ৰেণীৰ বন্দী হিচাবে এবছৰ সশ্ৰম কাৰাদণ্ডৰ উপৰিও ৫০০ ( পাঁচশ ) টকাৰ জৰিমনা বিহে। সেই সময়ত মহাত্মা গান্ধীৰ নিৰ্দেশ আছিল জৰিমনাৰ টকা চৰকাৰক নিদিবৰ বাবে। জৰিমনাৰ ধন আদায়ৰ অজুহাতত খুটিৰ গৰু-ম'হ; ভিতৰৰ সকলো ধৰণৰ সম্পত্তি যেনে— কাঁহ-পিতলৰ বাচন; লোহাৰ আলমাৰী; চকী-মেজ-পালেং ইত্যাদি সকলো বস্তু নিচেই সামান্য দামত নিলাম কৰি সেই মূল্যৰে জৰিমনাৰ টকা আদায় নোহোৱা দেখুৱাই ঘৰৰ টিনপাত আৰু প্ৰায় আশী বিঘা ৰূপীত মাটি নাম-মাত্ৰ মূল্যতে নিলাম কৰি দি পৰিয়ালটিক এটা গভীৰ অৰ্থ সঙ্কটত পেলায়।

ভাগ্য ভাল, মাতৃৰ গহনাখিনি আমাৰ চিপহাসত্ৰৰ ককাদেউতাই চৰকাৰৰ এনে এক ঘটনাৰ আশংকা কৰিয়েই আগতেই তেখেতৰ ঘৰলৈ লৈ গৈছিল সেয়ে অলংকাৰখিনি নিলামৰ পৰা ৰক্ষা পৰে। সেই নিৰাশ্ৰয় অৱস্থাত আমাক সকলো প্ৰকাৰে অভয় আৰু আশ্ৰয় দান কৰোঁতাসকল হ'ল আমাৰ সত্ৰৰ ৰথীয়া-পৰীয়া ভকত সকলৰ দুই চাৰি আৰু আমাৰ মোমাইদেউদ্বয় স্বৰ্গীয় লক্ষ্মণ মহন্ত আৰু স্বৰ্গীয় হৰেণ মহন্তদেউ। এবছৰৰ মূৰত পিতৃজনা যেতিয়া কাৰাগাৰৰ পৰা মুকলি হৈ ঘৰলৈ উভতি আহে তেতিয়ালৈকে আমাৰ ঘৰত বহিবলৈ এখনি চকী; ভাত খাবলৈ এখনি কাঁহৰ কাহীও নাছিল। স্বাধীনোত্তৰ কালত জাতীয় চৰকাৰে যেতিয়া সেই সম্পত্তিবোৰৰ হিচাব বিচাৰিছিল তেতিয়া পিতৃজনাই কৈছিল—"দান দিয়া বস্তু ঘূৰাই জানো ল'ব পাৰি; সেয়া মোৰ দেশৰ বাবে দিয়া দানহে।"

১৯৪১ চনত দ্বিতীয়বাৰ সত্যাগ্ৰহৰ জৰিয়তে পিতৃজনাই ছমাহৰ বাবে কাৰাবৰণ কৰে। তেতিয়া মোৰ বয়স আঠ বছৰহে যদিও সত্যাগ্ৰহত ময়ো আছিলো পিতৃজনাৰ লগে লগে। এতিয়াৰ সত্যাগ্ৰহৰ লগত তেতিয়াৰ দিনৰ

সত্যাগ্ৰহ অলপ বেলেগ আছিল। এখনি ৰাজহুৱা সভাত পূৰ্ব-নিৰ্দ্ধাৰিত এগৰাকী নেতাই চৰকাৰৰ বিৰুদ্ধে ভাষণ দিয়ে আৰু ভাষণ শেষ হোৱাৰ লগে লগে পূৰ্বৰ পৰা তাত বৈ থকা পুলিচে ভাষণ দিয়া লোকজনক গ্ৰেপ্তাৰ কৰে। মোৰ সন্মুখতে তেখেতক ধৰি লৈ যোৱা দৃশ্যই মোৰ মনত সেইবাৰ এনে আঘাত দিছিল যি মোৰ জীৱনত স্মৰণীয় হৈ ৰ'ব। সেইবাৰ অৱশ্যে তেজপুৰ কাৰাগাৰতে প্ৰথম শ্ৰেণীৰ বন্দী হিচাবে ৰাখিছিল আৰু ৰূপকোঁৱৰৰ যত্নত আমি পোন্ধৰ দিনৰ মূৰে-মূৰে দেখা কৰিবলৈ পাইছিলো। তেখেতেই নিজৰ 'অষ্টিন' গাড়ীখনেৰে আমাক কাৰাগাৰলৈ অনা-নিয়া কৰিছিল। দেখা কৰোতে মায়েই দুই এটা কথা সুধিছিল। পিতৃজনাই উত্তৰহে দিছিল কিন্তু একো সোধা নাছিল। দেশৰ চিন্তাত বিভোৰ হৈ নিজৰ পৰিয়ালৰ প্ৰতিও একেবাৰে উদাসীন আছিল। দেখা কৰাৰ পাচত যেতিয়া ডাঙৰ ডাঙৰ লোহাৰ দুৱাৰখন জপাই দিছিল তেতিয়া আমাক শোকে খুন্দা মাৰি ধৰিছিল। ল'ৰালি কালছোৱা বিশেষ লাহ বিলাহত কটোৱা পুৰুষগৰাকীয়ে মহাত্মাজীৰ বিদেশী বস্তু বৰ্জনৰ আহ্বানৰ প্ৰতি সহাঁৰি জনাই কাৰাগাৰত নিজে কটা কপাহী সূতাৰে মাতৃগৰাকীয়ে ঘৰত বৈ দিয়া পাঞ্জাৱী, চেলেং, চুৰিয়া ব্যৱহাৰ কৰিছিল।

১৯৪০ চন। সত্ৰৰ কাষৰে বৰবাকৰিত এখনি ৰাষ্ট্ৰীয় সন্মিলনৰ আয়োজন চলিছিল। এতিয়া বৰবাকৰিত মিশ্যন হস্পিতাল হ'ল। পিতৃজনাৰ তত্বাৱধানত সমগ্ৰ তেজপুৰীয়া ৰাইজৰ সহযোগিতাত বৰবাকৰিত সন্মিলনৰ বাবে বিতোপনকৈ প্ৰকাণ্ড ৰভাঘৰ তৈয়াৰ কৰা হৈছিল। চাৰিদিনীয়াকৈ পালন কৰা সন্মিলনখনিত প্ৰদেশ কংগ্ৰেছৰ সকলো বিষয়ববীয়াৰ উপৰিও ভাৰতৰ বিভিন্ন স্থানৰ বিশিষ্ট নেতাসকলেও অংশ গ্ৰহণ কৰিছিল। বিভিন্ন ভাষা-ভাষীৰ লোকেৰে দলদোপ-হেন্দোলদোপ হোৱা সন্মিলনখনিৰ সকলো প্ৰকাৰৰ পৰিচালনাৰ ভাৰ নিজৰ ওপৰত থকাত প্ৰায় এমাহ কাল ধৰি আহাৰ-নিদ্ৰাৰ কোনো ঠিকনা নথকাতো সেই ব্যস্ততাৰ মাজত পিতৃজনাৰ মুখ দেখি তেখেতৰ পৰিশ্ৰান্তিৰ কথা কিন্তু কোনেও ধৰিব নোৱাৰিছিল। সন্মিলনৰ কোনোবা এদিনৰ নিশা ৰূপকোঁৱৰৰ প্ৰথম অসমীয়া কথাছবি "জয়মতী" মুকলিকৈ প্ৰদৰ্শন কৰা হৈছিল। সেই প্ৰদৰ্শনীত আমিও আছিলো।

এনেবোৰ ব্যস্ততাৰ মাজতে সময় উলিয়াই সত্ৰীয়া পৰম্পৰাৰ কামবোৰো

নিষ্ঠাৰে পালন কৰা হিমালয় সদৃশ সুদৃঢ় মনোবলৰ অধিকাৰী ব্যক্তি গৰাকীৰ এদিনৰ এটি ঘটনা মোৰ জীৱনৰ বাবে অবিস্মৰণীয়। চল্লিশ চনৰে ভাদমাহৰ কোনোবা এটি পৱিত্ৰ তিথিৰ কথা। সেই সময়ত পিতৃজনাক পুলিচে গ্ৰেপ্তাৰ কৰিবলৈ বিচাৰি ফুৰিছিল। সেইদিনাৰ বিয়লিৰ প্ৰসঙ্গত নিজে আচাৰ্য হৈ নাম গাই থকা অৱস্থাতে চিপাহীৰ এটি দল হাতত গ্ৰেপ্তাৰী পৰোৱানা লৈ নামঘৰৰ সম্মুখত হাজিৰ হ'লহি। পিতৃজনাৰ নাম গোৱাৰ সুৰ আৰু কণ্ঠৰ স্বৰ্গীয় সংমিশ্ৰণত দৈৱিক পৰিবেশৰ সৃষ্টি হোৱা অপূৰ্ব দৃশ্য, কীৰ্তন ঘৰৰ বুলনিত বহি চিপাহীদলৰ লগত অহা উচ্চ পদস্থ বিষয়াগৰাকীয়ে সকলোকে আচৰিত কৰি একান্তমনে চাবলৈ ধৰিলে। ইফালে আমাৰ ঘৰৰ সকলোৰে লগতে ভকত সকলৰ পিতৃজনাৰ আসন্ন গ্ৰেপ্তাৰৰ আশংকাত অণ্ঠ-কণ্ঠ শুকাই গ'ল। নাম শেষ হোৱাত পিতৃজনা বাহিৰলৈ ওলাই আহি তেতিয়ালৈকে বহি থকা পুলিচ বিষয়াগৰাকীক দেখি আসন্ন গ্ৰেপ্তাৰৰ কথা অনুভৱ কৰিও হাঁহিৰে সম্ভাষণ জনালে। আৰু সেই সময়তে সকলোকে চমক খুৱাই বিষয়াই পিতৃজনাক ক'বলৈ ধৰিলে– "মোক ক্ষমা কৰক। মোৰ কি সাধ্য আছে আপোনাক গ্ৰেপ্তাৰ কৰাৰ। আপুনি ভগৱান! আপোনাক গ্ৰেপ্তাৰ কৰি মই পাপ আৰ্জন নকৰোঁ। মোক অকণমান পুণ্য আৰ্জন কৰাৰ সুযোগ দিয়ক" এই বুলি বিষয়াগৰাকী চিপাহীৰ দল লগত লৈ অধোমুখে তাৰ পৰা উভতি গ'ল। এই দৃশ্য দেখা সকলো অভিভূত হৈ পৰিছিল। আৰু মোৰ বাবে সেই দৃশ্য আছিল অবিস্মৰণীয়।

১৯৪৪ চনত ৩য় বাৰৰ বাবে গ্ৰেপ্তাৰ বৰণ কৰাৰ পাচত সময় শেষ হোৱাৰ আগতেই পিতৃজনাক কৰ্তৃপক্ষই সকলো ধৰণৰ সভা সমিতি, ৰাজহুৱা অনুষ্ঠানত যোগদানত নিষেধাজ্ঞা জাৰি কৰি সত্ৰৰ ভিতৰতে গৃহবন্দী কৰি ৰাখে। তাৰে ভিতৰতে চৰকাৰী আদেশ সাপেক্ষে তেখেতে দূৰণিৰ ৰাজহুৱা দায়িত্বও পালন কৰে।

অৰুণাচল প্ৰদেশৰ পাহাৰী জনগোষ্ঠীৰ ছাত্ৰসকলক শংকৰী সংস্কৃতিৰ প্ৰশিক্ষণ দি দিল্লীৰ ৰাজদৰবাৰত সেইসকলকো লগত লৈ 'পাৰিজাত হৰণ' নাটকৰ অভিনয় কৰি দৰ্শক সকলক মোহিত কৰাৰ বাহিৰেও ৰাষ্ট্ৰপতিৰ পুৰস্কাৰ ল'বলৈ সমৰ্থ হোৱা; সংগীত নাটক অকাদমিৰ দ্বাৰা পুৰস্কৃত সিংহ পুৰুষ গৰাকীৰ সাংস্কৃতিক দক্ষতাই আমাক গৌৰৱান্বিত কৰিছে। জীৱনৰ শেষ কালচোৱা ৰাজনীতিৰ পৰা আতৰি আহি সাহিত্য, সংস্কৃতি আৰু

সত্ৰীয়া পৰম্পৰা ৰক্ষাত আত্মনিয়োগ কৰি সংসাৰী হিচাবে নিজৰ সকলো কাৰ্য সমাপন কৰি আনকি মাতৃ গৰাকীকো আগতে পঠিয়াই কাকো অকণো কষ্ট নিদিয়াকৈ নিৰ্লিপ্ত আৰু মুকলিমূৰীয়া হৈ স্থিতপ্ৰজ্ঞ পুৰুষৰ দৰে ভগৱন্তৰ চৰণত আত্মনিয়োগ কৰি বৈকুণ্ঠী হয়।

আমাৰ সীমিত জ্ঞানেৰে যিকণ মনত আছে তাকে লিখনিৰ আকাৰত প্ৰকাশ কৰিবলৈ পাই নিজকে ধন্য মনাৰ লগতে পিতৃজনাৰ কৰ্মৰাজিৰ বিশেষ বিশেষ ( মনত থকা ) মুহূৰ্তখিনি লিখিবলৈ সুযোগ দিয়াৰ বাবে সুধীজনলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। পৰম পুৰুষ পিতৃজনাৰ বিদেহী আত্মাৰ চৰণত শতকোটি প্ৰণাম।

# স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামীদেৱৰ পবিত্ৰ স্মৃতিত

## শ্ৰীবিশ্বদেৱ শৰ্মা

পূজ্যপাদ স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামীদেৱৰ জীৱনী এখন প্ৰকাশ কৰাৰ অভিপ্ৰায়ে মোক তেখেতৰ বিষয়ে লিখিবলৈ কোৱাত মই বিব্ৰত বোধ কৰিছিলো। কাৰণ অলপ দিনৰ বাবেহে তেখেতৰ সংস্পৰ্শ লাভ কৰিছিলো ১৯৪২ চনৰ আন্দোলনত। তেখেতক অৱশ্যে সৰুৰে পৰা জানো- দেউতাৰ সহকৰ্মী আছিল। সৰু কালতে তেখেতৰ প্ৰতি মোৰ গভীৰ শ্ৰদ্ধা হৈছিল তেখেতৰ মৰ্ম্ম আৰু নিৰ্ভীক উদাৰতাৰ বাবে। আমাৰ সৰু কালৰ সত্ৰাধিকাৰসকল আছিল বৰ শ্ৰদ্ধেয় আৰু সম্মানৰ পাত্ৰ। এখন সত্ৰৰ অধিকাৰ হৈয়ো স্বৰ্গীয় গোস্বামীদেৱৰ আচৰণত আমি বৰ আচৰিত হৈছিলো। কোনো ভেম নাই সদা প্ৰফুল্ল, দেখা পালে সৰু বৰ সকলোকে আকোঁৱালি ধৰে। ইয়াৰ কাৰণে মই তেখেতক বৰ শ্ৰদ্ধা কৰিছিলোঁ।

১৯৪২ চনৰ আন্দোলনত যেতিয়া সকলোবোৰ নেতা জেলত সোমাল, বাহিৰত আছিল স্বৰ্গীয় জ্যোতিপ্ৰসাদ আগৰৱালা আৰু স্বৰ্গীয় গোস্বামীদেৱ। নেতা সকলৰ অবিহনত গাঁৱৰ ৰাইজ তেনেই বিমৰ্ষ হৈ আন্দোলনৰ উদ্যম ক্ৰমে নাইকিয়া হ'বৰ উপক্ৰম হৈছিল। তেনে সময়তে আহিল নিৰ্দেশ যে ৰাইজক আকৌ জগাই তুলিব লাগে। শ্ৰীমতী অৰুণা আচফ আলি আহিল অসমলৈ আৰু সকলো কংগ্ৰেছ কৰ্মীকে ধৰা নপৰাকৈ থাকিবলৈ নিৰ্দেশ দিলে আৰু কূটাঘাটমূলক কাৰ্যত লাগিবলৈ ক'লে যাতে বৃটিছৰ যুদ্ধত বিঘিনি ঘটে।

যিদিনা গান্ধীজীৰ আমৰণ অনশনৰ বাবে আনকি স্বৰ্গীয় ডাঃ বিধান ৰায় ডাঙৰীয়ায়ো ক'লে যে এতিয়া গান্ধীজী ঈশ্বৰৰ হাতত।সেইদিনা ব্যাকুল হৈ মই স্বৰ্গীয় গোস্বামীদেৱৰ ঘৰলৈ, নিকামূল সত্ৰলৈ যাওঁ। তেখেতৰ অৱস্থা দেখি ময়ো হতবাক হৈছিলো। মানুহজন একেবাৰে ব্ৰিতত হৈ মোক সুধিছিল যে বিশ্ব বাপা, এতিয়া আৰু বহি থাকিলে নহ'ব। প্ৰথমে আমি বৰ চাহাবৰ মূৰটো মুচৰি আনোঁগৈ বলা। গোস্বামীদেৱক মই সদায় প্ৰভু বুলি সম্বোধন কৰিছিলো। প্ৰভু, আমাক দেখোন বৰ চাহাবৰ'ওচৰ পোৱাৰ

মাগতেই তাত থকা পুলিচে গুলিয়াই মাৰিব । তৎক্ষণাত তেখেতে ক'লে যে লা, তোমালোকৰ নদীৰ পাৰৰ খুটিলৈ যাওঁ । তাৰ পৰাই আমি ুটাঘাতমূলক কাম আৰম্ভ কৰিম । সেই বুলি ৰাতিয়েই ১২ মাইল বাট গৈ মামি খুটি পালোগৈ । তাত পাই আমি স্থানীয় যি অলপ কৰ্মীক আনিব াৰিলো মাতি আনি কলোঁ যে প্ৰথমে চাৰ্কোল অফিচটো পুৰিব লাগে । াৰ পাচত শালনী বিমান ঘাটিতো জুই জ্বলাব লাগিব । কৰ্মীসকলে তখেতৰ এই ভয়ঙ্কৰ মূৰ্তি দেখি সকলো সন্মত হ'ল আৰু সেই মতে াৰ্কোল অফিচ পোৰা হ'ল । তাৰ পিচত শালনী আৰু মিছামাৰী বিমান াটিলৈ আমাৰ যোজা চলিল । যিদিনা জুই দিয়াৰ কথা তাৰ আগদিনাই ুলিচে কেনেবাকৈ গম পাই শালনীতে কাম কৰা বেপাৰীসকলৰ সকলোকে গ্ৰেপ্তাৰ কৰি বন্দী কৰি কৰি থলে ।

মিছামাৰী বিমানঘাটিৰ ওচৰৰ বহুতো ঘৰ জ্বলাবলৈ আমাৰ কৰ্মীসকল সমৰ্থ হ'ল, যদিও তাতো সতৰ্ক পহৰাদাৰ আছিল । ওচৰৰে কেইটামান খেৰৰ ঘৰত জুই লগাই পলাওতে কিছু কৰ্মী হতাহত হ'ল । গোস্বামীদেৱৰ অদম্য সাহস আৰু প্ৰেৰণাত কৰ্মীসকল মৃত্যুঞ্জয় হ'ল । পিচত গান্ধীজীৰ নিৰ্দেশ ক্ৰমে এই আন্দোলন বন্ধ কৰা হ'ল ।

গোস্বামীদেৱৰ আৰু এটা দিশ আছিল পৰ্বত-ভৈয়াম সম্প্ৰীতি । এই উদ্দেশ্যত তেখেতে প্ৰধান ভূমিকা লৈছিল তেজপুৰত তেখেতৰ সত্ৰতে পাহাৰৰ কিছুমান ল'ৰাক পঢ়াবলৈ ঘৰ সাজি সুবিধা কৰি দিছিল । এইবোৰ চাবলৈ এবাৰ সেই সময়ৰ গৱৰ্ণৰ শ্ৰীবি, কে, নেহৰু তেখেতৰ সত্ৰলৈ আহিল । অসমীয়া সংস্কৃতিৰ প্ৰতি নেহৰুৰ বিশেষ আগ্ৰহ থকা বাবে গোস্বামীদেৱে বৰনামৰ ব্যৱস্থা কৰিছিল; আৰু নিজে তাল লৈ নাম গাইছিল । তেখেতৰ সেই নাম আৰু লগতে অসমীয়া বাদ্য ভাণ্ডৰ সকলোবোৰ সংমিশ্ৰণত যি মধুৰ সমন্বয় হৈছিল তাক দেখি নেহৰু বৰ অভিভূত হৈ পৰিছিল । তেখেতে কৈছিল যে জীৱনত মই এনে এটা অনুভূতি কতো পোৱা নাছিলোঁ । এই বুলি তেখেতে অসমীয়া সংস্কৃতিৰ ভূয়সী প্ৰশংসা কৰিছিল ।

মুক্তি যুঁজাৰু সকলৰ এখন তালিকা প্ৰস্তুত কৰিবলৈ স্বৰ্গীয় গোস্বামী আৰু মোৰ ওপৰত ভাৰ পৰিছিল । আমি গোটেই জিলাখনতে ভ্ৰমণ কৰিব লগা হৈছিল । তেখেতে কোনো ক্ষেত্ৰতে পিছ পৰি নাথাকে । কেতিয়াবা

তেখেতে দিনটো কেৱল চাহ খায়েই কটাই দিয়ে। ৰাইজৰ সম্মিলন হলে প্ৰভুৱে নিজে তদাৰক কৰি বৰ ভাল পাইছিল। সেই কেইদিন তেখেতে ভাত খোৱা বন্ধ কৰিছিল। গোটেই দিনটো পৰিশ্ৰম কৰিও কেতিয়াও ভাগৰ লাগিছে বুলি নকয়। আৰু খাবলৈ কলেও গেৰেহনী মাৰি উঠিছিল। দেশৰ প্ৰতি তেখেতৰ আত্মত্যাগ সঁচাকৈয়ে সকলোৰে কাৰণে প্ৰেৰণাদায়ক আছিল। তেখেতৰ মৃত্যুৰ সময়ত মই আছিলো। সেই সময়তো তেখেতে মুখত হাঁহি আৰু হাতজোৰ কৰি নমস্কাৰ জনাইহে ইহলোক ত্যাগ কৰিছিল। তেখেতৰ আত্মাই চিৰ শান্তি লাভ কৰক। এয়ে মোৰ তেখেতৰ প্ৰতি শ্ৰদ্ধাঞ্জলি।

# গহন চন্দ্ৰ গোস্বামী

## শ্ৰীৰবীন কাকতী

১৯৩১ চনত শোণিতপুৰৰ ন-দুৱাৰত কৃষক সভা বহিছিল। ডাঃ হৰেকৃষ্ণ দাসৰ লগত আমি কেবাজনো গুৱাহাটীৰ পৰা গৈছিলো। মোৰ মনত থকা মতে এই ১৯৩১ চনত ন-দুৱাৰত বহা ৰায়ত সভাত স্বেচ্ছাসেৱক বাহিনীৰ অধিনায়ক হিচাবে গহন চন্দ্ৰ গোস্বামী আছিল। আনহাতে তেওঁ খাদ্য কমিটিৰো সভাপতি নে সম্পাদক আছিল। কাৰণ তেওঁক আমি ভলণ্টিয়াৰ আৰু প্ৰতিনিধিসকলৰ ৰন্ধা-বঢ়া কামত বিশেষভাৱে ব্যস্ত থকা দেখিছিলো। আনকি তেওঁ ভাঁত-দাইল বিলোৱা কামতো নিজেই লাগিছিল। মাতটো ভল-ভলীয়া আৰু কথাবোৰ বেছ্ ডাঙৰ যদিও শুৱলা আছিল। মুখত এটা আনন্দৰ ভাৱ বিৰিঙি আছিল।

১৯৩৫ চনৰ জানুৱাৰী নে ফেব্ৰুৱাৰী মাহত গৌৰীসাগৰৰ ওচৰত নামদাঙৰ অনুসূত গাঁৱৰ এজন লোকে আমাৰ বলিয়াঘাটৰ ঘৰত এখন চিঠি দি যায়। মই ৰাতি শিৱসাগৰৰ পৰা ঘূৰি আহি চিঠিখন চাই দেখিলো, গহন চন্দ্ৰ গোস্বামীদেৱ নামদাং গাঁৱৰ নামঘৰতে আছেহি। সময় পালে এবাৰ লগ ধৰিবলৈ লিখিছে। মই প্ৰথমতে আচৰিত হৈছিলো! কিয় তাত আহি আছেহি! খা-খবৰ কৰি গম পালো যে, তেজপুৰৰ নিকামূল সত্ৰৰ অধিকাৰ হিচাবে আহি নামদাং গাঁৱৰ নামঘৰতে আছেহি। নিকামূল সত্ৰৰ হেনো সেই অঞ্চলৰ কেইবাখনো গাঁৱত বহুতো শিষ্য আছে। গতিকে তেখেতে শিষ্যসকলৰ শৰণ ভজন দিয়াৰ কাৰণে উক্ত নামঘৰতে বাহৰ পাতি আছেহি।

সেই সময়ত হৰিজন আন্দোলন চলিছিল। হৰিজন সেৱা সংঘৰ প্ৰাদেশিক অফিচ শিৱসাগৰত আছিল। তেখেত প্ৰাদেশিক হৰিজন সেৱক সংঘৰ কাৰ্যকৰী কমিটিৰ এজন মুখ্য সদস্য আছিল। ময়ো শিৱসাগৰ জিলা হৰিজন সেৱা সংঘৰ সমিতিৰ এজন কাৰ্যকাৰক আছিলো। মই তেখেতক লগ ধৰোঁগে। কংগ্ৰেছ্ সংগঠনৰ বিষয়ে অলপ আলোচনা কৰি, চাহ-বাগানৰ বস্তি আৰু কাম কৰা বনুৱা সমাজৰ মাজত কাম কৰাৰ বিষয়ে আলোচনা কৰোঁ। কাৰণ বনুৱাসকলকো অসমীয়া সমাজে অস্পৃশ্য লোকৰ

দৰে ব্যৱহাৰ কৰিছিল। তেখেতৰ লগত মই গান্ধীজীয়ে দিয়া পৰামৰ্শ মতে বস্তিৱালা চাহ শ্ৰমিকৰ, ভৈয়াম আৰু পাহাৰত বাস কৰা আদিবাসী সকলৰ মাজত কাম কৰাৰ বিষয়ে আলোচনা কৰিছিলো। অসমৰ সত্ৰবিলাকৰ ধন জন শক্তি কামত কেনেকৈ লগাব পৰা হয়, সেই বিষয়ে আমাৰ আলোচনা হৈছিল। ডাঙৰ ডাঙৰ সত্ৰ কেইখনত থকা ভকতসকলক পাদুৰী বা ৰামকৃষ্ণ মিছনৰ সেৱকৰ দৰে সেৱা ধৰ্মব্ৰতী কৰাৰ বিষয়েও আলোচনা কৰিছিলো। তেখেতে কৈছিল যে, ডাঙৰ বাধা হৈছে; ৰামকৃষ্ণ মিছনৰ দৰে ডাঙৰ ডাঙৰ সত্ৰকেইখনত থকা ভকতসকল আদৰ্শবান উচ্চ শিক্ষিত আৰু সেৱাভাৱাপন্ন নহয়। তেওঁলোক কিছুমান কু-সংস্কাৰ আৰু অন্ধ বিশ্বাসৰ দ্বাৰা প্ৰভাৱান্বিত। আনহাতে সত্ৰাধিকাৰতকৈ সত্ৰৰ মেধি, কাকতী, সাতোলা আদিৰ প্ৰতি সত্ৰতে একোটা শক্তিশালী ন্যস্ত স্বাৰ্থ গঢ়ি উঠিছে। তেখেতে কৈছিল যে, শিক্ষিত ডেকাসকলক আকৰ্ষণৰ কাৰণে ৰামকৃষ্ণ মিছনৰ দৰে অসমতো এটা সংগঠন গঢ়ি তুলিব লাগে।

ইয়াৰ পিছত তেখেতক লগ পাওঁ ১৯৩৭ চনত তেজপুৰত বহা ৰাষ্ট্ৰীয় সন্মিলনত। তেখেত স্বেচ্ছাসেৱক বাহিনী আৰু আনহাতে প্ৰতিনিধি সকলৰ থকা-খোৱা-লোৱা ইত্যাদি কামত ব্যস্ত আছিল আৰু সেই একেই আনন্দ-হাঁহি মুখ।

১৯৪২ চনত আমি জেলৰ ভিতৰত খবৰ পাইছিলো যে, তেখেতে জ্যোতিপ্ৰসাদ আগৰৱালাৰ সৈতে তেজপুৰত এটা মৃত্যু বাহিনী সংগঠন কৰিছিল। সেই মৃত্যু বাহিনীৰ অন্যতম প্ৰধান প্ৰশিক্ষণ কেন্দ্ৰ সত্ৰৰ ভিতৰতে এটা আছিল। তেখেতে '৪২ চনৰ গুপ্তভাৱে আন্দোলন পৰিচালনা কৰা অসমৰ অন্যতম এজন প্ৰধান নেতা আছিল। স্বাধীনতা আন্দোলনত তেখেতৰ মাটি-বাৰী, বহুতো সা-সম্পত্তি নিলামত গৈছিল। কিন্তু ইয়াৰ বাবে কিঞ্চিৎ মানো অনুতপ্ত হোৱা নাছিল। তেখেত এজন ত্যাগী চিন্তাধাৰাৰ লোক আছিল। ১৯৪৬ চনত আৰম্ভ কৰা চাহ-বাগানৰ শ্ৰমিক সংগঠনৰ কামতো তেখেতে সহযোগ কৰিছিল।

১৯৫০ চনৰ ভূমিকম্পত উত্তৰ লক্ষীমপুৰত বিভিন্ন অঞ্চলৰ বাইজৰ যি বিপৰ্যয় ঘটিছিল; তেখেতে তাত গৈ বহুদিন ধৰি সেৱা কামত আত্মনিয়োগ কৰা দেখা পাইছিলো। ১৯৫২ চনত তেখেত বিধান সভাৰ সদস্য হৈছিল আৰু ময়ো সেই সময়তে বিধান সভাৰ সদস্য আছিলো। তেখেত এজন

হাস্যৰসিক বক্তা আছিল। তেখেতে বিধান সভাৰ আলোচনা বিলাকত প্ৰায়ে অংশ গ্ৰহণ কৰিছিল। তেখেতৰ দৃঢ় গলগলীয়া মাতে বিধান সভাৰ কক্ষ ৰজন-জনাই গৈছিল। আনহাতে কংগ্ৰেছ মন্ত্ৰীসকলৰ বিভিন্ন কাৰ্যৰ বাবে সংকোচবোধ নকৰি দলৰ সভাত স্পষ্টভাৱে সমালোচনা কৰিছিল। তেখেতৰ লগতে ১৯৩৫ চনত নামদাং নামঘৰত যি আলোচনা হৈছিল; মই পিছত দেখা পাইছিলো যে, তেখেতে কোৱা আৰু চিন্তা কৰা মতে তাক বাস্তৱত ৰূপ দিবৰ কাৰণে দেহে-কেহে লাগিছিল। জীৱনব্যাপি বস্তিৱালা শ্ৰমিক, ভৈয়ামৰ জনজাতি আৰু বিশেষকৈ বৰ্তমান অৰুণাচল ৰাজ্যৰ বিভিন্ন অঞ্চলত সেৱা কামত খোজ-কাঢ়ি ঘূৰি ফুৰিছিল। শঙ্কৰ মিছনক ৰামকৃষ্ণ মিছনৰ দৰে গঢ়ি তুলিবলৈ তেখেতে যত্ন চলাইছিল। গোস্বামীদেৱে উত্তৰ লক্ষীমপুৰৰ সোঁৱণশিৰি সেৱাশ্ৰমৰ প্ৰতিষ্ঠাপক সভাপতি আছিল। জীৱনৰ অন্তিম সময়লৈকে সভাপতি হিচাবে কাম কৰি আছিল। অৰুণাচল ৰাজ্যৰ বিভিন্ন গোষ্ঠীৰ ফৈদৰ পৰা অনা ল'ৰাবিলাকৰ শিক্ষা আৰু সংস্কৃতিৰ প্ৰশিক্ষণৰ বাবে এটা কেন্দ্ৰ নিকামূল সত্ৰতে স্থাপন কৰিছিল।

তেখেত এজন ত্যাগী, সমাজ সংস্কাৰক, উদাৰ, নৈতিক চিন্তাধাৰাৰ লোক আছিল। তেখেতে সত্ৰবিলাকৰ কু-সংস্কাৰ, অন্ধ বিশ্বাস আদিৰ পৰা মুক্ত কৰিবৰ কাৰণেও যত্ন কৰিছিল। আৰু নিজৰ সত্ৰখনো সেই আদৰ্শতে গঢ়ি তুলিছিল।

১৯৭১ চনত নতুন দিল্লীত তেখেতৰ সঙ্গ লাভ কৰা মোৰ সৌভাগ্য ঘটিছিল। তেখেত গৈছিল দিল্লীত সঙ্গীত নাটক অকাদমিৰ ৰাষ্ট্ৰীয় বঁটা গ্ৰহণ কৰাৰ লগতে "পাৰিজাত হৰণ" অঙ্কীয়া নাটক দেখুৱাবৰ কাৰণে। অসমত গহন চন্দ্ৰ গোস্বামীদেৱৰ দৰে সেৱাধৰ্মী, ধৰ্মব্ৰতী পথ প্ৰদৰ্শক অতি বিৰল।

তেখেতৰ বিয়োগত অসমে এজন প্ৰখ্যাত মুক্তি যোদ্ধা, সমাজ সংস্কাৰক, বিভিন্ন উন্নয়ন কামৰ পথ প্ৰদৰ্শক আৰু অসমৰ অনুসুচিত সম্প্ৰদায়, অসমৰ শ্ৰমিক আৰু জনজাতি সকলক অসমৰ প্ৰধান সুঁতিৰ লগত মিলন কৰা; আনহাতে শিক্ষা, সংস্কৃতিৰ প্ৰচাৰৰ মাজেদি অসমৰ লগত পাহাৰত বাস কৰা ভাই-ভনীৰ মাজত এটা সম্প্ৰীতি, পৰম্পৰাৰ ভাৱ গঢ়ি তোলাৰ অক্লান্ত প্ৰচেষ্টাব্ৰতী ব্যক্তি হেৰুৱালে।

আমাৰ আশা, তেখেতৰ শতবাৰ্ষিকী জন্ম উৎসৱ উদ্‌যাপনে নতুন অসম গঢ়াৰ সপোন দেখা ডেকা-গাভৰুৱে কৰ্মপ্ৰেৰণা লাভ কৰিব।

# নিকামুল সত্ৰাধিকাৰৰ সান্নিধ্যত

শ্ৰীলক্ষেশ্বৰ হাজৰিকা

১৯৩৫ চনত মাইনৰ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিচত উচ্চ শিক্ষা লাভৰ আশাৰে, কলিয়াবৰৰ ওজাসকলৰ মুখত উষা-চিত্ৰলেখাৰ মনোৰম কাহিনী শুনি চাবলৈ ইচ্ছুক হৈ থকা তাহানিৰ শোণিতপুৰৰ চৰকাৰী উচ্চ বিদ্যালয়ত অধ্যয়ন কৰাৰ অভিলাষে প্ৰত্যুষতে নামিলোগৈ তেজপুৰ নগৰত। তেতিয়া তেজপুৰলৈ শিলঘাটৰ পৰা জাহাজেৰে যাব লাগে। জাহাজ ৰাতি যায়। ভাড়া চাৰিঅনা– আজিৰ মুদ্ৰাত ২৫ পইচা।

সেই সময়ত তেজপুৰ অসমৰ সংস্কৃতিৰ ৰাজধানী বা প্ৰাণকেন্দ্ৰ আছিল। স্বৰ্গীয় বাগ্মীবৰ নীলমণি ফুকনদেৱৰ ভাষাত "আজি জ্যোতিৰ জ্যোতিত ৰাভাৰ আভাত শোণিতপুৰেই নহয় সমগ্ৰ অসম প্ৰতিভাত"। জ্যোতি আগৰৱালা আৰু বিষ্ণু ৰাভাৰ উপৰিও অভিনেতা ফণী শৰ্মা আৰু খোলবাদক নিকামূল সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামীদেৱ আছিল অন্য দুই আকৰ্ষণ। সেই সময়ত বাণ থিয়েটাৰ হ'ল আছিল অসম বিখ্যাত। সময় যোৱাৰ লগে লগে তেজপুৰ নগৰৰ লোকসকলৰ লগত চিনাকী হবলৈ ধৰিলোঁ আৰু প্ৰায়েই আবেলি জ্যোতিপ্ৰসাদে নিজৰ তত্বাৱধানত নিৰ্মাণ কৰা জোনাকী চিনেমা হললৈ গৈ জ্যোতিৰ নানা প্ৰতিভা দেখা পাইছিলোঁ। জ্যোতিপ্ৰসাদৰ লগত সঙ্গীতৰ সাধনাৰ কাৰণে নিকামূল সত্ৰাধিকাৰৰ আহ-যাহ সঘনে হৈছিল আৰু ১৯৩৬ চনৰ এদিন জ্যোতি আগৰৱালাদেৱৰ বাসভৱনৰ সমুখত শুদ্ধ বগা খদ্দৰৰ ধুতি থুৰিয়াই পিন্ধা, গাত খদ্দৰৰ হাত কটা পাঞ্জাৱী, দীঘল ক'লা চুলি, চকুত চচমা লৈ এক সৌন্দৰ্যমূৰ্ত্তি দেখা পালোঁ। গমনত গহীন, মুখ উজ্বল কৰি ৰখা হাঁহি, বহল কপাল আৰু হালি জালি যোৱা গতিৰে এক সু-পুৰুষ। যিমানেই কাষ চাপিলো সিমানেই উজ্বলতা দেখা পাইছোঁ আৰু অনুভৱ কৰিছোঁ এক আকৰ্ষণ।

এইজনেই আছিল নিকামূল সত্ৰাধিকাৰ, যিজনে খোলৰ লগত তবলাৰ মূৰ্চ্ছনা যোগ দি এক নতুন ৰাগৰ সৃষ্টি কৰিছিল, যিজন পুৰুষ নাম প্ৰসঙ্গত বহি ঘোষা পদ দিওঁতে আৰু ভোৰতাল বজাওঁতে সপোন পাহৰা হৈ সঙ্গী নামতিসকলক নামৰসত আপ্লুত কৰি ৰাখিব পাৰিছিল, যি গৰাকী সত্ৰাধিকাৰ সত্ৰাধিকাৰ হৈও লৌকিকতা আৰু কু-সংস্কাৰ ত্যাগ কৰি মহাত্মা গান্ধীৰ

আহ্বানত সত্ৰৰ চাৰিবেৰৰ পৰা ওলাই আহি পৰাধীনা মাতৃৰ বন্ধন শৃঙ্খল মোচনৰ বাবে কাৰাগাৰো সাবটি লব পাৰিছিল, যিজন সুবক্তাই জন সভাত ৰাজনীতিৰ লগত গীতা আৰু প্ৰাচীন ধৰ্মমূলক আখ্যানৰ বৰ্ণনা দি শ্ৰোতামণ্ডলীক উদ্বুদ্ধ কৰি ৰাখিব পাৰিছিল, যি গৰাকীয়ে সত্ৰীয়া ভেম নেওচা দি শিষ্য আৰু সাধাৰণ লোকৰ মাজতো সমানে আসন গ্ৰহণ কৰি আহাৰ পৰ্যন্ত কৰি সকলোকে আপোন কৰিব পাৰিছিল আৰু যিজনৰ তেজস্বী আৰু সৌম্য মূৰ্তিয়ে আবাল. বণিতা বৃদ্ধকো আকৰ্ষিত কৰিব পাৰিছিল সেই গৰাকী আছিল সংস্কৃতিপূৰ্ণ তেজপুৰৰ অন্যতম মহা আকৰ্ষণ ।

১৯৪২ চনৰ "ভাৰত ত্যাগ" আন্দোলনত ১৯৪৩ চনৰ আগ ভাগত তেতিয়াৰ দৰং জিলাৰ সকলো কংগ্ৰেছী লোকক গ্ৰেপ্তাৰ কৰাৰ পিচত জিলা সুৰত ৰৈছিলগৈ মাত্ৰ দুগৰাকী নেতা – জিলা সভাপতি গোস্বামীদেৱ আৰু ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা । মই তেতিয়া বিহালী হাইস্কুলৰ শিক্ষক আৰু সুভাষ বসুৰ আকুল আহ্বানত বিহালী হাইস্কুলৰ শিক্ষকতা ত্যাগ কৰি বিহালী অঞ্চলত কাম কৰা এজন কংগ্ৰেছ কৰ্মী । কংগ্ৰেছৰ কামত আত্মগোপন কৰি থকা অৱস্থাত এই দুজন নেতাক অনেক সময়ত অনেক ক্ষেত্ৰত লগ পাইছিলো । তেতিয়া গোস্বামীদেৱৰ উদ্দাম শক্তি । ৰাতিৰ ভিতৰতে ৫০/৬০ মাইল চাইকেল চলাই কংগ্ৰেছৰ সংগঠন কৰি আৰু কৰ্মীসকলক উৎসাহিত কৰি যোৱা কাৰ্যই সকলোকে স্তব্ধ কৰি তুলিছিল । পুলিচৰ অত্যাচাৰত মই বিহালি ত্যাগ কৰাৰ পিচত গোস্বামীদেৱৰ লগত নগাঁও জিলাতো কংগ্ৰেছৰ কাম কৰিবলৈ সৌভাগ্য হৈছিল । ৰাতি ঘূৰি ফুৰোঁতে কেতিয়াবা একোজন সাধাৰণ লোকৰ ঘৰত তেখেতে জিৰণি লব লগা হৈছিল । কিন্তু গৃহস্থজনৰ পেঁপুৱা লগা অৱস্থাত ঘৰত বেলেগ আসন নেথাকিলে গোঁসাই প্ৰভুৱে নিজে দুখৰী পীৰা টানি আনি বহা মধুৰ ব্যৱহাৰত আমি সকলো স্তম্ভিত হৈছিলোঁ । এইবোৰ কাৰ্যৰ দ্বাৰা সেই উদাৰমনা সত্ৰাধিকাৰজনৰ পৱিত্ৰ ভিতৰ ফালটো দেখা পাইছিলোঁ আৰু বুজিছিলো যে এনে নেতাই গান্ধীৰ প্ৰকৃত অনুগামী আৰু প্ৰতিনিধি । তেনে অৱস্থাত গোস্বামীদেৱক দেখিলে মোৰ মনত পৰিছিল ভাঙী কলনীত আশ্ৰয় লোৱা মহাত্মা গান্ধীলৈ ।

গোস্বামীদেৱৰ লগত ৰাজনৈতিক কাৰ্যত ভ্ৰমণ কৰোঁতে তেখেতক দেখা পাইছিলো যে সত্ৰৰ নিয়মানুসাৰে প্ৰায় প্ৰসঙ্গ কেইটা মানি চলিছিল । চাইকেলৰ ওপৰত যাওঁতেও কীৰ্তন-ঘোষা, বৰগীত আদি সময়োচিতভাৱে

আবৃত্তি কৰি সঙ্গী সকলক উদ্যোগী কৰি ৰাখিছিল। ভোজনৰ সময়ত যি তৃপ্তিৰে সাধাৰণ ব্যঞ্জনো গ্ৰহণ কৰিছিল তাত গৃহস্থ অতি সুখী হৈছিল। এটা কথা এতিয়াও মোৰ কাণত বাজি থাকে। কোনো গৃহস্থৰ ঘৰত গোস্বামীদেৱ আলহী হ'ব লগা হলে গৃহস্থই যেতিয়া হাতজোৰ কৰি সোধে ভোজনৰ ব্যৱস্থা কি হ'ব ? তেতিয়া হাঁহি হাঁহি গোস্বামীদেৱে "দ্ৰৌপদীয়ে দিয়া ক্ষুদকণৰ দৰেই হ'ব" বুলি উত্তৰ দিছিল। বিনা সংকোচে গৃহস্থক স্তম্ভিত কৰি গোস্বামীদেৱে আহাৰ গ্ৰহণ কৰিছিল। তাৰ ফলত মই লক্ষ্য কৰিছিলো গৃহস্থসকলে গোস্বামীক আপ্যায়িত কৰি মুৰতেই লবনে ক'ত থব বুলি এক প্ৰগাঢ় ভক্তিৰ অৱস্থাৰ সৃষ্টি কৰিছিল। মহামানৱ মহাত্মাৰ মহা অনুগামী প্ৰকৃত দেশসেৱক।

মোৰ জীৱনত এটা পাহৰিব নোৱাৰা ঘটনা আৰু সততাৰ উদাহৰণ আজিও মই গোস্বামীদেৱৰ স্মৃতিত সভক্তিৰে স্মৰণ কৰোঁ। ১৯৪৩ চনৰ ভাদ মাহত নগাঁৱৰ বুঢ়াপাহাৰ চাহ বাগানত তেতিয়া মোৰ জ্যেষ্ঠ ভ্ৰাতা স্বৰ্গীয় গোলাপ চন্দ্ৰ হাজৰিকা মেনেজাৰ। তেখেতৰ বঙলাত আমি দুয়ো ৰাজনৈতিক পলাতক আশ্ৰয় প্ৰাৰ্থী। বহু ঠাই ঘূৰি ভাগৰ লাগি দুয়ো ৩/৪ দিন জিৰণি লোৱাৰ কথা। এদিন দুয়ো সন্ধিয়া ভ্ৰমণলৈ ওলাই যাওঁতে গোস্বামীদেৱৰ বগা খদ্দৰৰ মাজত এক সৌম্যমূৰ্তি দেখা পাই হঠাৎ মোৰ মনৰ পৰা ওলাই আহিল আৰু কাতৰভাৱে গোস্বামীদেৱক ক'লো "প্ৰভু, আপুনি মোক শৰণ দিয়ক। মোৰ শিষ্যত্ব গ্ৰহণ কৰক"। তৎক্ষণাত গোস্বামীদেৱে মোৰ গাত হাত দি ক'লে, "নাই, নাই, এনে কথা হ'ব নোৱাৰে। আপুনি পিতৃ পুৰুষৰ গুৰু আৰু সত্ৰ কিয় এৰিব ? আপোনাৰ সত্ৰ জানো কমলাবাৰী নহয় ?" মই স্তম্ভিত হৈ কলোঁ, "হয়, কিন্তু কি হব ?" "নাই নাই গুৰু এৰা সত্ৰ এৰা, কথাটো ধৰ্ম এৰাৰ দৰে। কমলাবাৰী সত্ৰ এৰাৰ আপোনাৰ কোনো যুক্তি নাই।" মই বহু সময় মৌন হৈ থাকি কোনো প্ৰশ্নৰ সমিধান নাপাই মন্ত্ৰমুগ্ধ লোকৰ দৰে গোঁসাইদেৱৰ পিচে পিচে গৈ ককাইদেউৰ বঙলাত উঠিলোগৈ। ৰাতি খাই-বই শুই শুই ভাবিলো এনে এজন পুৰুষেই মহাপুৰুষৰ প্ৰকৃত সত্ৰাধিকাৰৰ যোগ্য লোক। আন কোনো অবিবেচকী সত্ৰাধিকাৰে হয়তো সহজতেই মোক শিষ্য কৰি ললেহেঁতেন।

মই নিকামুল সত্ৰৰ অধীনৰ দুই এখন শাখা সত্ৰৰ ভকতক লগ পাইছিলো। তেখেতসকলৰ মুখত সত্ৰাধিকাৰৰ ভুৰি ভুৰি প্ৰশংসা আৰু

অগাধ শ্ৰদ্ধা গম পাইহে গোস্বামীদেৱক গুৰু হিচাবে লব খুজিছিলো । পিছে তেখেতেই মোৰ ভ্ৰম ভাঙি শিক্ষা দিছিল যে অসমীয়াৰ গুৰু এজনেই । সেয়ে হ'ল শ্ৰীমন্ত শঙ্কৰ আৰু তেৰাৰ ধৰ্ম প্ৰচলন কৰা সত্ৰসমূহৰ মাজত প্ৰীতি সমাদৰ ৰাখি ধৰ্মপালন কৰাটো সত্ৰাধিকাৰসকলৰ প্ৰথম আৰু প্ৰধান কৰ্তব্য ।

গোস্বামীদেৱক আৰু ওচৰত লগ পাইছিলোঁ শ্ৰীমন্ত শঙ্কৰ মিছনৰ সদস্য হিচাবে । ১৯৫৬ চনত মই মিছনত যোগ দিয়াৰ বহু আগৰে পৰা গোঁসাইদেউ মিছনৰ কাৰ্যকৰী সভাৰ সদস্য আছিল । মোৰ মনত পৰাত তেখেতে সদায় সভাত নিয়মমতে উপস্থিত আছিল আৰু মৃত্যুৰ আগলৈকে অতি নিষ্ঠা আৰু মিছনৰ কৰ্মকৰ্তাসকলৰ বাবে দিক্ নিৰ্ণয়কাৰী হিচাবে মিছনৰ ক্ৰমোন্নতি আৰু নীতি নিৰ্দ্ধাৰণত গুৰিয়াল হিচাবে বৰঙণি যোগাইছিল ।

এয়ে সেই নিকামূল সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামীদেৱ আৰু তেখেতৰ পৱিত্ৰ সান্নিধ্যত আহি মোৰ জীৱনত ধৰ্ম সম্পৰ্কীয় ভাৱৰ গঢ়ি উঠিল এক পৱিত্ৰ জাগৃতি । পিচত মই কমলাবাৰীৰ সত্ৰাধিকাৰৰ ওচৰত শৰণ ল'লো– ১৯৫৭ চনত । গোস্বামীদেৱৰ মধুৰ স্মৃতি আৰু পৱিত্ৰ বাণীসমূহে আজিও মন প্ৰভাৱিত কৰি ৰাখিছে । জয়তু নিকামূল সত্ৰাধিকাৰ ।

# স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামীৰ সংগ্ৰামী তেজপুৰ জীৱনৰ কিছু আভাষ

**শ্ৰীশ্ৰীকান্ত শৰ্মা**

১৯৪১ চনত অসমত ছাত্ৰ আন্দোলন হৈছিল। তাৰ কাৰণ আছিল সেই সময়ত বৃটিছ চৰকাৰৰ যুদ্ধ প্ৰচেষ্টাত ভাৰতীয় কংগ্ৰেছ সংগঠনৰ ফালৰ পৰা বাধা প্ৰদান কৰা কাৰ্য। এই সন্দৰ্ভত কটন কলেজৰ ছাত্ৰ-ছাত্ৰীৰ শোভাযাত্ৰাৰ ওপৰত কামৰূপ জিলাধিপতি হামফ্ৰে চাহাবৰ প্ৰত্যক্ষ নিৰ্দেশত কৰা লাঠী চালনা, বন্দুকৰ গুলী আৰু অমানৱীয় অত্যাচাৰৰ বিৰুদ্ধে ৰাজ্য জুৰি প্ৰতিবাঁদ হৈছিল। আনকি কলিকতীয়া অসমীয়া ছাত্ৰই এ, এচ্ এল্ ক্লাবৰ সৌজন্যত এই কাৰ্যৰ ৰাজহুৱাভাৱে প্ৰতিবাদ কৰি নিন্দা আৰু গৰিহণা দিছিল। সেই সময়তে আমিও তেজপুৰত ছাত্ৰ সংগঠনৰ যোগে উপৰোক্ত অত্যাচাৰৰ প্ৰতিবাদকল্পে এখন বিৰাট ৰাজহুৱা সভা আহ্বান কৰোঁ নেহৰু ময়দানত। এই সভাত সভাপতিত্ব কৰিছিল জিলা কংগ্ৰেছৰ সভাপতি গহন চন্দ্ৰ গোস্বামীদেৱে। সভাত শ্ৰীপুষ্পলতা দাসে তেজোদ্দীপ্ত ভাষাৰে ছাত্ৰসকলক আন্দোলন চলাবলৈ আৰু ৰাইজে তাত সমৰ্থন জনাবলৈ আহ্বান জনাইছিল। গোস্বামীদেৱে গহীন হৃদয়গ্ৰাহী ভা্যাৰে কৰা আবেদন আজিও মনত বাজে।

১৯৪২ চনৰ আন্দোলনত গোস্বামীদেৱে সংগঠন শক্তি, চৰম আত্মত্যাগ আৰু সাহসিকতাৰ পৰিচয় দিয়ে। তেখেতে আত্মগোপন কৰি সমস্ত দৰং জিলাৰ সৰ্বাধিনায়কৰূপে গুপ্ত আন্দোলনৰ গুৰি ধৰে। তেখেতৰ লগত জ্যোতিপ্ৰসাদ আগৰৱালা আৰু শ্ৰীপুষ্পলতা দাস ডাঙৰীয়ানীও আছিল। ভৰ বাৰিষা নগাৱঁৰ শ্ৰীলক্ষ্মী প্ৰসাদ গোস্বামীৰ লগত ব্ৰহ্মপুত্ৰ পাৰ হৈ (তেতিয়া ব্ৰহ্মপুত্ৰৰ বুকুত দলং নাছিল) উৰিয়াগাঁও সত্ৰ আৰু অন্যান্য গুপ্ত ঘাটিত থাকি তাতো গুপ্ত আন্দোলন চলাইছিল। আন্দোলনৰ শেষৰ ফালে ১৯৪৪ চনত তেখেত ধৰা পৰে আৰু কাৰাবাস খাটিব লগা হয়। ১৯৪৫ চনত আনসকলৰ লগতে তেখেতেও মুক্তি পায়। ১৯৪২ৰ পৰা ১৯৪৪ চনলৈ সমস্ত দৰং (তেতিয়াৰ) জিলাত গাঁৱে-ভূঞে ইংৰাজ চৰকাৰৰ বিৰুদ্ধে যুদ্ধংদেহি মনোভাৱ গঢ়ি তুলিছিল। তাৰ ফলত গহপুৰ, ঢেকিয়াজুলী, চতিয়া, বিহালী

থানা আৰু তেজপুৰ কাছাৰী ঘৰত জাতীয় পতাকা উত্তোলন কাৰ্যসূচী কৃতকাৰ্য কৰিবলৈ যাওঁতে বহুত বিপ্লৱীৰ মৃত্যু হৈছিল আৰু অসংখ্য লোক জীৱনলৈ ঘৃণীয়া হৈছিল। গোস্বামীদেৱ মিছামাৰীত লুকাই থাকোতে এদিন আমাৰ লগত কথা বতৰা হৈ দিহা পৰামৰ্শ দিছিল। তাৰ ভিতৰত আছিল যে কোনো কৰ্মীয়ে ধৰা দিব নালাগে।

১৯৪৭ চনত দেশে স্বাধীনতা পোৱাৰ পিছত তেখেতে ঘাইকৈ গঠনমূলক কামত আত্মনিয়োগ কৰিছিল। আনকি ১৯৫২ চনত প্ৰথম সাধাৰণ নিৰ্বাচনত তেখেতক জোৰকৈ গহপুৰ সমষ্টিত মনোনয়ন দিয়া হৈছিল। তেখেতৰ টকা পইচা নাছিল, আনকি মনোনয়ন পত্ৰৰ আমানতৰ টকাখিনি জমা দিবলৈকো ধন নাছিল। মই আৰু স্বৰ্গীয় নিৰোদবৰণ দাসে জোৰকৈ মনোনয়ন পত্ৰত চহী লৈ স্বৰ্গীয় কামাখ্যা প্ৰসাদ ত্ৰিপাঠীৰ পৰা সেই টকা যোগাৰ কৰি দিওঁ। গোস্বামী ডাঙৰীয়া বহু সংখ্যক অধিক ভোটত নিৰ্বাচিত হয়। তেখেত সমস্ত জিলাৰে মুখ্য উন্নয়নমূলক কামবোৰৰ আঁচনি কৰি বিধান সভাত ডাঙি ধৰিছিল আৰু ৰাইজক সেই উদ্দেশ্যত সংগঠিত কৰিছিল। তাৰে বহুতো কাম হোৱা দেখা গৈছে। ১৯৫৩ চনৰ পৰা ১৯৫৭ চনলৈ তেখেত পুনৰ জিলা কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হৈছিল। তাৰ পিছৰ পৰা তেখেতে সক্ৰিয় ৰাজনীতি প্ৰায় বাদ দি ধৰ্ম, শিক্ষা আদি বিভিন্ন ক্ষেত্ৰৰ সমাজ সেৱাত একাণপতীয়াকৈ লাগে।

গোস্বামী ডাঙৰীয়াই সৰু-বৰ সকলো লোকৰ লগতে মিলিব পাৰিছিল। কিন্তু তেখেতৰ খংটো সকলোৰে মনত ৰাখিবলগীয়া। আনকি এদিনাখন স্বৰ্গীয় অমিয় কুমাৰ দাসদেৱে আমাক সতৰ্ক কৰিছিল যে "গোসাইৰ খং উঠিলে কোনোৱে নামাতিবা।"

তেখেত তেজপুৰ সাহিত্য সভাৰ সভাপতি আৰু বহুতো ধৰ্মীয় অনুষ্ঠানৰ গুৰি ধৰোঁতা আৰু উদ্যোক্তা আছিল। কেবাবাৰো অৰুণাচলৰ কামেং আৰু চিয়াং অঞ্চললৈ গৈ পৰ্বত-ভৈয়ামৰ মাজত সংস্কৃতিৰ সেঁতু বান্ধিছিল। নেফাৰ ( অৰুণাচলৰ ) ল'ৰাৰ কেইবাটাও দলক আনি নিজৰ সত্ৰ নিকামূলৰ টোলতে ৰাখি শঙ্কৰী কলাকৃষ্টিৰ প্ৰশিক্ষণ দি পাৰ্গত কৰি তুলিছিল। আনহাতে নেফা প্ৰশাসনৰ বিষয়াসকলৰ সহযোগত তালৈ গৈ নামঘৰ আদি স্থাপন কৰি বৈষ্ণৱ ধৰ্মৰ প্ৰসাৰ ঘটাইছিল।

দেশৰ কামত একাণপতীয়াকৈ লাগি সংগঠনৰ কাম কৰি থকা 'অপৰাধত' সেই সময়ৰ বিদেশী চৰকাৰে তেখেতক কাৰাৰুদ্ধ কৰাৰ উপৰিও প্ৰায়

আশীবিঘা ৰূপীত মাটি আৰু বহু হাজাৰ টকাৰ সা-সম্পত্তি বাজেয়াপ্ত কৰি নিলাম কৰে। গোঁসায়ে ইমান সম্পত্তি হেৰুৱাই নিঃস্ব হলেও তাৰ কাৰণে কোনো খেদ প্ৰকাশ বা অনুভৱ নকৰি অন্তিমলৈকে নানাভাৱে দেশসেৱা কৰিলে। ১৯৭২ চনত ভাৰত চৰকাৰে যঁচা তাম্ৰপত্ৰ অনিচ্ছাস্বত্বেও গ্ৰহণ কৰি জিলা কংগ্ৰেছকে তাৰ দায়িত্ব দিয়ে। তেখেতে কৈছিল "এয়া মোক দিয়া নাই, কংগ্ৰেছক হে দিছে।"

গোস্বামীৰ লগত মোৰ ১৯৪১ চনৰ পৰা চিনাকী হৈছিল ছাত্ৰ নেতা হিচাপে। তেখেতৰ মৃত্যুৰ আগ মুহূৰ্তলৈ তেখেতৰ লগত সকলো অনুষ্ঠানতে কাম কৰাৰ সৌভাগ্য ঘটিছিল। মৃত্যুৰ দুদিন আগতে তেখেতক দেখা কৰিবলৈ যাওঁতে তেখেতে হাতযোৰ কৰি প্ৰাৰ্থনা কৰিছিল "পাৰ কৰা ৰঘুনাথ।"-তাৰ দুদিন পিচতে তেখেত নশ্বৰ দেহ ত্যাগ কৰি বৈকুণ্ঠগামী হয়।

# সংস্কৃতি-সাধক গহন চন্দ্ৰ গোস্বামীদেৱ আৰু নিকামূলৰ সত্ৰীয়া পৰিবেশ

## শ্ৰীস্বৰ্ণ ঢেকিয়াল ফুকন

যিজনা মহান পুৰুষক আমি নিচেই সৰুৰে পৰা দেখিছিলো, পৰম শ্ৰদ্ধাৰে মানিছিলো; সিজনা আছিল সু-প্ৰসিদ্ধ নিকামূল সত্ৰৰ অধিকাৰ, সত্ৰ-সংস্কৃতিৰ গুৰু, নিস্বাৰ্থ দেশকৰ্মী গহন চন্দ্ৰ গোস্বামীদেৱ। তেজপুৰ নগৰৰ প্ৰায় তিনিমাইল উত্তৰে অৱস্থিত নিকামূল সত্ৰ অসমৰ সত্ৰসমূহৰ ভিতৰত এখন উল্লেখযোগ্য সত্ৰ। বহুদিনৰে পৰা থকা সত্ৰৰ ডাঙৰ নামঘৰটোৰ উত্তৰে সত্ৰাধিকাৰ প্ৰভুৰ তিনিটা চ'ৰাযুক্ত আহল-বহল বাসগৃহ আৰু তাৰ চাৰিওফালে ভকতসকলৰ হাটি। আমি সৰুৰে পৰা এক গাম্ভীৰ্যপূৰ্ণ পৰিবেশত সত্ৰাধিকাৰ জনাৰ ভিন্নমুখী প্ৰতিভাৰ পোহৰ দেখা পাইছিলোঁ। 'পাৱে পৰি হৰি.........' 'নাৰায়ণ কাহে ভকতি কৰো তেৰা......', 'শাৰঙ্গ পাণি......' আদি বৰগীতৰ ধ্বনিৰে সত্ৰাধিকাৰ প্ৰভুৱে হাটীৰ চাৰিসীমাৰ বাহিৰৰ লোকৰ কাণতো মধুৰ অনুৰণন তুলিছিল। নিয়মিতভাৱে সত্ৰৰ নামঘৰত পুৱাৰ বৰগীতৰ পৰা প্ৰসঙ্গ আদি আৰু নামধৰ্মৰ সকলো অনুশীলন কৰাৰ ক্ষেত্ৰতো গোস্বামীদেৱৰ ওজস্বী কণ্ঠস্বৰ, অপূৰ্ব খোলবাদন মন কৰিবলগীয়া আছিল। তিথি বিশেষত নাম-কীৰ্তন আৰু নিশাৰ বাবে অঙ্কীয়া ভাওনাৰ আয়োজন কৰা সত্ৰাধিকাৰ গোস্বামীদেৱৰ বিদ্যোৎসাহী, কলানিপুণ আৰু বিচক্ষণ মনৰ প্ৰকাশ সকলোতে ঘটিছিল। জন্মাষ্টমী আৰু মহাপুৰুষদ্বয়ৰ তিথি উপলক্ষে হোৱা বিৰাট আয়োজনলৈ সত্ৰৰ চাৰিসীমাৰ বাহিৰৰো বহুলোকৰ সমাগম হৈছিল। ইয়াৰ উপৰিও সত্ৰাধিকাৰগৰাকীৰ পূৰ্বপুৰুষ সকলৰ সমাধিক্ষেত্ৰত—'থানত' বছৰেকত এবাৰ নাম-কীৰ্তন হৈছিল আৰু নামঘৰতে আড়ম্বৰপূৰ্ণভাৱে তেনে তিথি উদ্‌যাপন কৰাৰ বিষয়ে জানিছিলো। সত্ৰত এইদৰে পূৰ্ব পৰম্পৰা ৰক্ষাৰ প্ৰতিও গোস্বামীদেৱ সচেতন আছিল। তিথি বিশেষত নিকামূল সত্ৰলৈ তেতিয়াৰ দিনত কলিয়াবৰ, নগাঁও আদি ঠাইৰ সন্ত-মহন্তসকলৰো সমাগম হোৱাৰ মূলত গোস্বামীদেৱৰ ব্যক্তিত্বৰ প্ৰভাৱো আছিল বুলিব পাৰি। সময় বিশেষক কেন্দ্ৰ কৰি সত্ৰত হোৱা শঙ্কৰদেৱ বিৰচিত 'ৰুক্মিণী হৰণ', 'পাৰিজাত হৰণ,' আদি

ভাওনাই বহু দৰ্শকৰ মন অভিভূত কৰিছিল। এনে ভাওনাত বহুদিন আগত এজন বয়োবৃদ্ধ নাম লগোৱা লীলাভকতে সূত্ৰধাৰৰ নিপুণ ভাও দিছিল। আন ভাৱৰীয়াসকলৰ ভিতৰত শ্ৰীচন্দ্ৰকান্ত ডেকা বৰুৱাকে ধৰি সোম নাথ বৰা, সভাৰাম বৰা, অনি বৰা, ৰুদ্ৰ বৰা, মীনা বৰা, হেমাই ডেকা, ইন্দ্ৰ ডেকা আৰু বহুজন নিপুণ ভাৱৰীয়া যিসকলৰ নাম পাহৰিছো, সেই সকলো সত্ৰাধিকাৰ প্ৰভুৱে শিকোৱা ভাৱৰীয়াই আছিল। সত্ৰাধিকাৰ জনাইও নিজৰ শোৱনি কোঠাৰ পূৱফালে ওলোমাই থোৱা খোলটো বৰ আপুৰুগীয়া সম্পদ যেন জ্ঞান কৰি কাকো বজাবলৈ নিদিছিল। মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰকৃত অনুগামী উত্তৰাধিকাৰী স্বৰূপ নিজে নাম প্ৰসঙ্গ, গীতা-ভাগৱত পাঠ কৰাৰ উপৰিও আনকো তেনে শিক্ষা দিয়াৰ প্ৰয়াস লক্ষণীয় আছিল। চেমনীয়া ল'ৰাহঁতক সেই উদ্দেশ্যৰে শিকাই 'দধিমথন' ( অৰ্জুন ভঞ্জন ) ভাওনা কৰাইছিল। অভিনয়ত আমাৰ ককাইদেউ আৰু তেওঁৰ বহু সমনীয়া ল'ৰাবোৰ আছিল। অঙ্কীয়া নাটৰ ভাওনাৰ লগে লগে সত্ৰত কৰা আন এক ভাওনাৰ কথাও মনত পৰে।

ফাগুণমহীয়া বিশেষ এটা দিনত নিকামূল সত্ৰত হোৱা বোকা ভাওনাৰ স্মৃতি আজিও আমাৰ মনত সজীৱ হৈ আছে। সত্ৰৰ চৌহদত নামঘৰৰ উত্তৰে বৃত্তাকাৰে সাজু কৰি থোৱা বোকামাটিত ভকতসকলে ঘূৰি-ঘূৰি চ্যপৰি বজাই নাম গাইছিল আৰু তাৰ মাজত সুদৰ্শন গৌৰ কান্তিৰ গোঁসাইজনাই নামৰ গুৰি ধৰি এক অপূৰ্ব পৰিবেশৰ সৃষ্টি কৰিছিল। দেখা আৰু বুজাসকলেও নামৰসত আপ্লুত নোহোৱাকৈ নাছিল। সম্ভৱতঃ 'বোকা ভাওনা'ৰ পাছতে দিনৰ ভাগতে শ্ৰীকৃষ্ণৰ জন্ম বিষয়ক 'পাচতি' ভাওনা অনুষ্ঠিত হৈছিল নামঘৰত। কমবয়সীয়া ছোৱালীহঁতে মূৰত মিঠা সামগ্ৰী লৈ নাচি-নাচি নন্দ যশোদাৰ ঘৰলৈ গৈ কৃষ্ণৰ জন্মত আনন্দ প্ৰকাশ কৰে। এনে ভাওনাত নন্দ-যশোদা, গৰ্গঋষি আদিৰ ভাওত বয়সস্থ লোক আছিল। এইদৰে শঙ্কৰী কৃষ্টি-কলাৰে সত্ৰাধিকাৰ গোস্বামীদেৱে বহুদিন পূৰ্বেই নিকামূল সত্ৰক এখন আদৰ্শ সত্ৰলৈ উন্নীত কৰিছিল। সত্ৰৰ বাহিৰত দৰং মহাবিদ্যালয়ৰ উত্তৰে যি ঠাইত এতিয়া প্ৰাথমিক বিদ্যালয় আৰু কলেজিয়েট বিদ্যালয় স্থাপন হৈছে, সেই ঠাইত সম্ভৱতঃ ১৯৫৬ চনত গোস্বামীদেৱৰ পৰিচালনাত শঙ্কৰদেৱ বিৰচিত 'কেলি গোপাল' নাটৰ দুদিনীয়া ভাওনা হয়। চাৰিওফালে বহি দৰ্শকে চাব পৰা বিৰাট ৰভা মণ্ডপ নিৰ্মাণ কৰাই এই ভাওনা কৰাইছিল। এই ভাওনালৈ কলিয়াবৰৰ শিল্পী গিৰিকান্ত মহন্তক

আদি কৰি বহু কলা কুশলী, গোঁসাই মহন্ত আহি খোল-তাল বাদন আৰু গীত আদি পৰিবেশনত সহযোগ কৰিছিল। 'দৈৱদুন্দুভি'ৰে মুখৰিত হোৱা সেই ভাওনাৰ সূত্ৰধাৰ আছিল শিল্পী স্বৰ্গীয় হৰেণ মহন্তদেৱ আৰু কৃষ্ণৰ ভূমিকাত স্বৰ্গীয় শিল্পী কেশৱ চন্দ্ৰ শৰ্মাদেৱ আছিল। এইদৰে তেজপুৰৰ নিকামুল সত্ৰাধিকাৰজনাই অসাধাৰণ ব্যক্তিত্বৰ প্ৰভাৱেৰে বহুজনক আকৰ্ষণ কৰিব পাৰিছিল।

অসমৰ দাঁতি কাষৰীয়া ৰাজ্য 'অৰুণাচল'ৰ গিৰিবাসী ল'ৰাহঁতক আনি সত্ৰৰ ভিতৰতে এটি আবাসগৃহত থকাৰ ব্যৱস্থা কৰি দি তেওঁলোকৰ অধ্যয়ন আৰু কলাকৃষ্টিৰ শিক্ষাদানো কৰাৰ ব্যৱস্থা কৰিছিল।

ঘৰুৱা জীৱনত সত্ৰাধিকাৰজনাৰ পত্নী পুষ্পলতা গোস্বামীও আছিল স্বামীৰ উপযুক্ত সহধৰ্মিনী। নামঘৰ জিনি যোৱা তেখেতৰ নাম-কীৰ্তনৰ সুৰত তেতিয়াৰ কালতে আমি মুগ্ধ হৈছিলো। তেখেতসকলৰ প্ৰথমা কন্যা সোণ ( শ্ৰীমতী হিৰণ্যময়ী মহন্ত ) মোৰ প্ৰাথমিক বিদ্যালয়ৰ সহপাঠী বান্ধৱী হোৱাৰ বাবেও সত্ৰৰ মুকলি ঠাইত জিঁয়া ধৰিবলৈ লৰি ফুৰিছিলো। কিন্তু কাণত হলে নামঘৰৰ নামৰ ধ্বনিয়ে তেতিয়াই দোলা দিছিল। সোণো সুকণ্ঠী গায়িকা আছিল; নামঘৰত তেওঁৰ নামেও পাছলৈ আমাক মুগ্ধ কৰিছিল। সত্ৰাধিকাৰ গোস্বামীয়ে শৰণ ভজন দি উভতি আহোতে লাভ কৰা গুৰু মাননি কাপোৰ-কানিৰ ভিতৰত চেলেং চাদৰ, থনীয়া, আই গৰাকীয়ে বহু মহিলাক দি আনন্দ পোৱা দেখিছিলো। শৰণ লবলৈ অহা, সেৱা কৰিবলৈ অহা বহুলোকে চাহ জলপানেই নহয় 'চাউল সিজোৱা' খাইহে ঘৰলৈ যাব পাৰিছিল। এই কাৰ্যৰ মাজত আই গৰাকীৰ মাতৃসুলভ মৰমৰ পৰিচয় পাইছিলো।

তেজপুৰৰ আন ঠাইত নেদেখা উদাৰতা আৰু সৎ আদৰ্শৰ উন্মেষ নিকামুল সত্ৰত আছিল। সৰু-বৰ বুলি মানুহে ভবা, অনুসূচিত জাতিৰ লোকে সত্ৰলৈ অহা-যোৱা কৰিছিল। ইছলাম ধৰ্মীয় লোকেও সত্ৰত সমাদৰ পোৱা দেখিছিলো। অলপতে গুৱাহাটী বিশ্ববিদ্যালয়ত অনুষ্ঠিত হোৱা পৰিশীলন পাঠ্যক্ৰমত ড° কেশৱানন্দ গোস্বামীদেৱে দিয়া ভাষণত শুনিছিলো— 'সত্ৰসমূহে মানুহক এক জাতি হিচাবে গঠন কৰিব পাৰিছিল। ধৰ্মৰ কথা নাছিল। ইছলাম আৰু খ্ৰীষ্টানসকলেও সত্ৰত ভাওনা চাইছিল। অনা অসমীয়া আৰু অনাবৈষ্ণৱেও ভাওনাত অংশগ্ৰহণ কৰিব পাৰিছিল'। প্ৰকৃত ক্ষেত্ৰত এনে কাৰ্যৰ ৰূপায়ণ যেন আমি নিকামুল সত্ৰত দেখা

পাইছিলো । গোস্বামীদেৱ দেশপ্ৰেমিক, সমাজ সংস্কাৰক আৰু সংহতিৰ পথ-প্ৰদৰ্শক আছিল । বিভিন্ন সত্ৰ, সংহতিৰ মাজৰ অনৈক্য দূৰীকৰণৰ উদ্দেশ্যে তেখেতে বৰ পুতেকৰ বাবে নিজে পুৰুষ সংহতিৰ হৈও কালসংহতিৰ কন্যাকে বোৱাৰীৰূপে আদৰি আনে ।

পঞ্চদশ শতিকাৰ বৈষ্ণৱ যুগৰ ভক্তি আন্দোলনৰ ফলত সত্ৰ অনুষ্ঠানৰ সৃষ্টি হয় । মূলতঃ 'সত্ৰ' শব্দই 'যজ্ঞ' বুজাইছিল যদিও পাছলৈ বৈষ্ণৱ পণ্ডিত বৈকুণ্ঠ নাথ ভট্টদেৱৰ ভাষাত সত্ৰ হৈ পৰিল– 'যি স্থান দেৱতা আৰু বৈষ্ণৱৰ দ্বাৰা বন্দিত' যি স্থানত একান্ত ভক্তসকলে ঈশ্বৰৰ প্ৰিয় কাৰ্য সাধন কৰে আৰু নৱবিধা ভক্তি বিৰাজ কৰে; সেই স্থানেই সত্ৰ' । নিকামূল সত্ৰক সত্ৰাধিকাৰ গোস্বামীদেৱে তেনে সত্ৰৰ ৰূপেৰেই সজাবলৈ চেষ্টা কৰিছিল । আধ্যাত্মিক চেতনাবোধ জগাবৰ বাবে প্ৰয়াস কৰিছিল । অনৈতিকতা দেখিলে গুজৰি গুমৰি উঠিছিল; আকৌ সেইজন পুৰুষেই বাটে পথে আমাক মাই, সোণাই আৰু বয়োজ্যেষ্ঠসকলক ককাইদেউ, বাইদেউ বুলি সম্বোধন কৰি মতা শুনিছিলোঁ । আজি আমাৰ মাজত সেই বিশাল ব্যক্তিত্বৰ সিংহ পুৰুষজনৰ অভাৱ একান্তভাৱেই অনুভৱ কৰি তেখেতৰ প্ৰতি শ্ৰদ্ধা নিৱেদন কৰিছোঁ ।

# গহন চন্দ্ৰ গোস্বামীদেৱৰ এখন অৰ্কীয়া নাট প্ৰযোজনা

## শ্ৰীলক্ষ্মীকান্ত শইকীয়া

প্ৰয়াত সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামীদেৱ নাট, ভাওনা, সত্ৰীয়া সঙ্গীতত বিশেষ বুৎপত্তিসম্পন্ন লোক আছিল। এই বিষয়ত তেখেতৰ বিশেষ পাৰদৰ্শিতা আৰু সাধনা তথা লোকৰ মাজত কৰা প্ৰচাৰ সেৱাৰ বাবে ভাৰত চৰকাৰে তেখেতক স্বীকৃতি দি, পুৰস্কৃত কৰি ৰাষ্ট্ৰীয় সন্মান যাঁচিছে। তাৰ বহু পূৰ্বে এই শতিকাৰ দ্বিতীয় দশকৰ শেষৰ ফালে অৰ্থাৎ ১৯২৮ চন মানত তেখেতৰ নিজা নিকামূল সত্ৰত শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত 'ৰুক্মিণী হৰণ' নাট তেৰাৰ তিথি উপলক্ষে মঞ্চস্থ কৰা হৈছিল। আমিও সেই অভিনয় দৰ্শন কৰিবলৈ পাই নিজকে কৃতাৰ্থ মানিছিলো। তাৰে কথা কওঁ।

এই নাটৰ আয়োজনত তেখেতৰ বহু শিষ্যই আহি অংশ গ্ৰহণ কৰিছিল। এমাহমান ধৰি নিয়মিত আখৰা চলিছিল। ভাওনাৰ কথা বহুদূৰলৈ প্ৰচাৰ হৈছিল। ফলত হাজাৰ বিজাৰ ৰাইজৰ ভাওনাত সমাগম হৈছিল। সেই সময়ত গাড়ী-মটৰ নাছিলেই। ৰাইজ পদব্ৰজে দূৰ-দূৰণিৰ পৰা বহু আশাৰে আহি তৃপ্ত হৈছিল। চহৰৰে বাণ ৰঙ্গমঞ্চৰ বহু সংখ্যক সভ্য উপস্থিত আছিল। মই জনাত এই সকল অন্তৰ্ভুক্ত আছিল প্ৰয়াত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, কুমুদ চন্দ্ৰ শৰ্মা, জ্যোতিপ্ৰসাদ আগৰৱালা, দেবেন্দ্ৰ নাথ চলিহা, ৰজনীকান্ত শৰ্মা, সূৰ্য কান্ত বৰা, সুৰেন্দ্ৰ নাথ বৰুৱা, মাণিক চন্দ্ৰ শইকীয়া, জীৱেশ্বৰ গোস্বামী, কামিনী কান্ত দাস, কামিনী কান্ত শইকীয়া আদি। সেইসকলৰ লগতে আমাকো বহিবলৈ স্থান দিয়া হৈছিল। সেই বাণ ৰঙ্গমঞ্চৰ ভাৱৰীয়া আৰু অন্যান্যসকলে এই নাটৰ বিষয়ে আলোচনা-বিলোচনা কৰা আমাৰ কাণত পৰিছিল। গোস্বামীদেৱে নিজ প্ৰতিভাৰে এই নাট প্ৰযোজনা আৰু পৰিচালনা কৰিছিল। চাৰিওফালে কি মঞ্চৰ পৰিবেশ, নাটকৰ দৃশ্যাৱলী সকলোৰে চকুত লগাকৈ আগতীয়া ভাওনাত হ'ব লগা কাম বিলাক কৰি পিচত ভাওনাৰ সময়ত মানুহৰ মন উগুল-থুগুল আৰু আচৰিত কৰিব পাৰিছিল। কৃষ্ণৰ হাতত শঙ্খ, চক্ৰ, গদা, পদ্ম দি উত্তাৰনী

শক্তিৰে ৰাইজৰ আগত যিদৰে উলিয়াইছিল, যি অতীব সুন্দৰ আছিল। তেখেতে বৰপেটাৰ পৰা আনি ফটকা, বাৰুদ, ফুলজাৰি আৰু চক্ৰত ব্যৱহাৰ কৰা এনে খাৰ বাৰুদ প্ৰয়োগ কৰিছিল, যাৰ দ্বাৰা দৰ্শকক চমকিত কৰিছিল। কৃষ্ণৰ হাতত চক্ৰ ঘূৰি থাকোতে জুইৰ ফিৰিঙতি ওলাইছিল। গদা ঘূৰাওতেও কাণ তাল মৰা শব্দ হৈছিল। ধনুৰ্বাণেৰে যুদ্ধ কৰোতে বিভীষিকাৰ সৃষ্টি কৰিছিল। নামঘৰৰ আশে পাশে জুই জ্বলিছিল। ৰজা ৰাজকুমাৰসকলৰ হুংকাৰত এনে ত্ৰাসৰ সৃষ্টি হৈছিল যে মাকৰ কোলাৰ ল'ৰা-ছোৱালীয়ে ভয়ত কান্দিবলৈ ধৰিছিল।

মহাপুৰুষৰ চিহ্নযাত্ৰাৰ আৰ্হিৰে গোঁসায়ে নাটঘৰৰ তিনিদিশে কৌণ্দিল নগৰৰ দৃশ্যপট দেখুৱাই মোহিত কৰিছিল। এনে আছিল তেখেতৰ উদ্ভাৱনী শক্তিৰ আচল ৰূপ। নাটৰ ক্ৰম অনুসৰি ৰুক্মিণীয়ে কৃষ্ণক মালা দি স্বামী বৰণ কৰিলে। কৃষ্ণৰ লগত ৰজা-ৰাজকুমাৰসকলৰ তুমুল যুদ্ধ হ'ল। কি তয়ামৰা ৰণ ? অন্ততঃ কৃষ্ণৰ হাতত সকলোৱে পৰাজয় বৰণ কৰিলে। পৰাজিত ৰুক্মক ৰুক্মিণীৰ মিনতিৰ কাৰণে প্ৰাণদান দিলে।

তাৰ পিচত আহিল বিদায়ৰ সময়। ৰুক্মিণী দেৱীয়ে অৱশেষত কৌণ্দিল নগৰ পৰিত্যাগ কৰে। এই দৃশ্য অতি কৰুণভাৱে তেখেতে ডাঙি ধৰিছিল। যিসকল লোকে এই দৃশ্য দেখিছিল তেখেতসকলে আজিও তাক পাহৰিব পৰা নাই। উপস্থাপনৰ বিশদ বৰ্ণনা বাহুল্যৰ ভয়ত বাদ দিব লগা হ'ল।

এই ভাওনাৰ আৰু আকৰ্ষণীয় অংশ হ'ল প্ৰাচ্য আৰু পাশ্চাত্য যন্ত্ৰ সঙ্গীতৰ সমন্বয়। দুয়োটাৰে সংমিশ্ৰণ হৈ যি সঙ্গীত ৰচনা কৰা হৈছিল সেই সঙ্গীতে মানুহৰ মন আনন্দত আপ্লুত কৰিছিল। খোল, তাল, মৃদঙ্গ আৰু ডবাৰ লগত পশ্চিমীয়া বেণ্ডপাৰ্টিৰ বাদ্যযন্ত্ৰৰ তানে যি আৱহাৱাৰ সৃষ্টি কৰিছিল, সি সেই সময়ত অভিনৱ আছিল আৰু দৰ্শক শ্ৰোতাক মুগ্ধ কৰিছিল।

গোঁসাইৰ সৃজনী শক্তিৰ গুণত নাটৰ প্ৰতিটো দৃশ্য উপভোগ্য হৈছিল। বিভিন্ন ৰসৰ অভিব্যক্তিৰে গোটেই নাটক অতি উচ্চমানৰ আৰু অভূতপূৰ্ব। দৰ্শক ৰাইজে কৃত্যকৃত্য হৈ গোঁসাইক সাধুবাদ দিয়ে। আমি আজিও সেই নাটৰ কথা শ্ৰদ্ধাৰে সোঁৱৰোঁ।

এই সন্দৰ্ভত স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামী বাণ ৰঙ্গমঞ্চৰ সৈতে থকা যোগাযোগৰ কথা উল্লেখযোগ্য। মই জনাত ১৯২০ চন মানৰ পৰা বাণ

ৰঙ্গমঞ্চৰ বিশেষ প্ৰগতি পৰিলক্ষিত হৈছিল। সেই সময়ত সমগ্ৰ অসমতে বাণ ৰঙ্গমঞ্চৰ খ্যাতি বিয়পিছিল আৰু সকলো ঠাইৰে কলামোদী সকলে ইয়ালৈ প্ৰেৰণা লভিবলৈ আহিছিল। গোস্বামীদেৱ এজন বিশিষ্ট সঙ্গীতজ্ঞ আৰু বাদ্যকাৰ হিচাবে বিশেষ প্ৰতিভা দেখুৱাব পাৰিছিল। বাণ ৰঙ্গমঞ্চৰ Stage manager হিচাবে প্ৰয়াত পিয়াৰী মোহন চৌধুৰীদেৱৰ নাম উল্লেখযোগ্য। মঞ্চৰ দৃশ্য সজ্জা আৰু পোহৰ নিয়ন্ত্ৰণত তেখেত বিশেষ পাৰদৰ্শী আছিল।

নাট্যকাৰ আৰু সুৰকাৰ হিচাবে জ্যোতিপ্ৰসাদৰ ভূমিকা আছিল অগ্ৰগণ্য। নতুন আৰু পুৰণা, প্ৰাচ্য আৰু পাশ্চাত্য সঙ্গীতৰ সমন্বয় সাধনত তেওঁ আছিল বাটকটীয়া। গোস্বামীদেৱ জ্যোতিপ্ৰসাদৰ একান্ত সহযোগী আছিল। তাৰোপৰি সেই সময়ত ভালে কেইজন কলাকুশলী যেনে স্বৰ্গীয় কুমুদ চন্দ্ৰ শৰ্মা, ফটিক চন্দ্ৰ শৰ্মা; স্বৰ্গীয় নগেন ভট্টাচাৰ্য, স্বৰ্গীয় দেবেন চলিহা আদিয়ে নানা প্ৰকাৰে বাণ ৰঙ্গমঞ্চত প্ৰাণ সঞ্চাৰৰ সহযোগী আছিল। গোস্বামীদেৱে বাণ ৰঙ্গমঞ্চক যেনেকৈ দাঙি ধৰিছিল নিজেও নানা প্ৰকাৰে অনুপ্ৰাণিত হৈছিল। আৰু বোধ হয় তাৰেই ফলশ্ৰুতি ওপৰত বৰ্ণনা কৰা ৰুক্মিণী হৰণ নাটৰ অভিনৱ উপস্থাপন। জয়তু গহন চন্দ্ৰ গোস্বামী।

# শ্ৰদ্ধেয় স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামীদেৱৰ সান্নিধ্যত

শ্ৰীঅৰুণ চন্দ্ৰ হাজৰিকা

স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামীদেৱৰ সান্নিধ্যলৈ আহিবলৈ প্ৰথম সুবিধা পাওঁ ১৯৪৬ চন অক্টোবৰৰ শেষ কি নৱেম্বৰৰ আগ ভাগত। নগাঁৱৰ দক্ষিণ অঞ্চলত জুন-জুলাইত হৈ যোৱা প্ৰলয়ঙ্কৰী বানপানীৰ চিন তেতিয়াও সৰ্বত্ৰ বিদ্যমান। পথাৰবোৰত খেতি-বাতি নাই, কোনো মানুহৰ বাৰীতে শাক-পাচলিৰ চিনমাত্ৰও নাই। গৰু-গাই যি কেইটা বানপানীয়ে উটাই নিয়া নাই, সেই কেইটাও হাড়ে-ছালে কোনোমতে জীৱন ধাৰণ কৰি আছে। কেউফালে হাঁহাকাৰ। মানুহৰ খাবলৈ নাই।

এনে এটা নিৰাশাৰ অৱস্থাত বানপানী সাহায্য সমিতিয়ে মোক কাৰ্যকৰী কৰিবলৈ দিয়া আধি বোৱা আঁচনিখন আইসকলে বৰ ভাল পাইছে। সাহায্য সমিতিয়ে যোগান দিয়া সূতা-আঁচুৰে বোৱা কাপোৰৰ আধাখিনি সাহায্য সমিতিক দি বাকী আধা নিজলৈ ৰাখি পৰিয়ালৰ পিন্ধা কাপোৰৰ জোৰা মাৰিবলৈ বা বিক্ৰী কৰি ঘৰুৱা খৰছ উলিয়াবলৈ সুবিধা হৈছে। সাহায্য সমিতিয়েও আঁচনিখন সকলো বান-বিধ্বস্ত অঞ্চললৈ সম্প্ৰসাৰণ কৰ্বিবলৈ জোৰ দিছে কিন্তু কৰ্মীৰ অভাৱত সকলোবোৰ ভিতৰুৱা অঞ্চলত কাম আৰম্ভ কৰিব পৰা নাই। সেইদিনা মই কামপুৰৰ পৰা কপিলীৰ দক্ষিণপাৰে থকা গাঁও এখনলৈ গৈছিলোঁ। তাত এঘৰৰ চোতালত গাঁৱৰ আইসকল গোট খাইছে। মই আধিবোৱা আঁচনিখনৰ কথা বুজাই থাকোঁতেই এজন সুদৰ্শন পুৰুষ মোৰ ওচৰত থিয় হ'লহি। আগেয়ে মই তেখেতক দেখা নাছিলোঁ। ওচৰলৈ আহিয়েই তেখেতে মোক চিনাকী দি আচৰিত কৰিলে। 'গহন চন্দ্ৰ গোস্বামী'– যিজনৰ নাম ইমানদিনে শুনি আহিছো কিন্তু দেখাৰ সৌভাগ্য হোৱা নাই। তেখেত আহি আজি নিজেই মোৰ সন্মুখত উপস্থিত! নিজকে মই পৰম ভাগ্যবান বুলি ভাবিলোঁ। শুদা ভৰিৰে বোকাপানী খচকি ইমান দূৰ যে ভিতৰুৱাল গাঁওখনলৈ আহিব পাৰে ভাবিবই পৰা নাছিলোঁ। তেখেত আধিবোৱা আঁচনিৰ কাম নিজ চকুৰে চোৱাৰ উদ্দেশ্য অহা বুলি ক'লে। কামপুৰলৈ আহি যেতিয়া তেখেতে শুনিলে যে মই কপিলীৰ সিপাৰৰ ভিতৰুৱাল গাঁও এখনলৈ গৈছোঁ– তেখেতে তৎক্ষণাত তাতে গৈ মোক লগ ধৰি কাম চোৱাটো ঠিক

কৰিলে। তেখেতে নগাঁও জিলা কংগ্ৰেছৰ সভাপতি আৰু নগাঁও বানপানী সাহায্য সমিতিৰো সভাপতি স্বৰ্গীয় হলধৰ ভূঞাদেৱৰ পৰা বানপানী সাহায্যত আধিবোৱা আঁচনিখনৰ কৃতকাৰ্যতাৰ বিষয়ে শুনি সেই আঁচনিখন ভৱিষ্যতে অইন অইন ঠাইতো সাহায্য কামত লগাব পৰা হয় নে নহয় তাকে চাবৰ কাৰণেই বোলে নগাঁৱলৈ আহিছিল। সেইদিনা মোৰ লগত তেখেতে নতুনকৈ কাম আৰম্ভ কৰিব খোজা এইখন গাঁও আৰু পাচত আগৰে পৰা কাম কৰি থকা আন এখন গাঁও চাই সেইদিনা ৰাতিটো কামপুৰতে থাকিল। পাচদিনা কামপুৰৰ ওচৰৰে আন দুখন গাঁৱত মোৰ লগে লগে গৈ আধিবোৱা কাম চাই, সকলো কথা ভালকৈ বুজি ললে। এই দুটা দিন তেখেতৰ লগে লগে ফুৰি তেখেতৰ সৰলতা, উদাৰতা আদি গুণত মুগ্ধ নৈহে নোৱাৰিলোঁ। তেখেতে অতি সাধাৰণ এজন মানুহৰ দৰে গাঁৱৰ মানুহৰ মাজত কাম কৰিবলৈ ওলাই অহা দেখি তেখেতলৈ শ্ৰদ্ধাত মূৰ দোঁ খালে।

তাৰ পাছত ১৯৪৮ চনত তেখেতক আকৌ এবাৰ লগ পাওঁ মিছামাৰীত। দ্বিতীয় মহাযুদ্ধৰ সময়ত আমেৰিকান সকলে মিছামাৰীত কেবাখনো গাঁও উঠাই দি তাত এখন ডাঙৰ এৰোড্ৰাম (Aerodrome) পাতিছিল। ১৯৪৫ চনত যুদ্ধ শেষ হোৱাত সেই এৰোড্ৰামৰ ঘৰ-দুৱাৰবোৰ অতি কম মূল্যতে অসম চৰকাৰক দি গ'ল। সেই ঘৰ-দুৱাৰবোৰ আধুনিক জীৱনযাত্ৰাৰ সকলো সা-সুবিধা থকা এখন সৰু নগৰৰ আৰ্হিত সজোৱা হৈছিল। তাত মানুহ থাকিবলৈ সজোৱা ঘৰবোৰৰ উপৰিও ক্লাব ঘৰ, চিনেমা হল, গীৰ্জাঘৰ, ডাকঘৰ, হস্পিটালৰ লগতে বিদ্যুৎ আৰু পানী যোগানৰো সুব্যৱস্থা আছিল। অসম চৰকাৰে সেই ঠাইত সমবায় ভিত্তিত এখন আদৰ্শ গাঁও স্থাপনৰ আঁচনি ললে। সেই আঁচনিত অৱসৰপ্ৰাপ্ত সৈনিক একো একোজন মাজে মাজে ৰাখি সেই ঠাইৰ পৰা আগেয়ে এৰোড্ৰাম পাতিবৰ কাৰণে উঠাই দিয়া পৰিয়ালবোৰক প্ৰণালীবদ্ধভাৱে পুনৰ সংস্থাপন কৰিব লাগে।

এই আঁচনি কাৰ্যকৰী কৰিবলৈ সমবায়, কৃষি, শিক্ষা, স্বাস্থ্য, ৰাজহ আদি চৰকাৰী বিভাগৰ কৰ্মচাৰী নিযুক্ত কৰা হৈছে আৰু তেওঁলোকে তেজপুৰত অফিচ পাতি লৈ কাম আৰম্ভ কৰিছে। কিন্তু প্ৰায় এবছৰেও কামত অলপো আগবাঢ়িব পৰা নাই। আগৰ উচ্ছেদ কৰা বহুতো পৰিয়াল উভতি আহি নিজৰ নিজৰ মাটিৰ দখল লৈ খেতিবাতি কৰিবলৈ আৰম্ভ কৰিছে কিন্তু তেওঁলোকে সমবায় সমিতিত অন্তৰ্ভুক্ত হ'ব নোখোজে। বহুতো চেষ্টা কৰিও

চৰকাৰী কৰ্মচাৰীসকলে তেওঁলোকক সৈমান কৰাব পৰা নাই ।

অসম চৰকাৰে ঘৰ-দুৱাৰ আৰু মাটিবাৰীখিনি চম্‌জি লওঁতে লওঁতে প্ৰায় দুবছৰেই গ'ল । তেতিয়ালৈ মিছামাৰী হাবি জঙ্গলে পুতি পেলাইছে । দিনতে বাঘ ওলায় । আদৰ্শ গাঁও পাতিবলৈ যোৱা অফিচাৰসকলে মিছামাৰীত থাকিবলৈ অসুবিধা পাই তেজপুৰ চহৰতে অফিচ পাতি লৈ তাৰ পৰাই কাম চলাই আছে । ঘৰ-দুৱাৰবোৰ চাবলৈ ২০/২৫ জনমান চকীদাৰ ৰাখিছে । তেওঁলোক প্ৰায় আটাই কেইজনেই ওচৰৰ গাঁৱৰ ল'ৰা । ৰাতি মিছামাৰীত থাকিবলৈ ভয় কৰি নিজ নিজ ঘৰৰ পৰা অহাযোৱা কৰি কাম চলাই আছে । ওপৰৱালাসকল দূৰত থকাৰ কাৰণে ৰখীয়াবোৰে কৰ্তব্যত গাফিলতি কৰিলেও চাওঁতা কোনো নোহোৱাত ঘৰবোৰৰ দুৱাৰ-খিৰিকি, টিংপাত, পানীৰ পাইপ, ইলেক্‌ট্ৰিকৰ সা-সৰঞ্জাম আদি চোৰে খুলি খুলি নি শেষ কৰিছে । দিন যিমানেই গৈছে, সম্পত্তিবোৰ সিমানেই ধ্বংস হৈ গৈ আছে । অতি সোনকালে আদৰ্শ গাওঁ স্থাপন কৰি সম্পত্তিবোৰ সভ্য সকলক চমজাই নিদিলে শেষত একোৱেই নৰবগৈ । এনে এটা অৱস্থাৰ অৱসান ঘটাবলৈ ৰাইজক আঁচনিৰ কাৰ্যকাৰিতা বুজোৱা নিতান্ত আৱশ্যক । তাকে ভাবি তদৰ্থে আয়োজিত সভাত, য'ত গহন চন্দ্ৰ গোস্বামীদেউ আমন্ত্ৰিত হৈ গৈছিল, তেওঁলোকৰ একেটাই সমিধান– তেওঁলোকক আদৰ্শ গাঁও নেলাগে আৰু আনকো আদৰ্শ গাঁও পাতিবলৈ মাটি এৰি নিদিয়ে । এটা হুলস্থুলীয়া পৰিবেশত সভা ভাঙি দিব লগা হ'ল । তাৰ পৰিপ্ৰেক্ষিতত আৱশ্যক হলে জোৰ কৰি হলেও আদৰ্শ গাঁও স্থাপনৰ কামত আগবাঢ়িবলৈ অফিচাৰসকলে আৰু কেবাজনো স্থানীয় নেতাই চৰকাৰক পৰামৰ্শ দিলে ।

গোস্বামীদেৱ কিন্তু অনিচ্ছুক লোকৰ ওপৰত জাপি দি আদৰ্শ গাঁও পতাৰ বিপক্ষে থাকিল । তেখেতে প্ৰকাশ্যে যদিও একো মতামত নিদিলে– ভালকৈ চেষ্টা কৰিলে মানুহখিনিক আদৰ্শ গাঁও পতাত সন্মত কৰিব পৰা যাব বুলি ভিতৰুৱাকৈ আমি দুই এজনৰ আগত মত প্ৰকাশ কৰিলো ।

মিঃ হেইলীয়ে (Mr T.T. S. Hayley, I.C.S.) তেতিয়া সমবায় ৰেছম আৰু বয়ন,. উদ্যোগ, গ্ৰামোন্নয়ন আদি বিভাগৰ একেলগে সঞ্চালক আৰু সচিব হিচাবে কাৰ্য নিৰ্বাহ কৰি আছে । এই আটাইকেইটা বিভাগৰ পাৰ্লিয়ামেন্টাৰী চেক্ৰেটৰী আছিল বিমলা প্ৰসাদ চলিহাদেৱ । তেখেতে মন্ত্ৰীৰ ক্ষমতা লৈ এই বিভাগবোৰ পৰিচালনা কৰিছিল । মিঃ হেইলী আৰু চলিহাদেৱ দুয়োজনে সকলো সময়তে প্ৰায় সকলো কথাতে ইজনে সিজনৰ

লগত পৰামৰ্শ কৰি কাম কৰিছিল। মিছামাৰীৰ সভালৈ যোৱা ৰিষয়াসকলে তেওঁলোকৰ নিজ নিজ অভিজ্ঞতা আৰু বক্তব্য তেখেতসকলক জনোৱাৰ পাচত দুয়ো অমিয় দাস, কামাখ্যা ত্ৰিপাঠী, মহীকান্ত দাস আৰু শ্ৰীযুত বিজয় ভাগৱতীৰ লগতো পৰামৰ্শ কৰিলে। এদিন চলিহাদেৱে মোকো মতাই নি মিছামাৰীৰ সভাখনৰ বিষয়ে মোৰ অভিমত জানিবলৈ বিচাৰিলে। মই সভাখনত কি হৈছিল কোৱাৰ লগতে গহন গোস্বামীদেৱৰ অভিমতটো ক'লো আৰু ময়ো গোস্বামীদেৱে ভবাৰ দৰেই ভাবোঁ বুলি কলোঁ। চলিহাদেৱে কথাৰ মাজতে মিছামাৰীলৈ মোক পঠিয়ালে যোৱাত কিবা আপত্তি আছে নেকি জানিবলৈ বিচাৰিলে। মই সাজু বুলি ক'লোঁ। পাছদিনা মিঃ হেইলীয়ে মোক লগত লৈ চলিহাদেৱৰ ওচৰ পালেগৈ। তাতেই গোস্বামীদেৱো আছিল। মই মিছামাৰীলৈ গৈ তৎক্ষণাত কি কি কৰিব লাগিব পৰামৰ্শ কৰি ঠিক কৰা হ'ল। তাতেই গোস্বামীদেৱৰ সম্মতিক্ৰমে তেখেতক মিছামাৰীৰ অবৈতনিক উপদেষ্টা পতাটোও ঠিক হ'ল।

মই মিছামাৰীলৈ গ'লো। গৈ প্ৰথমেই মিছামাৰী কলনীৰ অফিচ তেজপুৰৰ পৰা মিছামাৰীলৈ নিলোঁ। হাবি-বন চাফা কৰি মাজ ঠাইৰ ঘৰ এটাত থাকিবলৈ ললোঁ। আগ্ৰহেৰে গোস্বামীদেৱো মিছামাৰীত থাকিবলৈ ওলাল। মোৰ ওচৰতে আন এটা ঘৰৰ কোঠাত তেখেতে থাকিবলৈ ঠিক কৰি ললে। সেই সময়ত তেখেতে মোৰ লগতে মিছামাৰীত থাকিবলৈ লৈ মোক কাম কৰাত সহায় কৰাই নহয়, সকলো কথাতে নিৰ্ভয়ে আগবাঢ়িবলৈ উৎসাহ যোগালে। পুৱা-গধূলি মোৰ লগে লগে ওচৰৰ গাঁওবোৰত ফুৰা, ক'ত কি কৰিলে ভাল হব পৰামৰ্শ দিয়া তেখেত মোৰ ডাঙৰ সহায় হ'ল।

প্ৰথম দিনাই যেতিয়া দুৱাৰ-খিৰিকি নথকা খোলা ঘৰ এটাত ৰাতি শুব লগা হ'ল তেখেত গোস্বামীদেৱে মোক শুবলৈ পঠিয়াই ক'ৰবাৰ পৰা খালি পেট্ৰলৰ ড্ৰাম দুটামান অনাই মোৰ কোঠাটোৰ দুৱাৰমুখত ইটো ড্ৰামৰ ওপৰত সিটো ড্ৰাম তুলি কোঠাটো বন্ধ কৰি দিলেহি। মই আপত্তি কৰা স্বত্বেও নুশুনিলে। ক'লে, ৰাতি ক'ৰবাৰ শিয়াল কুকুৰে মোক দিগ্‌দাৰ কৰিব পাৰে বুলিয়েই সেইটো কৰিছে আৰু তেখেত শোৱা কোঠালিতো তাকেই কৰিব। পাছদিনা দেখোঁ যে তেখেতৰ নিজৰ কোঠাটোৰ ওচৰত ড্ৰাম দুটামান আছে কিন্তু দুৱাৰ নোহোৱা দুৱাৰমুখ খোলা হৈয়ে থাকিল। তেখেত বোলে ৰাতি উঠি উঠি আহি চকিদাৰ ল'ৰা দুটাৰ সৈতে ধেমেলীয়া

কথা কৈ সিহঁতক সাৰে থাকিবলৈ উদ্‌গণি দি থাকিল। দুদিন পাচতে ৰাতি মোৰ থকা ঘৰটোৰ নিচেই কাষতে বাঘে গৰু মাৰিলে। অৱস্থা বুজি গোঁসাইদেৱে ৰাতিপুৱাই ৰেলত উঠি ৰঙাপাৰা পালেগৈ আৰু মিস্ত্ৰি ঠিকাদাৰ লগত লৈ দুৱাৰ-খিৰিকি লগাবলৈ মিস্ত্ৰি লগাই দিলেহি। দিনে নিশাই কাম কৰি অতি সোনকালেই আমাৰ থকা ঘৰ কেইটাত দুৱাৰ-খিৰিকি লগোৱা হৈ গ'ল। এটা উদ্বেগজনক পৰিস্থিতিত কলনীৰ কৰ্মচাৰীসকলৰ সৰহভাগেই যেতিয়া বাঘৰ ভয়ত মিছামাৰীত থাকিব নোখোজা হৈছিল গোস্বামীদেৱে নিজৰ জীৱন তাচ্ছিল্য কৰি তেওঁলোকক সাহ দিবলৈ নিজৰ কোঠাৰ দুৱাৰ-খিৰিকি আটাইতকৈ শেষতহে লগাবলৈ দিছিল।

মিছামাৰীত থকা দিন কেইটাত সকলো সময়তে তেখেতৰ সৰল সহানুভূতিশীল অন্তৰখনৰ কোমল পৰশত সকলো কৰ্মচাৰীয়েই কাম কৰিবলৈ অনুপ্ৰেৰণা পাইছিল। কিন্তু কামকাজত সোপাচিলা তেখেতে সহ্য নকৰিছিল। মিছামাৰীত আমাৰ বহুত ৰহৰ মাহৰ খেতি আছিল। পৈণত মাহৰ সৰু সৰু ঠালবোৰ কাটি আনি ৰ'দত শুকাবলৈ দিয়া হৈছিল। এদিন অসময়ত ৰাতি হঠাৎ বৰষুণ অহাৰ আগন্তুক হ'ল। মাহখিনি ভিতৰ নুসুমালে তিতি নষ্ট হ'ব। মই নিজে আগবাঢ়ি গ'লো আৰু কৰ্মচাৰী আটাইকে সহায় কৰিবলৈ মাতিলোঁ। প্ৰায়বোৰেই আহিল, আনকি গোঁসাইদেৱো ওলাই আহি কামত লাগি গ'ল। দেখা গ'ল যে তিনিজন চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী অহা নাই। তেওঁলোকক মতাই পঠিয়ালোঁ— তথাপি নাহিল। মই নিজে যোৱাত দুজন আহিল কিন্তু এজন কোনোপধ্যেই নাহে। তেওঁ বোলে "চৰকাৰী চাকৰিয়াল"— কাম, সময়ৰ বাহিৰে আন সময়ত কাম কৰিব নোৱাৰে; লগে লগেই তেওঁক কামৰ পৰা বিদায় দিয়া হ'ল। গোস্বামীদেৱে কথাটো শুনি ঠিকেই হৈছে বুলি কৈ ল'ৰাটোক কলনীত আৰু এক মুহূৰ্তও থাকিবলৈ দিয়াটো উচিত নহব বুলি ক'লে। ল'ৰাটোক কলনীৰ পৰা ওলাই যাবলৈ কোৱাত সি "এই ৰাতিখন মই কলৈ যাম ?" বুলি যেই কবলৈহে পালে গোস্বামীদেৱৰ খং চুলিৰ আগ পালেগৈ। তেখেতে খঙৰ যিটো মূৰ্ত্তি দেখুৱালে তাত আৰু মাত মাতিবলৈ কাৰো সাহ নহ'ল। তেখেতেই আন দুটা ল'ৰা লগত দি তেতিয়াই তাক ৰেলষ্টেচনত থোৱাই দিলে। গোস্বামীদেৱৰ খং মই আগেয়ে দেখা নাছিলোঁ— সেইদিনা যি ভয়ানক ৰূপত তেখেতক দেখিলোঁ তাক জীৱনলৈ পাহৰিব নোৱাৰোঁ। ভাবিলে আচৰিত লাগে যে সেইদিনাৰ এটা ঘটনায়েই

মিছামাৰীৰ গোটেই পৰিস্থিতিকে সলনি কৰি পেলালে। ইমানদিনে চৰকাৰী কৰ্মচাৰীসকলে যিদৰে পাল মৰা ধৰণৰ কাম কৰিয়েই কৰ্তব্য কৰা যেন পাইছিল, এই ঘটনাৰ পিছৰ পৰা সকলোৱেই আন্তৰিকতাৰে কৰ্তব্য পালন কৰিবলৈ ললে। কৰ্মচাৰীসকলৰ কৰ্তব্যবোধ জগাই তোলাত গোস্বামীদেৱৰ অৱদান স্বীকাৰ কৰিব লাগিব।

মিছামাৰীত আমেৰিকান সৈন্যসকলে সজোৱা এটা ধুনীয়া গীৰ্জা ঘৰ আছিল। এই গীৰ্জাঘৰটো মিছামাৰীৰ বাকীবোৰ ঘৰতকৈ বহুতো কাৰুকাৰ্য লগাই কৰোৱা। সেই গীৰ্জা ঘৰটো ধুই মেলি পৰিস্কাৰ কৰি কেইদিনমানৰ ভিতৰতে তাত এখন স্কুল পতা হ'ল। স্কুলৰ উদ্বোধনী উৎসৱত খোল তাল বজাই নাম গোৱা হ'ল। সেই নাম পৰিচালনা কৰিলে গোস্বামীদেৱে। প্ৰসাদো তেখেতেই বিলালে। আমাৰ কথাবোৰ গাঁৱৰ মানুহখিনিক বুজোৱাত গোস্বামীদেৱ ডাঙৰ সহায় হ'ল। তেখেত নোহোৱা হলে আমি কামত আগবাঢ়িব নোৱাৰিলোহেঁতেন বা পাৰিলেও বহুত সময় ললেহেঁতেন। তেখেতৰ সহায়ত ৰাইজে লাহে লাহে সমবায়ত অন্তৰ্ভুক্ত হ'বলৈ ধৰিলে।

মাজতে ভূমিকম্প প্ৰপীড়িতক সাহায্য বিতৰণৰ কামত প্ৰায় এবছৰ উত্তৰ লক্ষীমপুৰত কটাই গোস্বামীদেৱ আকৌ মিছামাৰীলৈ উভতি আহিল। ইতিমধ্যে মিছামাৰীত প্ৰায় ৪০০ ঘৰ মানুহক সংস্থাপন কৰা হৈছে। এই পৰিয়ালবোৰক ৪ বিঘাকৈ বাৰী মাটি আৰু ১৬ বিঘাকৈ ৰোৱতী মাটি দিয়া হৈছে। হাবি মাটি বা বহুদিন চন্ পৰি থকা মাটি ভাঙিবলৈ ট্ৰেক্টৰৰ সুবিধা দিয়া হৈছে। প্ৰথম খেতিটো চপোৱা সময়লৈকে পৰিয়াল পোহপাল যাব পৰাকৈ খাবলৈ ধান আৰু আন খোৱা বস্তু ধাৰলৈ দিয়া হৈছে। খেতিৰ উৎপন্নৰ পৰা নাম মাত্ৰ এটা অংশ বাধ্যতামূলকভাবে সমিতিত জমা ৰখা নিয়ম কৰাৰ ফলত আদৰ্শ গাঁৱৰ সভ্যসকলে বাহিৰত হাত নপতাকৈ চলিব পৰা হৈছে। এই খাদ্য ভড়ালটো ক্ৰমাৎ ডাঙৰ হৈ গৈ আছে। সভ্য সকলৰ নিত্য ব্যৱহাৰ্য বস্তু যোগান ধৰিবৰ কাৰণে এখন ক'অপাৰেটিভ ষ্টৰো খোলা হৈছে।

চৰকাৰৰ পৰা দিয়া এখন নিম্ন প্ৰাইমাৰী স্কুলৰ লগত সমিতিৰ নিজৰ খৰছত আৰু দুখন স্কুল খোলা হৈছে। তাৰে এখন বুনিয়াদী প্ৰথাত চলা। বোধহয়বো এইখনেই অসমৰ প্ৰথম বুনিয়াদী স্কুল আছিল। এই বুনিয়াদী স্কুলখনত পঢ়ি যোৱা এজন ছাত্ৰই ১৯৫৪ চনত সৰ্বভাৰতীয় প্ৰতিযোগিতাত

উত্তীৰ্ণ হৈ মেধাবৃত্তি লাভ কৰিবলৈ সক্ষম হৈছিল। নিম্ন প্ৰাইমাৰী আৰু বুনিয়াদী স্কুলৰ পঢ়া শেষ কৰি ল'ৰা-ছোৱালীবোৰে যাতে ওপৰৰ শ্ৰেণীলৈকে পঢ়াশুনা কৰি যাব পাৰে তাৰ কাৰণে ১৯৫২ চনত এখন উচ্চ ইংৰাজী বিদ্যালয়ো স্থাপন কৰা হয়। তাৰ উপৰি মিছামাৰীত এখন হিন্দী শিক্ষক প্ৰশিক্ষণ কেন্দ্ৰও গোস্বামীদেৱৰ চেষ্টাতে গঢ়ি উঠিছিল।

৪ বছৰত প্ৰায় ৩০ টা পকী কুঁৱাও সমিতিয়ে গাঁৱে গাঁৱে কৰি দিছিল, নিৰ্মল খোৱাপানী যোগানৰ বাবে। এজন ডাক্তৰ আৰু এজন কম্পাউণ্ডাৰৰ সৈতে এখন সৰু ডাক্তৰখানাক কেন্দ্ৰ কৰি মিছামাৰীৰ স্বাস্থ্য সেৱা গঢ় লৈ উঠাৰ ফলত মৃত্যুৰ হাৰ গাঁওবোৰত একেবাৰেই কমি গৈছিল। স্বাস্থ্য বিভাগৰ পৰা দিয়া এগৰাকী শিক্ষিতা ধাই আৰু নাৰ্চৰ সহায়ত প্ৰসূতি আৰু সন্তানৰ মৃত্যুৰ হাৰ প্ৰায় শূন্য ঘৰত ৰৈছিল।

মিছামাৰীৰ প্ৰত্যেকটো পৰিয়ালক বাহিৰৰ মহাজনৰ পৰা সম্পূৰ্ণ ঋণমুক্ত কৰা হৈছিল। সৰহ ভাগৰে নামত সাঁচতীয়া ধন কিছু কিছু গোট খাইছিল। মিছামাৰীৰ ঘৰে ঘৰে গৈ ল'ৰা-ছোৱালী স্কুললৈ অনা, কাৰোবাৰ অসুখ হলে ডাক্তৰৰ ওচৰলৈ পঠিওৱা বা অসুখ বেছি হলে ডাক্তৰকে বেমাৰীৰ ঘৰলৈ পঠিওৱা, পানী খোৱা কুঁৱাবোৰ গাঁৱৰ ৰাইজে নিজে নিজে খান্দি কলনীৰ পৰা দিয়া ৰিংবোৰ বহুৱাই লবৰ ব্যৱস্থা কৰা ইত্যাদি সকলোবোৰ কামতে গোস্বামীদেৱে গাঁৱৰ ৰাইজৰ লগে লগে থাকি সকলো কথা তদাৰক কৰিছিল আৰু ৰাইজৰ সহযোগ আদায় কৰিছিল।

গোস্বামীদেৱ ইমানতে সন্তুষ্ট নেথাকি অসম প্ৰাদেশিক ৰাজনৈতিক সন্মিলনখন মিছামাৰীত পাতি তাত কি হৈছে বাহিৰৰ মানুহক দেখুৱাব আৰু মিছামাৰীৰ মানুহখিনিকো এই সুযোগতে বাহিৰৰ মানুহৰ সংস্পৰ্শলৈ আনিবলৈ যো-জা কৰিলে। তেজপুৰৰ আন আন ৰাজনৈতিক নেতাই মিছামাৰীৰ নিচিনা অতি পিছপৰা অঞ্চল এটাত কেনেকৈ অসম ৰাজনৈতিক সন্মিলনৰ অধিবেশন এটা পাতিব পাৰিব তাত সন্দেহ প্ৰকাশ কৰিছিল। কিন্তু গোস্বামীদেৱৰ দৃঢ় বিশ্বাস যে মিছামাৰীত তেখেতে সুকলমে সন্মিলনখন পাতিব পাৰিব। শেষত তেখেতৰ কথাত সকলো মান্তি হ'ল। সন্মিলনৰ দুমাহমান আগৰ পৰাই গোস্বামীদেৱে মিছামাৰীৰ ওচৰৰ গাঁওবোৰত দিনে নিশাই ঘূৰি ঘূৰি গাঁওবোৰ সংগঠন কৰি প্ৰত্যেক গাঁৱৰ পৰা স্বেচ্ছাসেৱক-স্বেচ্ছাসেৱিকা সংগ্ৰহ কৰি তেওঁলোকৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰিলে। প্ৰায় আঠাইখিনি স্বেচ্ছাসেৱক-স্বেচ্ছাসেৱিকা ট্ৰাইবেল আৰু

চাহবনুৱা সম্প্রদায়ৰ আছিল। তেওঁলোকৰ নিয়মানুবৰ্তিতা, দায়িত্ববোধ আৰু অমায়িক ব্যৱহাৰে সম্মিলনলৈ অহা অসম আৰু সৰ্বভাৰতীয় ৰাজনৈতিক নেতাসকল আৰু অসমৰ আন আন ঠাইৰ পৰা অহা প্ৰতিনিধি আৰু দৰ্শকসকলক মোহিত কৰিছিল আৰু সকলোৱে একমুখে প্ৰশংসা কৰিছিল।

এই ৰাজনৈতিক সম্মিলনখন পাতোতে গোস্বামীদেৱৰ কৰ্মক্ষেত্ৰ মিছামাৰী আদৰ্শ গাঁৱৰ সীমাৰ ভিতৰতে আৱদ্ধ নাছিল– তেখেতে এই সীমাৰ বাহিৰৰ গাঁওবোৰতো সমানেই কাম কৰিব লগা হৈছিল। অতি পিছপৰা ট্ৰাইবেল গাঁওবিলাকৰ পৰা স্বেচ্ছাসেৱিকা সংগ্ৰহ কৰা কিছু অসুবিধা হোৱাত তেখেতে স্বৰ্গীয়া স্বৰ্ণলতা হাজৰিকাক প্ৰায়েই লগত লৈ যাব লগা হৈছিল আৰু গাঁৱৰ বাইজে স্বৰ্গীয়া স্বৰ্ণলতাৰ দায়িত্বত ছোৱালীহঁতক এৰি দিছিল। এই গাঁওসমূহৰ ৰাইজে সম্মিলনৰ কৃতকাৰ্যতাত যি অৰিহনা যোগালে, সেইটো কেৱল স্বৰ্গীয়া গোস্বামীদেৱৰ প্ৰতি থকা তেওঁলোকৰ শ্ৰদ্ধা আৰু অনুৰাগৰ কাৰণেই।

শাৰীৰিক দুঃখ কষ্টলৈ ভ্ৰুক্ষেপ নকৰি ৰাজনৈতিক সম্মিলনৰ কাৰণে কৰা অতি পৰিশ্ৰমৰ ফল স্বৰূপে গোস্বামীদেৱ মিছামাৰীতে নৰিয়াত পৰিল। মিছামাৰী কলনীৰ ডাক্তৰেই তেখেতক চোৱা-চিতা কৰি আছিল কিন্তু অসুখে এৰা নিদিয়াত তেজপুৰৰপৰা চিভিল চাৰ্জন আৰু আন ডাক্তৰকো তেখেতক চাবলৈ আনিব লগা হ'ল। ওচৰৰ গাঁওবোৰৰ ৰাইজে যেতিয়া খবৰ পালে তেখেতৰ অসুখ বুলি খবৰ ল'বলৈ অহা ৰাইজৰ লানি লাগিল। কেইদিনমান আগতে ৰাজনৈতিক সম্মিলনত স্বেচ্ছাসেৱক হৈ তেখেতৰ লগত কাম কৰা ল'ৰা-ছোৱালীহঁতে পাল পাতি পাতি দিনে নিশাই তেখেতক প্ৰতিপাল কৰাত লাগিল। অসুখৰ খবৰ পাই ঘৰৰ মানুহে তেখেতক নিবলৈ আহিল কিন্তু তেখেত যাবলৈ অমান্তি হ'ল। মিছামাৰীৰ আৰু ওচৰৰ গাঁওবোৰৰ ডেকা, বুঢ়া, ল'ৰা-ছোৱালী আৰু কলনীৰ কৰ্মচাৰী আৰু পৰিয়ালবৰ্গৰ লগতেই থাকিবলৈ তেখেতে ইচ্ছা প্ৰকাশ কৰিলে। প্ৰায় এমাহ বহু চিকিৎসাৰ মূৰত বেমাৰে শাম কাটিলে যদিও, গা টঙাবলৈ আৰু কিছুদিন লাগিল। নৰিয়াপাটিত থকা সময়ত তেখেতৰ আলপৈচান ধৰা ডাক্তৰ, নাৰ্চ, কলনীৰ কৰ্মচাৰী আৰু পৰিয়ালবৰ্গ আৰু গাঁৱৰ পৰা আহি পাল পাতি পাতি তেখেতৰ কাষত থকাসকলৰ সৈতে তেখেতৰ অতি মধুৰ এটি সম্বন্ধ গঢ়ি উঠিল যিটোৰ স্মৃতি কাৰো মনৰ পৰা মচ খাব নোৱাৰে।

ইয়াৰ পাছত ১৯৫৩ চনৰ শেষৰ ফালে মই চিলঙলৈ বদলি হোৱাত

গোস্বামীদেৱৰ লগ এৰিব লগা হ'ল। কিন্তু আমাৰ পৰিয়ালৰ লগত থকা মধুৰ সম্বন্ধত যতি নপৰিল। আমি তাৰ পাছত যেতিয়াই তেজপুৰলৈ গৈছো তেখেতৰ ওচৰলৈ নোযোৱাকৈ থাকিব পৰা নাই। তেখেতেও বিধান সভাৰ সদস্য হৈ থাকোতে যত বাৰেই চিলঙলৈ গৈছে, আমাক যেনে তেনে এবাৰ দেখা নকৰাকৈ নাহিছিল।

স্বৰ্গীয় গোস্বামীদেৱৰ স্মৃতিৰ প্ৰতি পৰম শ্ৰদ্ধা জনাই ইমানতে সামৰণি মাৰিলোঁ।

---

*শ্ৰীহাজৰিকা অসম চৰকাৰৰ সমবায় বিভাগৰ এগৰাকী সুদক্ষ বিষয়া আছিল। স্বৰ্গীয়া স্বৰ্ণলতা হাজৰিকা তেখেতৰ পত্নী। সমবায় গাম সংগঠনত তেখেতৰ ভূমিকাও সুঁৱৰিবলগীয়া। অতি অমায়িক আৰু সাদৰী সমাজ কৰ্মীৰূপে তেখেতকো ৰাইজে শ্ৰদ্ধাৰে সোঁৱৰে।*

– সম্পাদক

# গণপ্রেমী গহন চন্দ্র গোস্বামী

## শ্ৰীৰামচৰণ দাস

প্ৰয়াত গহন চন্দ্ৰ গোস্বামীদেৱক মই প্ৰথম লগ পাওঁ চিলঙত– ১৯৫৪ চনত। সেই সময়ত তেওঁ অসম বিধান সভাৰ কংগ্ৰেছ সদস্য আছিল। তেওঁক গধূলি লগ পাইছিলোঁ। ভূতপূৰ্ব পাঞ্জাবৰ ৰাজ্যপাল আৰু অসমৰ প্ৰয়াতমুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীৰ বাসভৱনত। চৌধুৰীদেৱ তেতিয়া অসমৰ মন্ত্ৰী আছিল বাবে সেই বাসভৱন আছিল চৰকাৰী বাসভৱন। বিধান সভাৰ আন এজন সদস্য প্ৰয়াত গেৰুৱা বস্ত্ৰধাৰী ধৰ্মপ্ৰাণ স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰীয়ে চৌধুৰীদেৱৰ আমন্ত্ৰণক্ৰমে তেখেতৰ বাসভৱনত সেইদিনা ভাগৱত পাঠ কৰি আছিল। গোস্বামীদেৱে একান্তমনে মধুৰ হাঁহিমুখে শ্ৰোতা হিচাবে ভাগৱতৰ অমৃতৰস পান কৰি বৰ আমোদ অনুভৱ কৰি আছিল। ময়ো সেই চক্ৰত যোগ দি ভাগৱত ব্যাখ্যা শুনি পৰম তৃপ্তি লাভ কৰিছিলোঁ।

গহন গোস্বামীদেৱ অসমৰ আগশাৰীৰ স্বেচ্ছাসেৱী কল্যাণমূলক অনুষ্ঠান "অসম সেৱা সমিতিৰ" কাৰ্যকৰী কমিটিৰ প্ৰতিষ্ঠাতা সদস্য আছিল। ১৯৫২ চনত এই অসম সেৱা সমিতি স্থাপিত হৈছিল। ইয়াৰ সভাপতি আছিল প্ৰয়াত ডাঃ হৰিকৃষ্ণ দাস, উপসভাপতি আৰু কোষাধ্যক্ষ আছিল লোকনায়ক প্ৰয়াত অমিয় কুমাৰ দাস আৰু সাধাৰণ সম্পাদক আছিল কৰ্ণাটকৰ অধিবাসী, ভাৰতৰ স্বাধীনতা সংগ্ৰামী, প্ৰথিতযশা নিষ্ঠাবান সমাজ সেৱক প্ৰয়াত বি. কে. ভাণ্ডাৰীদেৱ। তেওঁ কলেজীয়া জীৱন শেষ কৰি মহাত্মা গান্ধী আৰু ঠক্কৰ বাপাৰ সান্নিধ্যত আহে, যেতিয়া তেওঁলোকে হৰিজন সেৱাৰ কামত দাক্ষিণাত্যলৈ যায়। ভাণ্ডাৰীদেৱে অ'ত ত'ত কল্যাণমূলক কাম কৰি ফুৰোঁতে গহন গোস্বামীদেৱক লগ পায়। গোস্বামীদেৱৰ দেশপ্ৰেম, ত্যাগ, নিৰ্ভীকতা, অমায়িকতা আদি গুণবোৰে ভাণ্ডাৰীদেৱক মোহিত কৰিছিল। সেয়ে গোস্বামীদেৱক অসম সেৱা সমিতিৰ প্ৰতিষ্ঠাতা সদস্য হিচাবে নিৰ্বাচিত কৰিছিল আৰু অসম সেৱা সমিতিৰ সৌজন্যত প্ৰতিষ্ঠিত প্ৰাক্তন চাহ বনুৱা কল্যাণ কেন্দ্ৰসমূহৰ সংগঠনত সহায় কৰিবলৈ অনুৰোধ কৰিছিল। সেই সময়ত প্ৰাক্তন চাহ বনুৱাসকল শিক্ষা-দীক্ষা, আৰ্থিক অৱস্থা আদি সকলো বিষয়তে অনগ্ৰসৰ হৈ আছিল আৰু সেয়ে অসম সেৱা সমিতিয়ে তেওঁলোকৰ

উন্নতিৰ অৰ্থে বিশেষকৈ শিক্ষা বিষয়ত তেওঁলোকক আগুৱাই নিবলৈ চেষ্টা কৰিছিল। গোস্বামীদেৱেও ভাণ্ডাৰীদেৱৰ অনুৰোধ ক্ৰমে অসম সেৱা সমিতিৰ সংগঠন কাৰ্যত সক্ৰিয় সহযোগিতা আগবঢ়াইছিল।

গহন গোস্বামীয়ে মহাত্মা গান্ধীৰ আদৰ্শত অনুপ্ৰেৰিত হৈ ভাৰতৰ স্বাধীনতা সংগ্ৰামত নিস্বাৰ্থভাবে জপিয়াই পৰিছিল আৰু মানৱ কল্যাণৰ কাৰণে যথাসম্ভৱ অৰিহণা যোগাইছিল। অসমত ভাণ্ডাৰীদেৱৰ উপস্থিতিত গোস্বামীদেৱ মানৱসেৱাৰ কাৰণে দুগুণে উৎসাহিত হৈছিল। দুৰ্ভাগ্যবশতঃ ভাণ্ডাৰীদেৱে ১৯৫৩ চনৰ ২৫ আগষ্টত চিলঙত মৃত্যু বৰণ কৰে। তাৰ আগতে তেওঁ অসম সেৱা সমিতিৰ সাধাৰণ সম্পাদকৰ ভাৰ লৈ থকাৰ উপৰিও উত্তৰ-পূৰ্ব ভাৰতৰ তপশীলভুক্ত জাতি আৰু জনজাতিসমূহৰ সহকাৰী আয়ুক্ত নিযুক্ত হৈছিল। আয়ুক্তৰ অফিচ চিলঙত আৰু সেই কাৰণে অসম সেৱা সমিতিৰো মুখ্য কাৰ্যালয় চিলঙতহে আছিল।

ভাণ্ডাৰীদেৱৰ মৃত্যুৰ সময়ত মই যোৰহাটৰ ৰৌৰেয়া বনুৱা উন্নয়ন কেন্দ্ৰৰ অধ্যক্ষৰ বাব লৈ আছিলো। ভাণ্ডাৰীজীৰ মৃত্যুৰ খবৰ পাই মই চিলঙলৈ তেওঁৰ পৰিয়ালৰ খবৰ লবলৈ আহিছিলোঁ প্ৰয়াত লোকনায়ক অমিয় কুমাৰ দাসদেৱৰ বাসস্থানলৈকে। তেতিয়া দাসদেৱ আছিল অসমৰ শিক্ষা আৰু বনুৱা মন্ত্ৰী। তেওঁৰ বৰ্হিভৱন “ৰোজনিথ” কুটীৰত (Roseneath Cottage) ভাণ্ডাৰীজীক থাকিবলৈ দিছিল। অমিয় কুমাৰ দাস ডাঙৰীয়াই মোক অসম সেৱা সমিতিৰ সাধাৰণ সম্পাদক হবলৈ প্ৰস্তাৱ দিছিল। তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী আছিল প্ৰয়াত বিষ্ণুৰাম মেধি। তেওঁৰ চৰকাৰী কোঠাতেই অসম সেৱা সমিতিৰ কাৰ্যকৰী কমিটিৰ বৈঠক আহ্বান কৰা হৈছিল। সভাখন ততাতৈয়াকৈ পতাত দাস ডাঙৰীয়াই আগ ভাগ লৈছিল। সেই সভালৈ মোকো আমন্ত্ৰণ জনাইছিল আৰু সেই সভাতেই মোক অসম সেৱা সমিতিৰ সাধাৰণ সম্পাদকৰ দায়িত্বভাৰ দি এটা প্ৰস্তাৱ গ্ৰহণ কৰিছিল। গতিকে মই যোৰহাটলৈ ফিৰি আহি ৰৌৰেয়া বনুৱা উন্নয়ন কেন্দ্ৰৰ অধ্যক্ষ পদ ইস্তফা দি ১৯৫৩ চনৰ ১ অক্টোবৰ তাৰিখে চিলঙত অসম সেৱা সমিতিৰ সাধাৰণ সম্পাদকৰ গুৰু দায়িত্ব গ্ৰহণ কৰিলোঁ। তাৰ পিচতেই মই এমাহ ধৰি অসম সেৱা সমিতিৰ কল্যাণ কেন্দ্ৰবোৰ পৰিদৰ্শন কৰিলোঁ আৰু সেই সুযোগতে কল্যাণ কেন্দ্ৰবোৰৰ উপদেষ্টা কমিটিৰ সদস্য- সকলকো লগ ধৰোঁ। এই ভ্ৰমণ কালছোৱাত মই গহন চন্দ্ৰ গোস্বামীদেৱক লগ পাওঁ আৰু ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ কল্যাণ কেন্দ্ৰবোৰৰ বিষয়ে আলোচনা কৰোঁ।

## শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

গহন চন্দ্ৰ গোস্বামীদেৱ অসম সেৱা সমিতিৰ কাৰ্যকৰী কমিটিৰ সদস্য আছিল –১৯৫২ চনৰ পৰা ১৯৫৮ চনলৈ। এই সময়ছোৱাত তেওঁ অসম সেৱা সমিতিৰ উন্নতিৰ বাবে নানা দিহা-পৰামৰ্শ দিয়াৰ উপৰিও মোৰ লগত কেবাবাৰো অসম সেৱা সমিতিৰ কেন্দ্ৰসমূহ পৰিদৰ্শন কৰাত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। তেওঁৰ লগত মই বিশেষকৈ উত্তৰ পাৰৰ কেন্দ্ৰসমূহ যেনে– মাজবাট কল্যাণ কেন্দ্ৰ, ঢেকিয়াজুলী কল্যাণ কেন্দ্ৰ, ঘোৰামাৰী কল্যাণ কেন্দ্ৰ, বিহালী কল্যাণ কেন্দ্ৰ, পাণবাৰী কল্যাণ কেন্দ্ৰ, চাবতি কল্যাণ কেন্দ্ৰ, মাজিকুছি (কলাবাৰী) কুষ্ঠনিবাস পৰিদৰ্শন কৰাৰ লগতে তাৰ স্থানীয় লোকসকলৰ যাতে কল্যাণ কেন্দ্ৰসমূহৰ উন্নতিত সক্ৰিয় সহায় আৰু সহযোগিতা পাওঁ তাৰ বাবে ৰাজহুৱা সভাও পতা হৈছিল। এই সন্দৰ্ভত গোস্বামীদেৱৰ অৰিহনা বিশেষকৈ উল্লেখযোগ্য। কোনোবা সদস্যই যদি কল্যাণ কেন্দ্ৰৰ উন্নতিত বাধা জন্মায় বা ইয়াৰ প্ৰতি অন্যায় আচৰণ দেখুৱায় বা ইয়াৰ টকা পইচা আত্মসাৎ কৰিবলৈ অভিলাষ কৰে তেন্তে তেওঁ বীৰদৰ্পে গৰ্জি উঠিছিল আৰু সেইজন সদস্যক নানা ককৰ্থনাৰে সামাজিকভাবে গৰিহণা দিছিল আৰু ভৱিষ্যতে যাতে তেনে কাম নকৰে তাৰ প্ৰতি সাৱধান বাণী শুনাই দিছিল। ভ্ৰমণ কালত তেওঁ আৰু মই প্ৰতি কেন্দ্ৰতেই অন্ততঃ এদিন এৰাতি কটাইছিলোঁ আৰু তাতেই খোৱা-লোৱা কৰিছিলোঁ। তেওঁ নিজে ৰান্ধি বাঢ়ি আদৰ সাদৰ কৰি আমাক খুৱাইছিল আৰু মধুৰ ব্যৱহাৰেৰে আপ্যায়িত কৰিছিল। তেওঁৰ সততা, সৰলতা আৰু মধুৰ হাঁহিত সকলোৱে মুগ্ধ হৈছিল আৰু তেওঁৰ প্ৰতি ভক্তিভৰা শ্ৰদ্ধা জ্ঞাপন কৰিছিল।

গোস্বামীদেৱ এজন সুস্থ, সবল আৰু দেখনিয়াৰ লোক আছিল। প্ৰাকৃতিক দুৰ্যোগ বা আন ধৰণে প্ৰপীড়িত আৰু ক্ষতিগ্ৰস্ত লোকসকলৰ পুনৰ্সংস্থাপনৰ বাবে তেওঁ বিশেষ নজৰ দিছিল আৰু পাৰ্যমানে সহায়-সহযোগিতা আগবঢ়াইছিল।

অসমৰ তথা ভাৰতৰ মুক্তিযোদ্ধা হিচাবে গোস্বামীদেৱ আছিল এজন অগ্ৰগণ্য নেতা। তেওঁৰ অকুণ্ঠ স্বদেশপ্ৰেমে তেওঁক ধৰ্মকেন্দ্ৰ নিকামূল সত্ৰত আবদ্ধ কৰি ৰাখিব নোৱাৰিলে। সত্ৰৰ গুৰি ধৰিও তেওঁ ভাৰতৰ মুক্তিৰ বাবে নিজেও ত্যাগ স্বীকাৰ কৰিছিল আৰু আনকো উদ্বুদ্ধ কৰিছিল। সংগ্ৰাম সন্দৰ্ভত নানা ৰকমৰ যাতনা ভূগিও স্থিতপ্ৰজ্ঞৰ দৰে বিচলিত নহৈছিল আৰু নিৰৱচ্ছিন্নভাৱে দেশৰ কামত লিপ্ত হৈছিল। স্বাধীনোত্তৰ কালত ৰাইজ আৰু সতীৰ্থসকলৰ হেঁচাত অসম বিধান সভাৰ সদস্যপদ গ্ৰহণ কৰিছিল যদিও

তেওঁ সমাজ সেৱাৰ প্ৰতি আকৰ্ষিত হৈছিল বিশেষকৈ লোকনায়ক অমিয়কুমাৰ দাস আৰু বি, কে, ভাণ্ডাৰীদেৱৰ সান্নিধ্যত আহি। সেয়ে অসম সেৱা সমিতিৰ কাৰ্যাৱলীত তেওঁ আত্মনিয়োগ কৰিছিল।

গহন চন্দ্ৰ গোস্বামীদেৱে সদায় খাদী বস্ত্ৰ পৰিধান কৰিছিল। গান্ধীজীৰ বিলাতী কাপোৰ বৰ্জন আৰু দেশী বা খাদী কাপোৰৰ ব্যৱহাৰ– এই আদৰ্শই গোস্বামীদেৱকো অনুপ্ৰাণিত কৰিছিল। তেওঁ হৃদয়ঙ্গম কৰিব পাৰিছিল যে খাদী হ'ল অহিংসা, শোষণহীনতা, অনাড়ম্বৰতা আৰু স্বাৱলম্বনৰ প্ৰতীক। সেই কাৰণে মৃত্যুৰ পৰলৈকে তেওঁ খাদী বস্ত্ৰহে ব্যৱহাৰ কৰিছিল।

গোস্বামীদেৱে কেৱল যে ৰাজনীতি আৰু সমাজ সেৱাতেই আবদ্ধ আছিল তেনে নহয়। তেওঁ আছিল প্ৰকৃততে ধৰ্মপ্ৰাণ, বৈষ্ণৱ ধৰ্মৰ অনুগামী লোক। তদুপৰি সাংস্কৃতিক চৰ্চাতো বিশেষ বৰঙণি যোগাইছিল। শাস্ত্ৰীয় সংগীতত তেওঁ আছিল এজন সিদ্ধ পুৰুষ। সেয়ে অসম সাহিত্য সভাৰ বৰপেটা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি প্ৰয়াত মহেন্দ্ৰ মোহন চৌধুৰীদেৱে তেওঁক গধূলিৰ প্ৰথম সাংস্কৃতিক সন্মিলনখন উদ্বোধন কৰিবলৈ আহ্বান কৰিছিল। মঞ্চত উঠি ভাটিবয়সীয়া গোস্বামীদেৱে তেওঁৰ বক্তৃতাৰ আগতে উচ্চাংগ শাস্ত্ৰীয় সংগীতেৰে কলামোদী ৰাইজক বিমোহিত কৰিছিল। এনেদৰে গহন চন্দ্ৰ গোস্বামীদেৱ আছিল এজন বহুমুখী প্ৰতিভাসম্পন্ন লোক। তেওঁৰ সৰবৰহী গুণ গৰিমাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল আৰু সকলোৰে লগত তেওঁৰ এটা মধুৰ সম্বন্ধ গঢ়ি উঠিছিল। মোৰ বিশ্বাস, তেওঁৰ আত্মা য'তেই থাকক, তেওঁ যেন সকলোকে আশীৰ্বাদ দি আছে। আমি তেওঁৰ সোঁৱৰণত শ্ৰদ্ধাৰে মূৰ দোৱালোঁ।

# কৰ্মপ্ৰাণ প্ৰভু, গহন চন্দ্ৰ গোস্বামী

**শ্ৰীজোনাৰাম ভূঞা**

১৯৩৬ চনৰ নবেম্বৰ মাহত কিবা এটা চাকৰি বিচাৰি তেজপুৰ পাই গাঁৱত বসন্তৰ ছিটা দিয়া কাম এটাত মকৰল হ'লো। ১৮ টকা মাহিলি বেতন। মোৰ কৰ্মক্ষেত্ৰ হ'ল বৰগাঁও আৰু নাহৰবাৰী মৌজা। তেতিয়া দুয়ো মৌজাতে অসম লেজিচ্‌লেটিভ্‌ কাউঞ্চিললৈ ৰাইজৰ ভোটৰ দ্বাৰা প্ৰথমবাৰৰ বাবে মেম্বাৰজন নিৰ্বাচনৰ আয়োজন চলিছে। ইয়াৰ বাবদ নাহৰবাৰী বৰগাঁও মৌজাত স্বৰ্গীয় ভদ্ৰেশ্বৰ চৌধুৰী, স্বৰ্গীয় গোবৰ্দ্ধন দাস আৰু কেহেৰুখন্দাৰ যোগেশ্বৰ মণ্ডলক সঘনে লগ পাওঁ। চাকৰিও কৰো আৰু তেওঁলোকৰ প্ৰচাৰ কাৰ্যতো যোগ দিওঁ। তেওঁলোকৰ পৰা জানিব পাৰিলো তেজপুৰ পশ্চিম সমষ্টিত ঈহ' সহ নাঙল প্ৰতীক লৈ কংগ্ৰেছ্‌ প্ৰাৰ্থী প্ৰয়াত লোকনায়ক অমিয়কুমাৰ দাস, বাঘৰ প্ৰতীক লৈ উকীল ডালিম বৰা। গোনাম'হৰ প্ৰতীক লৈ অন্নদাকুমাৰ পদ্মপতি আৰু হাতীৰ প্ৰতীক লৈ মৌজাদাৰ ললিত চৌধুৰী। ৰাইজে কাক ভোট দি জয়যুক্ত কৰিব লাগিব তাৰেই প্ৰচাৰ। স্বৰ্গীয় ভদ্ৰেশ্বৰ চৌধুৰীয়ে মোক কংগ্ৰেছৰ হৈ বঙালী, নেপালী, কছাৰী গাঁওবোৰত প্ৰচাৰৰ কাৰণে কিছু কাগজ-পত্ৰ দিয়ে। মোৰ চাকৰি আৰু প্ৰচাৰ কাৰ্য চলি থকা অৱস্থাতে কোনো এখন গাঁৱত চৌধুৰী সহ গহন গোস্বামীদেৱক লগ পাওঁ। তেখেতৰ চেহেৰা দেখি মই বৰ আপ্লুত হওঁ। সন্ধ্যা সময়ত কোনো এজন গাঁওবুঢ়াৰ ঘৰত ৰাতি থকাত মোৰ পৰিচয় লয় আৰু তেজপুৰ কংগ্ৰেছ অফিচলৈ গৈ লগ ধৰিব কয়। এয়ে গোস্বামীদেৱৰ সান্নিধ্যলৈ অহাৰ প্ৰথম সুযোগ।

১৯৩৭ চনৰ ফেব্ৰুৱাৰী মাহত নিৰ্বাচন হৈ যোৱাৰ পাছতে কলংপুৰত প্ৰাথমিক কংগ্ৰেছ্‌ কমিটি গঠন হয়। মাঘিৰাম বৰা সভাপতি আৰু মই সম্পাদক হওঁ। ইয়াৰ স্থানীয় কৰ্মী পদ্ম গোস্বামী, লোকনাথ শৰ্মা, দেবেন শৰ্মা আদিৰ লগত গোস্বামীদেৱকো সঘনে পোৱাৰ সুযোগ আহে।

১৯৩৯ চনত সত্যাগ্ৰহ আৰম্ভ হোৱাত কলংপুৰতো সত্যাগ্ৰহৰ প্ৰস্তুতিৰ কাৰণে সংগঠন কৰিবলৈ তেজপুৰৰ পৰা জাহাজেৰে গমিৰিঘাটত গোস্বামীদেৱ নামি লগত অহা দুজনমান সহ তেলেনী গাঁৱতে সীমিত সংখ্যক

গোট খোৱা ৰাইজৰ উপস্থিতিৰ সভাত কেউজনে বক্তৃতা দিয়ে। সেইদিনাৰ পৰা কলংপুৰ, হেলেম, ব্ৰহ্মজানৰ ৰাইজে তেখেতক জনাৰ সুযোগ পায়। সেই সভাতে তেখেতৰ ওচৰ চাপি কথা পতাৰ সাহস হয়। হঠাৎ সৰ্বভাৰতীয় ভিত্তিত গান্ধীজীয়ে সত্যাগ্ৰহ বন্ধ কৰে। দ্বিতীয় স্তৰৰ আৰু সত্যাগ্ৰহ প্ৰয়োজন নহ'ল।

১৯৪০ কি '৪১ ৰ প্ৰথম ভাগতে কলাবাৰীৰ পহুকটাৰ অঞ্চলত তেজপুৰ ৰাষ্ট্ৰীয় কংগ্ৰেছৰ অধিবেশন হয়। তাতে সমগ্ৰ তেজপুৰ কংগ্ৰেছৰ অন্তৰ্গত গাঁও সমূহত স্বেচ্ছাসেৱক বাহিনী গঠন কৰাৰ প্ৰস্তাৱ হয়। গোস্বামীদেৱ, জ্যোতিপ্ৰসাদ আগৰৱালা, মদন শইকীয়া, জালা প্ৰসাদ আগৰৱালা আদিক সংগঠনৰ দায়িত্ব দিয়ে। তদনুযায়ী ১৯৪২ চনত কলংপুৰ যুৱক সংঘৰ নাট্য ভৱনত তেজপুৰ জিলা কংগ্ৰেছ স্বেচ্ছাসেৱক প্ৰশিক্ষণ শিবিৰ স্থাপন কৰি ইয়াৰ চাৰিটা মৌজাৰ কংগ্ৰেছৰ আনুগত্য মানি লোৱা যুৱকসকলক প্ৰশিক্ষণ দিয়া হয়। শিবিৰ উদ্বোধন কৰে গোস্বামীদেৱে। কলাবাৰীৰ মিনেশ্বৰ কাকতি, শ্ৰীগোলোক পূজাৰী, নিৰোদ বৰণ দাস আদি শিবিৰ পৰিচালক সদস্য আৰু শ্ৰীভদ্ৰেশ্বৰ বৰকাকতী মুখ্য কমাণ্ডাৰ হয়। সম্পাদকৰ দায়িত্বৰ উপৰিও সংগঠক আৰু শিবিৰ কমাণ্ডাৰ হিচাবে মোক দায়িত্ব দিয়ে। সেই সময়ৰ বম্বে নগৰৰ পৰা অহা কংগ্ৰেছৰ বুলেটিন সমূহ লৈ আহি গোঁসাইদেৱে শিবিৰত মাজে মাজে প্ৰচাৰ কৰেহি। ৰাতি আমাৰ মাজতে ৰাখোঁ। কেবাজনো মহন্ত যুৱক থকাত শিবিৰত খোৱা-মেলাৰ দিহা কৰি দিওঁ। শিবিৰৰ নিয়মানুবৰ্তিতা, শৃংখলা, কৰ্ম ব্যস্ততা আৰু সময়ৰ সু-ব্যৱহাৰ আদিয়ে তেখেতক অতিশয় মুগ্ধ কৰিছিল। তেখেতে প্ৰসঙ্গক্ৰমে কৈছিল– "এই প্ৰশিক্ষাৰ্থীসকলে আন্দোলন কৰিব পাৰিব। বিপ্লৱ কৰিব পাৰিব, উপযুক্ত মৃত্যু বাহিনী কলংপুৰ শিবিৰে বাচি উলিয়াব পাৰিব আৰু আমাৰ দেশ স্বাধীন হ'বই"। পিছদিনা আমাৰ প্ৰশিক্ষাৰ্থী সকল গাঁৱে-ভূঁঞে গৈ ধ্বনি দি জ্যোতি সঙ্গীত গাই ৰাইজক আকৰ্ষিত কৰা হয়। কিছুদূৰ গোঁসাইদেৱো আমাৰ লগত যায়।

সেই সময়তে দ্বিতীয় মহাসমৰৰ বিভীষিকা। ব্ৰহ্মদেশত জাপানী সৈন্যৰ আক্ৰমণ হোৱাত ভগনীয়া সৈন্যবোৰ গমিৰি জাহাজঘাটত নামি হাতত বন্দুক আদিৰে আমাৰ গাঁওবোৰৰ মাজেৰে যোৱাত গাঁৱৰ মানুহৰ ভিতৰি ভয় সঞ্চাৰ হোৱাত আমাৰ শিবিৰৰ ভলণ্টিয়াৰসকলৰ দ্বাৰা পহৰাৰ ব্যৱস্থা কৰা হয়। ফলত শিবিৰ আৰু কংগ্ৰেছৰ প্ৰতি মানুহৰ আগ্ৰহ বাঢ়ে। এই

সুযোগতে চাৰিঅনীয়া সভ্য ৰৰঙণিৰে বহু শ লোকক সভ্য কৰি কংগ্ৰেছৰ পুঁজি টনকিয়াল কৰা হয়।

সেই একে সময়তে ব্ৰহ্মদেশৰ পৰা অহা ভাৰতীয় পৰিয়ালবোৰক নিৰাপত্তা দি স্থানান্তৰ কৰি জাহাজেৰে কঢ়িয়াই ভাৰতৰ বিভিন্ন প্ৰদেশবোৰলৈ পঠাইছিল। গমিৰি জাহাজঘাটত সেই সকলক আমাৰ ভলন্টিয়াৰে যিজনে যি প্ৰকাৰে পাৰে গাঁৱৰ পৰা মুষ্টি ভিক্ষাৰে খোৱা আহাৰ-পানী যোগান ধৰিছিলোহঁক। এই সমুদায়ে প্ৰভু গোস্বামীৰ আশাশুধীয়া চেষ্টাৰ ফলত হৈ উঠিছিল। ৰাইজেও মুক্ত হস্তে ৰৰঙণি দিছিল। এই ৰৰঙণিও সম্ভৱ হৈছিল একমাত্ৰ কলংপুৰ ৰাইজৰ সহযোগত। আনহাতে '৪২ চনৰ ১৮ চেপ্তেম্বৰ পৰ্যন্ত হেলেম, ব্ৰহ্মজান ৰাইজ শিবিৰৰ প্ৰতি আকৃষ্ট হোৱা নাছিল। গোস্বামীদেৱে ইয়াৰ উপায় দিলে সঘনে দিনৰ ভাগত শিবিৰৰ প্ৰশিক্ষাৰ্থী সকল শোভাযাত্ৰা কৰি উত্তেজনাপূৰ্ণ গীতসমূহ গাই গাই হাতত কংগ্ৰেছ পতাকা লৈ মাৰ্চ পাচ্ কৰি যাবলৈ। ইয়াতো আমি সফল হ'লো। ১৮ চেপ্তেম্বৰত ৰায়ত সভাৰ কবলৰ পৰা ওলাই আহি ৰাইজে কংগ্ৰেছত যোগ দি ৰাতিৰ ভিতৰতে হেলেম, বৰঙাবাৰী, জালুকবাৰী আদি কেইবাখনো কংগ্ৰেছ্ কমিটি গঠিত হৈ ২০ চেপ্তেম্বৰৰ শোভাযাত্ৰাত যোগদান কৰে।

২০ চেপ্তেম্বৰ গহপুৰ আৰু ঢেকীয়াজুলিৰ ঘটনাৰ বতাহে আন্দোলন কিছু সেমেকা অৱস্থা হোৱাত বিপ্লৱী গোঁসাইদেৱে কলংপুৰ শিবিৰ গহপুৰ আৰু কলাবাৰীত পলাতক হৈ কৰ্মীসকলক সতেজ কৰিবলৈ ভাবিব নোৱাৰা কষ্ট কৰি ৰাতি ৰাতি কৰ্মী সকলক লগ ধৰিছিল। আজিৰ দৰে গাঁওবোৰলৈ যোৱাৰ কোনো সুবিধা নাছিল। এই ক্ষেত্ৰত কলংপুৰৰ মৌজাদাৰ প্ৰয়াত বেনুধৰ দত্ত ডাঙৰীয়াই তেখেতক অশেষ সহায় কৰাৰ কথাও স্মৰণযোগ্য। কাৰণ পাছত চোৰাংচোৱাৰ চোকা দৃষ্টিত তেখেতৰ মৌজাদাৰীৰ নিৰাপত্তা হেৰুৱাৰ উপক্ৰম হৈছিল। শেষত ইয়াৰ স্থানীয় কৰ্মীসকল কাৰাৰুদ্ধ হোৱাত গোস্বামীদেৱে ইয়াৰ পৰা আঁতৰি দক্ষিণ পাৰ হয়।

তথাপিও তেখেতে তেজপুৰক কেন্দ্ৰ কৰিয়েই লাগি আছিল। ১৯৪৩ চনৰ জানুৱাৰী মাহত মাঘ বিহুত আমি তেজপুৰ জেইলৰ ভিতৰত মহাদেৱ শৰ্মাৰ নেতৃত্বত মেজি ভেলাঘৰ সাজি উলহ মালহেৰে মাঘ বিহু পালন কৰাত বাহিৰৰ লক্ষীমপুৰ জিলা আৰু তেজপুৰৰ গাঁওসমূহৰ পৰা তিলপিঠা, ঘিলাপিঠা, কৰাই, চিৰা, মিঠা আলু, দৈ গাখীৰ, গুৰ, তামোল-পান বস্তা

ভৰাই যোগান ধৰিছিল গোস্বামীদেৱে আৰু ৰূপকোঁৱৰ ককাইদেৱে, পুলিচৰ চোকা পহৰাৰ মাজেদিয়েই। ১৯৪৪ চন পৰ্যন্ত উজনি অসমৰ কেবাখনো জিলাতে পলাতক হৈ সংগঠন জীয়াই ৰাখিছিল গোঁসায়ে।

১৯৫০ চনৰ প্ৰলয়ঙ্কৰী ভূমিকম্পৰ ফলত হোৱা অসমৰ বিস্তৰ ক্ষতিৰ বুজ লৈ "অসম শঙ্কৰ মিছনৰ" সদস্য হৈ অবিভক্ত লক্ষীমপুৰ জিলাত বিভিন্ন প্ৰকাৰৰ সেৱা আগবঢ়ায়। তেখেতে এবছৰ ধৰি একাগ্ৰভাৱে যি সেৱা কাৰ্য কৰিছিল সেইবোৰ আমাৰ কাৰণে অতি প্ৰেৰণাদায়ক। উত্তৰ লক্ষীমপুৰীয়া ৰাইজে আজিও সময়ে সময়ে সুঁৱৰি থাকে। এনে দুৰ্বহ কাম তেখেতৰ ক্ষেত্ৰতহে সম্ভৱ হৈছিল বুলি আমাৰ ধাৰণা। এই সেৱাৰ নিমিত্তে উত্তৰ লক্ষীমপুৰৰ জনজাতীয় লোকসকলৰ মাজত গোঁসাইদেৱ আছিল ঈশ্বৰ স্বৰূপ।

তেখেতৰ অসীম সাহস আৰু অকৃত্ৰিম দেশ সেৱাৰ গুণতেই অসম কংগ্ৰেছৰ মনোনীত প্ৰাৰ্থী হিচাবে ১৯৫২ চনত গহপুৰ সমষ্টিৰ পৰা তিনিকোণীয়া প্ৰতিদ্বন্দ্বিতাত জয়ী হৈ বিধান সভালৈ সদস্য নিৰ্বাচিত হয়। আজিৰ দৰে সেই সময়ত ৰাস্তা দলং নাছিল। তেজপুৰৰ পৰা গহপুৰ পোৱাত ২/৩ দিন লাগিছিল। হাৱাজানৰ পৰা বৰগাং পৰ্যন্ত তেতিয়া গহপুৰ সমষ্টিৰ সীমা। খোজ কাঢ়ি ফুৰাৰ বাহিৰে অন্য উপায় নাই। কলাবাৰী, কলংপুৰ আৰু বিহালীত তেখেতে কেম্প পাতি থাকিছিল। তেখেতে সেই সময়ছোৱাত মোক বৰ বিশ্বাসত লৈছিল। তেখেত আহি সাধাৰণতে ব্ৰহ্মজানবাসী স্বৰ্গীয় দীনবন্ধু চেটাৰ্জীৰ দোকানত থাকিছিল। তেখেত নিৰামিষাহাৰী আছিল। চেটাৰ্জীয়েও দেৱতাক কৰাদি শুশ্ৰুষা কৰিছিল। মই প্ৰায় উপস্থিত থাকো। গহপুৰ ৰাইজৰ মানত গোঁসাই প্ৰভু দেৱদুৰ্লভ আছিল। দেখা কৰিবলৈ অহা লোকসকলক আগতে মাত লগাই কোনোবা জনক হাঁহি মাৰি সাৱটি ধৰে, ডেকাচামক বোপাইত বুলি সম্বোধন কৰে। নিমন্ত্ৰণ পালে অঞ্চলবোৰলৈ খোজকাঢ়ি অথবা চাইকেলেৰেও যায়। মই লগত যাব লাগিবই। সময়ৰ অপব্যৱহাৰ তেওঁ নকৰিছিল। ইয়াৰে কেতিয়াবা ব্যতিক্ৰম হ'লে তেখেত খঙতে একো নাই হৈ পৰিছিল। ১৯৫৪ চনত বিহালীৰ পৰা ৰাজহ চক্ৰটো হেলেমলৈ উঠাই অনাত, বিহালীৰ কংগ্ৰেছ কৰ্মীসকলৰ আকোঁৰগোজ মনোভাৱ দেখি মুখ্যমন্ত্ৰী বিষ্ণু মেধিৰ সাক্ষাতত তেখেতৰ খঙে ভীষণৰূপ ধাৰণ কৰিছিল। বহুতে দেখি তবধ মানিছিল।

তেখেতে বিধায়ক হৈ থকা অৱস্থাতে ১৯৫৩ চনত কনকলতাৰ

সমাধিস্থলত কনকলতা ছোৱালী সৌৰবণী বিদ্যাপীঠ প্ৰতিষ্ঠা হয়। আৰম্ভৰ পৰাই তেখেত বিদ্যাপীঠৰ পৰিচালনা সমিতিৰ সভাপতি আৰু মই শেষলৈকে সম্পাদক আছিলো। গোটেই অসমৰ পৰা দান-বৰঙণি সংগ্ৰহ কৰা হৈছিল। ১৯৫৫ চনৰ মাৰ্চ মাহত তেখেতৰ তৎপৰতাতে তেতিয়াৰ কেন্দ্ৰীয় ৰেলমন্ত্ৰী স্বৰ্গীয় লালবাহাদুৰ শাস্ত্ৰীয়ে এই বিদ্যালয়ত পদাৰ্পণ কৰে। পাছত আঠ হাজাৰ টকা কেন্দ্ৰীয় সমাজ কল্যাণ বৰ্ডৰ পৰা পোৱা হয়। ইয়াৰ উপৰিও গোঁসায়ে ইয়াৰ কেইবাটাও অনুষ্ঠান প্ৰতিষ্ঠানত সক্ৰিয় অংশ লৈছিল। বালিজানত জ্যোতি আগৰৱালা হাইস্কুল উল্লেখনীয়। ১৯৫৪ চনতে মধ্য ছয়দুৱাৰ ৰুৰেল পঞ্চায়ত, গো-চিকিৎসা কেন্দ্ৰ, কলাবাৰীৰ মাজিকুছিত কুষ্ঠৰোগ চিকিৎসা সেৱাশ্ৰমখনো তেখেতৰ চেষ্টাত হয়। সেই বছৰৰ কোনোবা এটা মাহত বিশ্বনাথ চাৰিআলিত বহা তেজপুৰ জিলা কংগ্ৰেছৰ অধিবেশনত মোৰ মতৰ লগত তেখেতৰ মত বিৰোধ হয়। পিছে অমিল আমাৰ মাজত বেছি দিন থকা নাছিল। চিঠিৰে মোৰ দৃঢ়তাক তেখেতে স্বীকৃতি দিলে। তেতিয়াৰ পৰা আৰু বিশ্বাসী হৈ পৰো। ইয়াৰ প্ৰমাণ তেখেতে লিখা "মুক্তি যুঁজৰ চমু বতৰা" পুস্তিকাত ছয়দুৱাৰৰ মাজত মোৰ সেৱাৰ কথা উল্লেখ কৰিছে। গোস্বামীদেৱৰ আৰু এটা উল্লেখনীয় দিশ হৈছে তেখেত একেৰাহে বেছিদিন সমষ্টিৰ ভিতৰত বাহৰবোৰত থাকিব লগা হ'লে, তেনে অৱস্থাত সত্ৰ বা ঘৰৰ পৰা কোনো কটকী আহি খবৰ দিলে তেখেতে সমূলি ভাল নাপাইছিল। বিধায়ক হৈ চিলঙত থাকোতে কৃষ্ণানন্দ ব্ৰহ্মচাৰী সহ তেখেত চিলঙৰ স্বাস্থ্য নিবাসত থাকিছিল। দুয়োৰে বৰ মিল আছিল। তাতো মই দেখিছিলো নিজা সমষ্টিৰ পৰা যোৱা লোকৰ লগত প্ৰয়োজনীয় কথাৰ বাহিৰে আন কথা নকয়। মাত্ৰ এজন মানুহ আছিল তেখেতক অবাধ গতিৰে দেখা কৰিব পৰা। সেইজন হ'ল অতি প্ৰিয় প্ৰয়াত নবীন পটঙ্গীয়া। তেজপুৰত সাঁহিত্য সভা প্ৰতিষ্ঠা হোৱাৰ পাছত গোঁসাইৰ আৰু এজন বিশ্বস্ত ব্যক্তি আছিল লব্ধ প্ৰতিষ্ঠ শ্ৰীনবীন কাথহাজৰিকা। দুয়ো সভাপতি-সম্পাদক আছিল।

গোস্বামীদেৱ বিধায়ক হৈ থকা সময়তে ১৯৫৭ চনৰ ১ জানুৱাৰীৰ পৰা অসমৰ উত্তৰ পাৰৰ দৰং, লক্ষীমপুৰ জিলা দুয়োখনলৈ অসম পৰিবহনৰ চৰকাৰী বাছৰ যাতায়ত হয়। ১ জানুৱাৰী দিনা বিধায়ক আৰু জিলা কংগ্ৰেছ সভাপতি হিচাপে পুৱা ৬-৩০ বজাত হাতত পতাকা লৈ জোকাৰি বাছৰ পহিলা যাত্ৰাৰ শুভ উদ্বোধন কৰে। সেইদিনা তেখেতৰ যি আনন্দ, কোৱা বাহুল্য।

## শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

আজি মনলৈ আহে, এইজন ব্যক্তিক কি শ্ৰদ্ধাঞ্জলিৰে সুঁৱৰিম ? সমাজকৰ্মী, বিধায়ক, কলা সংস্কৃতিৰ সাধক, গীত-তাল-মানেৰে শংকৰী কৃষ্টিক সুদূৰ প্ৰসাৰী কৰা প্ৰচাৰক, জনজাতীয় সেৱা, অস্পৃশ্যতা বৰ্জন, সাম্যমৈত্ৰী ভাৱনাৰে সমন্বয় ৰক্ষক, সত্ৰ-সভা নিৰ্মাতা ইত্যাদি কোন কামত তেওঁ নাছিল ভাবি আচৰিত হওঁ। সৰ্বসাধাৰণ মানুহৰ মাজতে থাকি তেখেতে যিমানবোৰ কাম কৰিলে, তাৰ দ্বাৰাই আমাৰ বিশ্বাস তেখেতে ঐশ্বৰিক শক্তিৰ অংশ পাইছিল। ইয়াক প্ৰতিফলিত কৰিছে তেখেতৰ কৰ্মৰাজিৰ প্ৰতিভাসমূহে ।

গোস্বামী প্ৰভুক আনুষ্ঠানিকভাৱে শেষৰ বাৰলৈ লগ পাওঁ ১৯৭৫ চনৰ এপ্ৰিল মাহত বৰঙাবাৰীত অনুষ্ঠিত হোৱা অসম মুক্তি যুঁজাৰু সন্মিলনত। তেখেত আছিল তেজপুৰ জিলাৰ মুক্তি যুঁজাৰু সন্মিলনৰ সভাপতি আৰু শ্ৰীবিশ্বদেৱ শৰ্মা আছিল অভ্যৰ্থনা সভাৰ সভাপতি। মই আছিলো অভ্যৰ্থনা সমিতিৰ কাৰ্যকৰী সভাপতি। ইয়াৰ পাছত আৰু তেখেতৰ সান্নিধ্য আনুষ্ঠানিকভাৱে পোৱা নহ'ল। গুৱাহাটীতে মোৰ চকু চিকিৎসা কৰি থকা অৱস্থাতে সন্ধ্যাৰ আঞ্চলিক বাতৰিত জানিবলৈ পালো গোস্বামীদেৱে ইহসংসাৰ ত্যাগ কৰি অনন্তধামলৈ গতি কৰিলে। ধ্যানস্থ হৈ প্ৰাৰ্থনা জনালোঁ। এনে লোক আৰু কেতিয়াবা পামনে ? তেখেতৰ এই অকাল বিয়োগ মোৰ বিশ্বাস অসমবাসী মাত্ৰেই পাহৰিব নোৱাৰে। বাহুল্য নিস্প্ৰয়োজন ।*

---

** স্বৰ্গীয় গোপীনাথ বৰদলৈদেৱৰ স্বাক্ষৰ সম্বলিত গোহাৰী পত্ৰত ১৯৫০ চনতে কনকলতা বিদ্যাপীঠৰ কাম ক্ষীপ্ৰগতিত আগবঢ়া বুলি লিখিছে। গতিকে গহন গোস্বামী '৫২ চনত বিধান সভালৈ যোৱাৰ আগতে কনকলতা সোণৰ্বণী অনুষ্ঠান বা বিদ্যাপীঠৰ ভেটি স্থাপন হ'ব লাগিব ।*

— **সম্পাদক**

# তেজপুৰ সাহিত্য সভাৰ সভাপতি গহন চন্দ্ৰ গোস্বামী

## শ্ৰীনবীন চন্দ্ৰ কাথহাজৰিকা

গহন চন্দ্ৰ গোস্বামীদেৱৰ জীৱনৰ শেষ বাৰ বছৰ তেজপুৰ সাহিত্য সভাৰ লগত একান্তভাৱে জড়িত আছিল। ১৯৬৮ চনৰ ২৬/২৭/২৮ জানুৱাৰীত অসম সাহিত্য সভাৰ ৩৫তম বাৰ্ষিক অধিবেশন তেজপুৰত অনুষ্ঠিত হৈছিল। অধিবেশনৰ আদৰণী সমিতিৰ কাৰ্যকৰী সভাপতি আৰু সাংস্কৃতিক উপসমিতিৰ সভাপতি আছিল গোস্বামীদেৱ। তেখেতৰ নেতৃত্বতে সভাস্থলী নেহৰু ময়দানত 'পাৰিজাত হৰণ' অঙ্কীয়া নাট অধিবেশনৰ প্ৰথম নিশাতে পৰিবেশন কৰি দৰ্শকৰ ভূৰি ভূৰি প্ৰশংসা লাভ কৰে।

১৯৬৯ চনৰ ২৬ জানুৱাৰীত তেজপুৰত সাহিত্য সভা ভৱনৰ ভেটি স্থাপন কৰা হয়। অনুষ্ঠানত পৌৰোহিত্য কৰিছিল লোকনায়ক অমিয় কুমাৰ দাসদেৱে। বিশিষ্ট অতিথি আছিল কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱ। সভাৰ সৌষ্ঠৱ বঢ়াইছিল গহন চন্দ্ৰ গোস্বামীদেৱে এটি মধুৰ ভাষণেৰে। ভেটি স্থাপন কৰে বিশিষ্ট সাহিত্যিক দীননাথ শৰ্মা ডাঙৰীয়াই। ১৯৭০ চনৰ ২৬ জানুৱাৰীত উক্ত ভৱন উদ্বোধন কৰে গোস্বামীদেৱে। উদ্বোধনী সভাত পৌৰোহিত্য কৰে বকুলবনৰ কবি আনন্দ চন্দ্ৰ বৰুৱাদেৱে আৰু ভৱনৰ দুৱাৰ মুকলি কৰে বনুৱা নেতা বিশিষ্ট সাহিত্যিক শ্ৰীসুবান হৰদেৱে।

১৯৭১ চনৰ ১৫ এপ্ৰিল পহিলা বহাগৰ দিনা অসমৰ তৎকালীন ৰাজ্যপাল শ্ৰীব্ৰজকুমাৰ নেহৰুৰ দ্বাৰা ভৱনৰ ওপৰ মহলৰ শুভ উদ্বোধন কৰোৱা হৈছিল। উদ্বোধনী সভাত পৌৰোহিত্য কৰে গহন চন্দ্ৰ গোস্বামীদেৱে। এই বছৰৰ মাজ ভাগত গোস্বামীদেৱক সৰ্বসন্মতি ক্ৰমে তেজপুৰ সাহিত্য সভাৰ ৬ষ্ঠ জনা সভাপতি স্বৰূপে নিৰ্বাচিত কৰা হয় আৰু ১৯৭৯ চনৰ ১৮ জানুৱাৰীত তেখেতে মহাপ্ৰয়াণ কৰা পৰ্যন্ত সেই পদত অধিষ্ঠিত আছিল।

১৯৭২ চনৰ শেষৰ ভাগটো তেজপুৰ সাহিত্য সভাৰ কাৰণে অগ্নি পৰীক্ষাৰ সময়। সেই বছৰত শৰৎ সিংহ মন্ত্ৰীসভাই কাছাৰত এখন বিশ্ববিদ্যালয় পতাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। এই প্ৰস্তাৱৰ কাৰণে অসমত জ্বলন্ত সমস্যাৰ সৃষ্টি হ'ল। অসমত অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হ'ব লাগে বুলি

তীব্ৰ আন্দোলন আৰম্ভ হ'ল আৰু বিধান সভাৰ ২৩ চেপ্তেম্বৰৰ উক্ত প্ৰস্তাৱ নাকচ কৰিবলৈ ৰাজহুৱা দাবী উঠিল। ছাত্ৰ সন্থাই আন্দোলন আৰম্ভ কৰিলে। ৬ অক্টোবৰৰ দিনা খাৰুপেটিয়াত ছাত্ৰ নেতা মজাম্মিল হকৰ মৃত্যু হ'ল। অসমত অগ্নিশিখা শিখৰত উঠিল। ঠায়ে ঠায়ে অৱস্থাই হিংসাত্মক ৰূপ ললে। তেজপুৰো উত্তপ্ত হ'ল। তেতিয়া আমি নিজৰ গাড়ীত মাইক বান্ধি লৈ সভাপতি গোস্বামীৰ সৈতে জিলাৰ ইমূৰ-সিমূৰ পাঁচনৈৰ পৰা হাৱাজানলৈ শান্তি সম্প্ৰীতিৰ বাণী প্ৰচাৰ কৰি ঘূৰো। গোস্বামীয়ে গলগলীয়া মধুৰ স্বৰেৰে ৰাইজলৈ কৰা সম্প্ৰীতিৰ আহ্বান ৰাইজে থিৰেৰে শুনিছিল। আমাৰ কাণত আজিও সেই বাণী বাজি আছে। প্ৰচাৰৰ অন্তত তেজপুৰ সাহিত্য সভা প্ৰাঙ্গণত বিশেষকৈ বঙ্গালী ভাষী ৰাইজক লৈ এখন সভা আহ্বান কৰা হ'ল। সভাত পৌৰোহিত্য কৰিছিল বয়োজ্যেষ্ঠ নাগৰিক, উকিল সন্থাৰ সভাপতি স্বৰ্গীয় ভূপেন্দ্ৰ নাথ দে দেৱে। গহন চন্দ্ৰ গোস্বামীদেৱে বঙ্গালীসকলক সম্বোধি এটা তত্বপূৰ্ণ আবেগময় ভাষণ দি তেওঁলোকৰ মন জয় কৰিছিল। এই বিষয়ত আৰু এটা গুৰুত্বপূৰ্ণ কাম কৰা হ'ল। তেজপুৰ সাহিত্য সভাৰ তৰফৰ পৰা প্ৰস্তাৱ দাঙি ধৰা হ'ল যে তেজপুৰ জিলা কংগ্ৰেছে এখন আনুষ্ঠানিক সভা আহ্বানক্ৰমে বিধান সভাৰ ২৩ চেপ্তেম্বৰৰ প্ৰস্তাৱ উঠাই লব লাগে বুলি এটা প্ৰস্তাৱ কৰি অসম বিধান সভাক অনুৰোধ জনাব লাগে। এই কাৰ্যত আগভাগ লবলৈ চন্দ্ৰধৰ গোস্বামীদেৱে আমাক দায়িত্ব দিলে আৰু আমি সেই সময়ৰ জিলা কংগ্ৰেছৰ সভাপতি শ্ৰীশ্ৰীকান্ত শৰ্মাদেৱৰে আলোচনা কৰি সভা আহ্বানৰ সিদ্ধান্ত কৰা হ'ল। সভাত প্ৰস্তাৱ কৰিলো আমি, সমৰ্থন কৰিলে গোস্বামীদেৱে আৰু অনুমোদন কৰিলে চন্দ্ৰধৰ গোস্বামীদেৱে। প্ৰস্তাৱ সৰ্বসন্মতিক্ৰমে গৃহীত হ'ল। এই কাৰ্যত সকলো প্ৰকাৰৰ সহযোগ দিছিল শ্ৰীযোগেন্দ্ৰ নাথ ভট্টাচাৰ্য, শ্ৰীসুৰেন্দ্ৰ বৰঠাকুৰ আদিয়ে। বিশ্ববিদ্যালয় সম্বন্ধীয় প্ৰস্তাৱ উঠাই লবলৈ কৰা তেজপুৰ জিলা কংগ্ৰেছৰ প্ৰস্তাৱৰ বাতৰি অনাতাঁৰে প্ৰচাৰ কৰিলে। তাৰ পিচত দেখা গ'ল অন্যান্য জিলা কংগ্ৰেছ সমূহৰ পৰাও একে ধৰণৰ প্ৰস্তাৱ আহিল। অন্তত অসম বিধান সভাই সেই প্ৰস্তাৱ উঠাই ললে। অসমলৈ শান্তি ঘূৰি আহিল। এই সন্দৰ্ভত গহন চন্দ্ৰ গোস্বামীদেৱৰ স্থিৰ সিদ্ধান্ত অপৰাজেয়।

১৯৭৪ চনত তেজপুৰ সাহিত্য সভাৰ কাৰণে এটা অতিথিশালা নিৰ্মাণৰ প্ৰস্তাৱ আমি আগবঢ়াওঁ। স্বৰ্গীয় গোস্বামীদেৱে "অতি সুন্দৰ", "অতি প্ৰশস্ত" বুলি আদৰিলে। তেখেত আৰু লগতে শ্ৰীশ্ৰীকান্ত শৰ্মা, শ্ৰীযোগেন্দ্ৰ নাথ

ভট্টাচাৰ্য্য, চৈয়দ ইস্কে আলম্, স্বৰ্গীয় চন্দ্ৰধৰ গোস্বামীৰে আলচ কৰি দাতা বিচাৰি স্থানীয় ব্যৱসায়ী শ্ৰীৰাধেশ্যাম ত্ৰিৱেৰৱালাৰ ওচৰলৈ গলোহ'ক। গহন গোস্বামীদেৱে আমাৰ প্ৰস্তাৱ হৃদয়গ্ৰাহীকৈ আগবঢ়ালে আৰু সদাশয় শ্ৰীত্ৰিৱেৰৱালাই সাদৰে গ্ৰহণ কৰি তেখেতৰ স্বৰ্গগত পিতৃৰ স্মৃতিত অতিথিশালাটিৰ সমস্ত ব্যয় বহন কৰিবলৈ সন্মতি প্ৰকাশ কৰিলে। অতিথিশালা হ'ল আৰু সাহিত্য সভা প্ৰাঙ্গণত আজিও সি বিৰাজমান।

গহন চন্দ্ৰ গোস্বামীদেৱৰ সভাপতিত্বৰ কালতে ১৯৭২ চনত প্ৰবীণ মুক্তিযোদ্ধা বিহালীৰ স্বৰ্গীয় ছবিলাল উপাধ্যায়দেৱক তেজপুৰ সাহিত্য সভাৰ পৰা ৰাজহুৱা সম্বৰ্দ্ধনা জনোৱা হয়। সম্বৰ্দ্ধনা সভা সাংস্কৃতিক অনুষ্ঠানেৰে অতি জাকজমকৈকে-অনুষ্ঠিত কৰা হৈছিল।

সেই চনৰে নবেম্বৰ মাহত অসম সাহিত্য সভাই সভাৰ কাৰ্য নিৰ্বাহক সভা তেজপুৰত পাতিব লাগে বুলি অনুৰোধ জনোৱাত তেজপুৰ সাহিত্য সভাই অনুৰোধ গ্ৰহণ কৰে। গোস্বামীদেৱৰ সভাপতিত্বত এখন আদৰণি সভা গঠন কৰা হ'ল। লগে লগে সভাৰ আয়োজন প্ৰস্তুতি হৈ উঠিল। অধ্যাপক হেম বৰুৱা তেতিয়া অসম সাহিত্য সভাৰ সভাপতি। ডিচেম্বৰৰ ২৯/৩০ তাৰিখে উক্ত সভাৰ কাৰ্যনিৰ্বাহক সভা সুকলমে অনুষ্ঠিত হ'ল তেজপুৰ সাহিত্য সভাৰ সৌজন্যত প্ৰথমবাৰৰ বাবে। লগতে ৩০ ডিচেম্বৰ আবেলি ২ বজাত এই সভাৰ তৰফে 'টেনিচ কৰ্টত' আয়োজন কৰা বিৰাট ৰাজহুৱা সভাৰ সভাপতি অধ্যাপক হেম বৰুৱাদেৱক ৰাজহুৱা সম্বৰ্দ্ধনা জনোৱা হ'ল। পৌৰোহিত্য কৰিলে গহন চন্দ্ৰ গোস্বামীদেৱে।

১৯৭৪ চনৰ ডিচেম্বৰ মাহৰ [illegible] তাৰিখে গহন চন্দ্ৰ গোস্বামীদেৱক ৰাজহুৱাভাৱে সম্বৰ্দ্ধনা জনোৱা হয়। আমাৰ এটি আধুনিক প্ৰশস্তিমূলক গীতৰ মাধ্যমেদি তেখেতৰ কৰ্মময় জীৱন চমুকৈ বৰ্ণনা কৰি গীতটি সম্বৰ্দ্ধনা পত্ৰত সন্নিবিষ্ট কৰা হৈছিল।

সেই সময়ত ৰাইজৰ সহযোগত তেজপুৰ সাহিত্য সভাৰ আনুষ্ঠানিক সমিতিবোৰৰ উপৰিও প্ৰয়াত সাহিত্যিকসকলৰ তিথি, উৎসৱ, সাহিত্য সপ্তাহ আদি নিয়মীয়াকৈ পালন কৰা হৈছিল। সাহিত্য আলোচনা, প্ৰতিযোগিতা আদিও হৈছিল। তাৰোপৰি সভাৰ মুখপত্ৰ "শোণিত প্ৰভা" বছৰেকৰ মূৰত প্ৰকাশ হৈছিল।

১৯৭৬ চনত পুনৰ তেজপুৰতে অসম সাহিত্য সভাৰ লেখক শিবিৰ পাতিব লাগে বুলি এটা অনুৰোধ আহিল। তেজপুৰ সাহিত্য সভাই অনুৰোধ

ৰক্ষা কৰি এখনি আদৰণী সমিতি গঠন কৰিলে গহন চন্দ্ৰ গোস্বামীৰ সভাপতিত্বত । যথা বিহিতভাৱে আয়োজনৰ প্ৰস্তুতি চলিল । লেখক শিবিৰ ডিচেম্বৰ মাহৰ ২৪/২৫ তাৰিখে সফলভাৱে অনুষ্ঠিত হৈ গ'ল । এই উপলক্ষে পতা সাংস্কৃতিক সন্ধিয়াত দুঃশাসনৰ ৰক্তপান" নামৰ আমাৰ দ্বাৰা লিখিত নাটকৰে 'ছায়া-ভাওনা' পাৰবেশন কৰা হ'ল । প্ৰভু গোস্বামীদেৱে নাটখনিৰ পাঠ চাই দি আখৰাৰ পৰা আৰম্ভ কৰি অভিনয়ৰ অন্তলৈকে থাকি দিহা পৰামৰ্শ আৰু উৎসাহ প্ৰদান কৰে । ভাওনাত লেখক শিবিৰৰ কাৰ্যকৰ্তা ড° মহেশ্বৰ নেওগ, চৈয়দ আব্দুল মালিক, ড° নিৰ্মল প্ৰভা বৰদলৈ, ড° সত্যেন্দ্ৰ নাথ শৰ্মা, ড° নগেন শইকীয়া, অধ্যাপক যোগেশ দাস প্ৰভৃতি বিজ্ঞ ব্যক্তিসকল উপস্থিত থাকি আমাক উৎসাহিত কৰে । গোঁসাইৰ সম্পূৰ্ণ সহযোগত্ব এই ছায়া-ভাওনাৰ শুভ সমাপ্তি হয় । গোঁসায়ে আমাক নাট লিখি, প্ৰযোজনা কৰি, শকুনিৰ ভাওলৈ কৃতকাৰ্য হোৱা বুলি চেনেহ কৰি আশীৰ্বাদ দি পৰম কৃতাৰ্থ কৰে ।

গোঁসাইৰ কাৰ্যকালতে সেই বছৰ মাঘ মাহত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ, কলাগুৰু বিষ্ণুপ্ৰসাদ আৰু নটসূৰ্য ফণী শৰ্মাৰ প্ৰস্তৰ মূৰ্তি একত্ৰে স্থাপনৰ বাবে এখন "ত্ৰিমূৰ্ত্তি বেদী" নিৰ্মাণৰ আয়োজন কৰা হয় । স্থাপন কৰিলে গহন চন্দ্ৰ গোস্বামী প্ৰভুদেৱে । ১৯৭৭ চনৰ ২০ জুনৰ তেজপুৰ সাহিত্য সভা প্ৰতিষ্ঠা দিবস তথা ৰাভাৰ মৃত্যু দিবসৰ দিনা আবক্ষ মূৰ্তি কেইটি উন্মোচনৰ দিন ধাৰ্য কৰা হ'ল । কলাগুৰুৰ মাৰ্বল আবক্ষ মূৰ্তি বেদীৰে সৈতে দান কৰে প্ৰবীন ব্যৱসায়ী শ্ৰীসুমেৰ ডুগৰে । নটসূৰ্যৰ আবক্ষ মূৰ্তি দান দিলে অধিবক্তা সুনীল কুমাৰ দাসে, কলাগুৰুৰ মূৰ্তিটি উন্মোচন কৰিলে সেই সময়ৰ শিক্ষা মন্ত্ৰী শ্ৰীহিতেশ্বৰ শইকীয়াই আৰু বাকী দুটি কৰিলে গোস্বামীদেৱে ।

মুঠতে ১৯৬৮ৰ পৰা ১৯৭৯ লৈ প্ৰায় বাৰ বছৰকাল গহন চন্দ্ৰ গোস্বামীৰ সাহিত্য সংস্কৃতি চৰ্চা সাধনাৰ ফালৰ পৰা ব্যস্ত, মধুৰ, অতি মূল্যবান সময় । পৰিবৰ্তন আৰু নতুনৰ সৃষ্টিত বহুতৰ অৰ্ন্তদ্বন্দ হয় । কিন্তু গহন-চন্দ্ৰ গোস্বামী তাৰ বিপৰীত । পৰিবৰ্তনত তেৰা উদ্ভাসিত হয় । সমাজ সংস্কাৰ আৰু নতুনক আদৰি লোৱাত তেখেত অগ্ৰণী । গহন চন্দ্ৰ গোস্বামী প্ৰভুদেৱৰ নিজ জীৱনেই যেন এটি 'ছায়া-চিত্ৰ', 'ছায়া-ভাওনা ।' শুভমস্তু ।*

---

** এই প্ৰবন্ধ শ্ৰীনবীন চন্দ্ৰ কাথহাজৰিকা, প্ৰাক্তন উপাধ্যক্ষ, অসম বিধান সভাৰ "শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামী প্ৰভুদেৱ" নামৰ প্ৰৱন্ধৰ অংশ বিশেষ । প্ৰবন্ধত উল্লেখ কৰা সম্পূৰ্ণ কালছোৱাত*

# প্ৰভুৰ লগত গোটাদিয়েক স্মৰণীয় অভিজ্ঞতা

**শ্ৰীগগন চন্দ্ৰ মহন্ত**

১৯৪২ চনতে শ্ৰীশ্ৰীনিকামুল সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামী প্ৰভুৰ লগত চিনাকী হোৱাৰ সুযোগ মিলে। সেই বছৰত আমি তেজপুৰ জিলা কংগ্ৰেছ অফিচত ভলণ্টিয়াৰ প্ৰশিক্ষণ লৈ আছো। এদিনাখন আমাৰ চাফাই কামৰ পাল। পুৱা ৬ বজাতে সভাপতি গোঁসাই আৰু কমাণ্ডাৰ শ্ৰীচন্দ্ৰকান্ত ডেকা বৰুৱা ওলালহি। আমাক ফাইল কৰি লৈ গৈ হাতী পিলখানাৰ মেটোৰপট্টিত সোমাবলৈ আদেশ দিলে। গোঁসাই প্ৰভুয়ে নিজেই লেতেৰা দুৰ্গন্ধ গাড়ীবোৰ টানি টানি একে ঠাইত চিক্কিল লগাই থবলৈ লগালে। পিচত ভিতৰত সোমাই সিহঁতৰ অপৰিপাটিকৈ ৰখা বস্তু, বিচনা আদি ক'ত কেনেকৈ থব লাগে দেখুৱালে আৰু অন্যান্য কামত ৩ ঘণ্টামান লগাই আমাক ব্ৰহ্মপুত্ৰ নদীত গা-ধুৱাই কেম্পলৈ পঠাই দিলে। তেতিয়াৰ পৰা মই তেখেতৰ সত্ৰলৈ অহা যোৱা কৰো আৰু তেখেতৰ গৃহিণীক 'বাইদেউ' সম্বোধন কৰোঁ।

তাৰ অলপ পিছতে ঢেকীয়াজুলিত তিনিদিনীয়াকৈ জিলা কংগ্ৰেছৰ অধিবেশন বহিছিল। আমি বহুতো ভলণ্টিয়াৰ। গোঁসাই প্ৰভু সৰ্বময় হৈ শিবিৰ পৰিচালনা কৰিছিল। ৰন্ধা-বঢ়াৰ পৰা সভাৰ আলোচনা-সিলোচনালৈকে। দৰ্কাৰমতে তেতাখন ধৰি, কৰ্কালত চাদৰখন মেৰ মাৰি লৈ পৰিবেশন কৰিছিল, দৰ্কাৰমতে আসনৰ যোগান ধৰিছিল। আনকি আনৰ হাতলৈ নাচাই দৰ্কাৰমতে চুৱা পাত-পটুৱা নিজে চাফা কৰিছিল। তাকে দেখি ভলণ্টিয়াৰসকল সতৰ্ক। গোঁসাইৰ চকু সৰ্বত্ৰ। সকলো পৰিপাটি। গোঁসাইৰ বচনত সকলো সন্তুষ্ট। দেখাসকলে অনুভৱ নকৰাকৈ থকা নাই যে সকলো বিষয়তে আনসকল এফালে, গোঁসাই অকলে এফালে। তেনেকৈ লোকৰ দৃষ্টিও। সেই শিবিৰ পৰিচালনা পাহৰিবৰ উপায় নাই।

---

*শ্ৰীহাজৰিকা তেজপুৰ সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক হৈ আছিল। তেখেত ১৯৬৮ চনৰ অসম সাহিত্য সভাৰ তেজপুৰ অধিবেশনৰ আদৰণি সভাৰো সাধাৰণ সম্পাদক আছিল। তেজপুৰ সাহিত্য সভালৈ আগবঢ়োৱা তেখেতৰ সেৱা, ভূমি অধিগ্ৰহণ, গৃহ নিৰ্মাণকে ধৰি, চিৰ স্মৰণীয়। তেখেতৰ সেই আৰম্ভণী কালৰ পৰিচালনাও সুদক্ষ আৰু পথ নিৰ্দ্দেশক আছিল।* **সম্পাদক**

শিবিৰৰ কৃতকাৰ্যতা গোঁসাইৰ কাৰণে বুলিয়েই ভাব হয়।

১৯৪৭ চনৰ ভিতৰতে ডেকাৰগাঁৱৰ এম ভি স্কুল প্ৰাঙ্গণত ভলণ্টিয়াৰ সহ কংগ্ৰেছৰ বহুতো গণ্য মান্য লোকৰ এখন দুদিনীয়াকৈ অভিবৰ্তন হৈছিল। তাত সভাপতিত্ব কৰে মৌলানা তৈয়বুল্লা চাহাবে। কথা প্ৰসঙ্গত তেখেতে কোৱা এষাৰ কথা আজিও মনত আছে। হিন্দুসকলে গৰুক পূজা কৰে কিন্তু সেৱা নকৰে আৰু মুছলমান সকলে গৰুক পূজা নকৰে কিন্তু সেৱা হলে পাৰ্যমানে কৰে। এই অভিবৰ্তনতো গোঁসাই গা লাগি দিছিল। অভিবৰ্তন ভগাৰ পিচদিনা অমিয় কুমাৰ দাস, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, মহীকান্ত দাস, শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী আদিয়ে গহন গোঁসাইৰ তত্বাৱধানত চৰকাৰে মিছামাৰী সমবায় পাম পতাৰ আঁচনিৰ কথা জনায়। তাৰ যাৱতীয় ঘৰ-বাৰী ৰক্ষণাবেক্ষণৰ কাৰণে ৩০ জন হোম গাৰ্ড লোৱাৰ কথা কয়। ময়ো তাতে ভৰ্তি হৈ যোগদান কৰোঁগে।

মিছামাৰী সংগঠনৰ কামত গোঁসায়ে তাত থাকিবলৈ লয়। মই তেখেতৰ ভাত কেইটি ৰান্ধি দিওঁ আৰু 'ভিনীহিদেউ' বুলি মাতো। মিছামাৰী সমবায় পামৰ প্ৰথম জন চুপাৰিন্‌টেণ্ডেণ্ট স্বৰ্গীয় ৰামপ্ৰসাদ বেজবৰুৱাদেৱ। গোঁসাইদেৱে ন-পুৰণি বাসিন্দাসকলক ঘৰ-দুৱাৰ, মাটি-বাৰী আদি কোন কেনেকৈ ক'ত বহি থান থিত লব লাগে সকলো কামত উদগনি দিয়ে। তেতিয়াও কিন্তু বাৰী-বস্তি পতাত ৰাইজে লাগি ধৰা নাই। এদিনাখন মিছামাৰী ফিল্ডত স্বৰ্গীয় মহেন্দ্ৰ মোহন চৌধুৰীৰ উপস্থিতিত এখন বাসিন্দা সকলৰ মিটিং বহিছিল। তেখেতে ৰাইজক সম্বোধি "আকৌ যুদ্ধ হ'ব" এই চিন্তা এৰি ৰাইজে ভালকৈ হাত-কামে লাগি ঘৰ-দুৱাৰ বান্ধি, বাৰী-বস্তি পাতি, স্বাধীন দেশৰ স্বাৱলম্বী নাগৰিক হৈ চলিব লাগে বুলি কৈ আছিল। প্ৰভুৱে হঠাৎ উঠি ৰাইজক ধমকিৰ সুৰত ক'লে,– "ৰাইজসকল, আপোনালোক ইয়াতে বহা প্ৰায় তিনিবছৰ নহ'ল নে ? আপোনালোক তামোল খোৱা মানুহ কিমান আছে হাত ডাঙকচোন। অথচ কোনে কেইজোপা তামোল-পাণ, নাৰিকল ৰুইছে ? আপোনালোকে স্বাধীন হৈয়ো চৰকাৰে কমলাটেঙাৰ বাকলিটিও গুচাই দিব আৰু আপোনালোকে খাব বুলি ভাবিছেনেকি ? ক'তা ঘৰৰ ওচৰৰ হাবিবন কটা নাই, এটা কল পুলি, তামোল পুলি ৰোৱা নাই। এনেদৰে থাকিলে আপোনালোকক আৰু এবছৰৰ মূৰতে আঁতৰ কৰা হ'ব।" গোঁসাইৰ দৃঢ় কথাই কাম দিলে। ৰাইজে তেতিয়াৰ পৰা বাৰী পতাত লাগিল।

মিছামাৰীতে হোৱা দুই এটা ঘটনা উল্লেখযোগ্য। গোঁসাইৰ বাকীৰাম নামে এটা প্ৰাক্তন লগুৱাই গোঁসাইৰ নামত শিষ্য ভকতৰ পৰা দান বৰঙণি আদায় কৰে। এদিনাখন সি আহি পোৱাৰ সময়তে গোঁসাই ওলালগৈ। সি ধুনীয়া পোছাক পিন্ধি গান্ধী টুপীৰে গোঁসাইৰ দৰে সাজি ঘূৰা-ঘূৰি কৰি গোঁসাইক দেখি আতৰ হ'ব ধৰিছিল। নোৱাৰিলে। গোঁসায়ে বোলে তুমি ক'ত আছা, কি কৰিছা ? সেই সময়তে শুকমল মেধি নামৰ গোঁসাইৰ শিষ্যজন উপস্থিত হৈ ছেগতে ক'লে বোলে এওঁ আপোনাৰ নাম কৈ লোকৰ পৰা ১০/২০ টকাকৈ উঠোৱাৰ ব্যৱস্থা কৰি কিছু উঠাইছে আৰু কিছুৱে আজিকালিৰ ভিতৰতে আদায় দিয়াৰ কথা। মেধিৰ কথা শুনি গোঁসায়ে গাৰ চাদৰখন কঁকালত বান্ধি লৈ "তুমি মোক কোন বুলি ভাবিছা ? মোৰ নাম লৈ শিষ্য ভকতৰ পৰা কৰ আদায় কৰাৰ ক্ষমতা তোমাক কোনে দিলে– চিনি পোৱা নাই ? হেৰা গগন, কমলা, কি চাই আছা, বান্ধা ইয়াক। থানাত দিব লাগিব" বুলি আদেশ কৰিলে। আমিও বাকীৰামক বান্ধি ঘৰ এটাত বন্ধ কৰি থলোঁ। পিচদিনা আমাৰ হাতত চিঠি দি বাকী ৰামক পুলিচত দিয়ালে। বিচাৰত বাকীৰামৰ জেল হ'ল।

আন এটা ঘটনা– মানবীয় বিচাৰৰ। আমি সদায় ৰেল অহা সময়ত মিছামাৰী ষ্টেচনত ৩/৪ জন ভলন্টিয়াৰ থাকো। এদিন এজন মানুহে লগত ধুনীয়া গাভৰু ছোৱালী এজনীৰে ষ্টেচনতে বহি থকা পালো। লগত এটা চুটকেচ্ আৰু এটা সৰু কাপোৰৰ টোপোলা। আমি মানুহজনক ক'ৰ মানুহ, কলৈ যায়, গাভৰুজনী কি হয় ইত্যাদি কথা সোধো। মানুহজনে কয় সি নলবাৰীৰ মানুহ, এইজনী তাৰে ঘৈনীয়েক, তেজপুৰ চাবলৈ আহি এতিয়া উভতিছে, প্ৰায় ১৫ দিনৰ মূৰত। আমাৰ সন্দেহ হ'ল। মানুহজনৰ লগত ছোৱালীজনীৰ অলপো মিল নাই। বৰং ঠগ-গঢ় আৰু মাত কথাতো। আমি আৰু একো নকৈ ৰেল অহালৈকে বৈ আছো। ইতিমধ্যে ৰঙাপাৰাৰ পৰা ৰেল আহিল। তেওঁলোক দুয়ো টিকট কাটি ৰেলত উঠিব ধৰোঁতেই আমি চুটকেচ্‌টো থাপ মাৰি লৈ আহিলো। তেওঁলোকৰ কোনো কথা নুশুনি কলনী অফিচলৈ যাব লাগিব বুলি কলোঁ। দুয়োজন আমাৰ লগে লগে অফিচ পালেহি। দূৰত্ব বৰ বেছি নহয়, দুই ফাৰ্লংমান মাথোন। অফিচত চুপাৰিণ্টেণ্ডেণ্টক মানুহহাল চুটকেচ সহ সোধাই দিলো। গহন গোঁসাই সেই সময়ত কোনোবা ফালে ওলাই গৈছিল। ইতিমধ্যে চুপাৰিণ্টেণ্ডেণ্টৰ পৰিবাৰ আৰু অন্যান্য বন্ধু কেইগৰাকীয়ে ছোৱালীজনীক সোধা-পোছা কৰি কথা

বদলাব পৰা নাই। তেনেতে গোঁসাই প্ৰভু আহি পালেহি। বাৰমান বাজিছে।

তেখেতে কথাটোৰ গম ললে। মানুহজনৰ নাম, ধাম, ছোৱালীৰ লগত সম্বন্ধ কিমানদিন ক'ত আছিল আদি সোধপোচ কৰে। দুয়োটাই মিছা মাতে। গোঁসায়ে খণ্ডত উগ্ৰমূৰ্ত্তি ধৰি যেতিয়া ধমকি দিলে তেতিয়া ছোৱালীজনীয়ে বাঁহবাৰী মৌজাৰ চিঙাচুবুৰী গাঁৱৰ শ্ৰীগগন বড়া নামৰ মানুহ এজনৰ ভনীয়েক আৰু এই মানুহজনৰ লগত পলাই আহিছে বুলি সৈ কাঢ়িলে। পলুৱাই অনা মানুহজনৰ নাম নবীন কলিতা। ঘৰ নলবাৰীত বুলিও জনালে। গোঁসাই ঈশ্বৰৰ চিঙাচুবুৰী গাঁৱত বহুত শিষ্য ভকত আছে। গগনহঁতো তাৰে এঘৰ। তেতিয়া গোঁসায়ে হালকে ভাত পানী খুৱাই ৰাখি থলে আৰু মোৰ হাতত এখন চিঠি দি গাঁৱৰ গাঁওবুঢ়া আৰু ছোৱালীৰ ভায়েকহঁতক খবৰ দিবলৈ আদেশ কৰিলে। চিঙাচুবুৰীলৈ প্ৰায় ১২/১৪ মাইল দূৰ। মই আৰু নবীন দাস নামৰ দুজনে চাইকেল মাৰি গৈ কথাটো জনালত গাঁৱৰ ৭/৮ জন লোক ছোৱালীৰ ককায়েকৰ সৈতে চাইকেল মাৰি আহি আমাৰ লগতে সন্ধিয়া সময়ত পুনৰ মিছামাৰী পালেহি। কলনীৰ কৰ্মচাৰীবৃন্দ আৰু তেওঁলোকৰ পৰিবাৰ, ল'ৰা-ছোৱালী সকলো চাপি আহিল, গোঁসায়ে ধীৰ ভাৱে ছোৱালীৰ ককায়েকক দুই বিঘা মাটি দি ল'ৰা-ছোৱালীহালকে নিজৰ ভাই বুলি থিতাপি লগাই ৰাখিবলৈ প্ৰস্তাৱ দিলে আৰু গাঁৱৰ ৰাইজকো সিহঁত দুজনক গাঁৱে এঘৰ কৰি ৰাখিলে বৰ আনন্দ পাম বুলি জনালে। তাতে ছোৱালীৰ ককায়েক অৱস্থাপন্ন লে'ক। নিজৰ ভাই-ককায়ো নাই। প্ৰস্তাৱত ছোৱালীৰ ককায়েকে আৰু ৰাইজ উভয়ে আনন্দমনে সন্মতি প্ৰকাশ কৰিলে। উভয়ে প্ৰথমে গোঁসাইক আৰু তাৰ পিছত কলনীৰ ৰাইজৰ প্ৰত্যেককে সেৱা জনাই তাতে খাই-বই ৰাতি দহমান বজাত সকলোটি গাঁৱলৈ ঘূৰি গলগৈ। ডেকা-গাভৰু হালকো লৈ গ'ল। তেওঁলোক গাঁৱে এটা পৰিয়াল হৈ আছে। ল'ৰা-ছোৱালী ৪ টা।

গোঁসাই প্ৰভুৱে এম্ এল্ এ হৈ থকা কালত আৰু তাৰ পিছতো কলনিলৈ অহা যোৱা কৰি থাকি তাৰ উত্তৰোত্তৰ উন্নতিৰ কাৰণে চেষ্টা কৰি আছিল। তেখেতৰ গুণ বহুত। কৈ শেষ নহয়। ইমানতে প্ৰণাম জনালোঁ।

# গহন চন্দ্ৰ গোস্বামীদেৱলৈ শ্ৰদ্ধাঞ্জলি

## শ্ৰীলক্ষ্যধৰ চৌধুৰী

গোস্বামী। নিকামূল সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামীদেৱক শ্ৰদ্ধাৰে সুঁৱৰিছো। কিয়নো মত উদাৰ আৰু সমদৰ্শী লোকক সকলোৱে সম্মান কৰে। সেইসকল কীৰ্তিমান পুৰুষৰ জীৱনৰ সীমাৰেখা নাই। ইহকাল-পৰকাল দুয়ো কালতে তেওঁলোক সমানে বিৰাজ কৰে। সেয়ে গহন চন্দ্ৰ গোস্বামীয়ে বিদেহী হৈয়ো আমাক প্ৰেৰণা যোগায়। আৰু এটা কথা বিশেষ মন কৰিবলগীয়া। এইজনা পুৰুষ আছিল নিকামূল সত্ৰৰ অধিকাৰ। এই নিকামূল শব্দটিয়েই এক নতুন দিশৰ সঞ্চাৰ কৰে। নিকা অৰ্থাৎ পৱিত্ৰ। মূল বুলিলে গুৰিৰ খুটি। সেয়েহে এই নামেই এক পৱিত্ৰতাৰ কথা সোঁৱৰায়।

এইজনা পুৰুষৰ কথা বহুতো শুনিছিলো। কিন্তু আমাৰ দৰে মহাপাপীয়ে এনে লোকৰ সান্নিধ্যলৈ অহাৰ কথা নুঠে। তথাপি দুবাৰ তেওঁক ভেটা ভেটি বা মুখামুখি হৈছিলো। প্ৰথমবাৰ আন এজন সৎ বা মহৎ লোকৰ অনুগ্ৰহত। এইজন হৈছে– হেম বৰুৱা। ত্যাগবীৰ হেম বৰুৱা।

বিয়াল্লিচৰ আন্দোলনৰ সময়ত এইজনা ঋষিতুল্য ৰাজনীতিবিদৰ সান্নিধ্যলৈ আহিছিলো। বহুদিন ধৰি তেওঁৰ আজ্ঞাবহ হৈ কাম কৰা আমাৰ সৌভাগ্য ঘটিছিল। এক বিশেষ পৰিস্থিতিৰ কাৰণে ভেতিয়া দেশকৰ্মীসকলৰ প্ৰায়বোৰেই জেলত বা কাৰাগাৰত। বৰুৱাদেৱ শাৰীৰিক অসুস্থতাৰ কাৰণে পাটিত পৰি আছিল। কিন্তু এই ৰুগীয়া অৱস্থাৰেই তেওঁ অসমৰ আগষ্ট আন্দোলনৰ গুৰি ধৰি থাকিল। দুয়ো পক্ষৰে অহিংস সত্যাগ্ৰহীসকলৰ আৰু অজ্ঞাতবাসী বিপ্লৱী মুক্তি যুঁজাৰুসকলৰ।

তেজপুৰলৈ যাবলগীয়াত পৰিছিলো ত্যাগবীৰৰ বাৰ্তালৈ। এই যাত্ৰাৰ প্ৰসঙ্গ সঙ্গতিৰ কথা কৈছো। তেতিয়া ভাৰত ত্যাগ আন্দোলন। আনহাতে দ্বিতীয় বিশ্বযুদ্ধৰ বিভীষিকা, এই যুদ্ধই অসমৰ বুকুতো আচোঁৰ মাৰিছিল। কিন্তু এই যুদ্ধত ভাৰতবাসীয়ে কোনো পক্ষ নলৈ ভাৰতৰ মুক্তিৰ বাবে সংগ্ৰাম কৰিছিল। সেই সময়ত ভাৰতৰ মুক্তি যুঁজৰ ঘাই হোতা মহাত্মা গান্ধী পুনাৰ আগাখাঁ প্ৰাসাদত বন্দী। ভাৰতৰ জনগণে এই অন্যায়ৰ

বিৰুদ্ধে প্ৰাণপণে যুঁজিছিল। অহিংসাৰ পাৰ ভাঙি হিংসাই মূৰ তুলি উঠিছিল। তাৰ কাৰণে ইংৰাজ চৰকাৰে গান্ধীজীক জগৰীয়া কৰি বিস্তৃত অপপ্ৰচাৰ কৰিছিল। গান্ধীজীয়ে তেওঁৰ আত্মিক পৱিত্ৰতা প্ৰদৰ্শনৰ কাৰণে একৈশ দিনীয়া অনশন আৰম্ভ কৰিছিল। সেই সময়ত গান্ধীজীৰ শৰীৰ সম্পূৰ্ণ সুস্থ নাছিল। এনে অৱস্থাত একৈশ দিনীয়া অনশনৰ পণ লোৱাত দেশবাসী আতঙ্কিত হৈ পৰিছিল। কিন্তু এই অনশন অভাৱনীয়ভাৱে সাফল্যেৰে সমাপ্ত কৰি গান্ধীজীয়ে এই অগ্নি পৰীক্ষাত উত্তীৰ্ণ হয়। অনশনৰ পিছত গান্ধীজীৰ স্বাস্থ্য ভাঙি পৰিছিল। সেয়ে ভাৰতবাসীয়ে এইজন মহাপুৰুষৰ মুক্তি দাবী কৰি এক কাৰ্যসূচী গ্ৰহণ কৰিছিল। ভাৰতৰ সমগ্ৰ ৰাজ্যৰ পৰা সত্যাগ্ৰহী গৈ এক নিৰ্দিষ্ট দিনত আগাখাঁ প্ৰাসাদৰ সন্মুখত সমবেত হৈ সত্যাগ্ৰহ কৰিব। এই সত্যাগ্ৰহৰ কাৰণে অসমৰ পৰাও সত্যাগ্ৰহী পঠাবলৈ স্থিৰ কৰা হৈছিল। সেই মৰ্মে ত্যাগবীৰ হেম বৰুৱাই আমাক গোস্বামীদেৱৰ ওচৰলৈ পঠাইছিল। কিয়নো গান্ধীবাদত অটল বিশ্বাসী অনন্য নেতা গোস্বামীদেৱে তেজপুৰৰ পৰা সত্যাগ্ৰহী পঠোৱাৰ বিষয়ে বিচাৰ কৰিবলৈ।

ত্যাগবীৰৰ বাৰ্তা লৈ তেজপুৰ ওলালোঁগৈ। ৰুদ্ৰ বৰাৰ সৈতে গোস্বামীদেৱৰ বাসভৱনলৈ ৰাওনা হলোঁ। তেতিয়া প্ৰায় ৰাতি আঠ বাজিবৰ হৈছে। কিন্তু তেতিয়া দ্বিতীয় মহাসমৰৰ বতৰ। চহৰৰ ৰূপ সলনি হৈছে। ব্লেক আউটৰ প্ৰকোপ। পোহৰৰ লেশ মাত্ৰ নাই। সেয়ে চহৰখন কিবা এৰাবাৰী এৰাবাৰী লগা হৈছে। সেই সাঁজলগা সময়তে বাটপথত মানুহৰ আহ-যাহ সেৰেঙা, মিত্ৰপক্ষৰ সৈনিকৰ গাড়ী দ্ৰুতগতিত চলাচলে বৰ ভয়াবহ পৰিবেশৰ সৃষ্টি কৰিছিল।

গোস্বামীদেৱৰ ওচৰত বহিলোঁগৈ। এখন কঠত। অলপ আঁতৰতে গোঁসাইদেৱে এখন এজনীয়া আসনত বহিছে। সন্মুখত এটি গছাত এটি মাটিৰ চাকি। পোনতে তেওঁৰ ওচৰত আমি দুয়ো আঁঠুলৈ নিজৰ কাৰণে একাষত পাৰি থোৱা আসনত বহিলো। বৰুৱাদেৱৰ বক্তব্য আমি নিজেই গোস্বামীদেৱৰ আগত জনালো। তেজপুৰৰ পৰা এটা সত্যাগ্ৰহীৰ দল পুণালৈ পঠোৱাৰ কথা নিবেদন কৰা হ'ল।

গোস্বামীদেৱে বৰ ধীৰে ধীৰে মিঠা মিঠা মাতেৰে ক'লে–, "আমাৰ এই তেজপুৰৰ আশে-পাশে আৰু অঞ্চলসমূহে গান্ধীজীৰ গ্ৰেপ্তাৰৰ লগে লগে অসীম সাহসেৰে সত্যাগ্ৰহ কৰি দেশসেৱাৰ অনুপম আদৰ্শ দেখুৱালে। কনকলতা,

মুকুন্দ কাকতী আদিৰ আত্মত্যাগৰ কাহিনী চিৰদিনৰ কাৰণে উজ্জ্বল হৈ ৰ'ব। অঞ্চলৰ কংগ্ৰেছৰ ঘাই নেতা কৰ্মীসকল প্ৰায়বোৰ এতিয়াও জেলত। এতিয়া সেই সংগঠন উৰুঁলি যোৱাৰ দৰে হৈছে। তথাপি কিন্তু এচাম লোকে দেশৰ হকে এতিয়াও লাগি আছে। এওঁলোকক সংগঠিত কৰিব পাৰিলে এটি ভাল সত্যাগ্ৰহীৰ দল গঠিত কৰিব পৰা হয়। বহুতে আকৌ আত্মগোপন কৰিও আছে। তথাপি যত্ন কৰা হ'ব। ইয়াৰ পৰা এটা দল পঠাবই লাগিব।" এই বুলি আমাক জনোৱাত বৰ আশ্বস্ত হ'লো। আমি ওভতি নিজৰ ৰাতিটোৰ বাহৰত উপস্থিত হলোহি। পিছদিনা তেজপুৰ এৰি গুৱাহাটীমুৱা হলো। সেই মুখামুখি মোৰ এক তীৰ্থ দৰ্শনৰ দৰে হ'ল। বহুদিনলৈকে এইজন লোকৰ মধুৰ ব্যৱহাৰ আৰু অকপট দেশসেৱাৰ কথা সুঁৱৰি নিজেই ধন্য মানিছিলো। ত্যাগবীৰ বৰুৱাদেৱৰ আগত সকলো বিবৰি কওঁতে তেওঁ সেই মধুৰ হাঁহিটো মাৰি কৈছিল– "এই সকল হ'ল প্ৰকৃত দেশ সেৱক। দেশসেৱাৰ ক্ষেত্ৰত তেওঁলোকে সকলো ত্যাগ স্বীকাৰ কৰিব পাৰে।"

এই মুখামুখিৰ কথা আজিও কেতিয়াবা মনত পৰি সেইজন পুৰুষৰ ধীৰ স্থিৰ সৌম্য মূৰ্তিৰ উদ্দেশ্যে এতিয়াও প্ৰাণপাত জনাওঁ।

দ্বিতীয়বাৰ গোস্বামীদেৱৰ বক্তৃতা শুনিছিলো নেলীত। শঙ্কৰদেৱৰ বিষয়ে পতা এখন সভাত। ১৯৭৩ চনত। আমি ডিমাপুৰত 'ভাইটি' ছবি কৰি আছিলো। কাম সামৰি আমি উভতিলো। লগত 'ভাইটি'ৰ পৰিচালক কমল চৌধুৰী আৰু দুজন কলা কুশলী। পুৱাই ডিমাপুৰ এৰি প্ৰায় তিনি বাজিবৰ সময়ত আমি নেলী পালোহি। দেখো যে নেলীৰ ৰাজপথত বহুতো মানুহৰ আহ-যাহ। ধীৰে ধীৰে গাড়ী গুৱাহাটীমুৱা হৈ আগবাঢ়ি থাকিল। হঠাৎ দেখিলো পূৰ্ণ শৰ্মাক। বৰ ব্যস্তভাৱে কেইজনমান লোকেৰে আগবাঢ়িছে। এজনৰ হাতত দুই চাৰিডাল ফুলৰ মালা। গাড়ী ৰাখি শৰ্মাক সুধিলো কিহৰ কাৰণে এই আয়োজন। তেওঁ ক'লে– "আজি শঙ্কৰদেৱৰ উৎসৱ পাতিছে– নেলীৰ ৰাইজে। দুজন বৰ গুণী জ্ঞানী লোক আহিছে। সভাত বক্তৃতা দিব। যজ্ঞেশ্বৰ শৰ্মা আৰু গহন চন্দ্ৰ গোস্বামীদেৱ। সেয়ে মানুহৰ ইমান সমাগম হৈছে। সভা আৰম্ভ হব– অলপ সভা চাই যাওক।" শঙ্কৰদেৱৰ সভা বুলিলে কমল থিৰেৰে থাকিব নোৱাৰে। তেওঁ ক'লে– "হেৰা মাষ্টৰ, অলপ সভা চাই যাওঁ ব'লা। দুয়োজনে শঙ্কৰদেৱৰ বিষয়ে ভাল বক্তৃতা দিব। দুয়োজন আমাৰো পূজ্য।" সন্মতি জনালো। গাড়ী

একাষত ৰাখি দুয়ো সভাৰ একাষে থিয় হলো ।

সেইদিনা গোস্বামীয়ে দিয়া বক্তৃতাই আজিও আমাৰ মন নচুৱায় । গোস্বামীদেৱৰ ভাষাৰ লালিত্য আৰু শঙ্কৰদেৱৰ ধৰ্ম আৰু কৰ্মৰ বিশ্লেষণ অতি মনোমোহা হৈছিল । বৰগীত বিষয়েও তেওঁ বিশদ আলোচনা দাঙি ধৰিছিল । শঙ্কৰদেৱৰ লিখা পদ ৰাজিৰ উল্লেখ আৰু বিশ্লেষণ শুনি সভাৰ সভাসদ সকল মোহিত হোৱা আমি নিজেই অনুভৱ কৰিছিলো । গোস্বামীদেৱৰ এই বিষয়ে গভীৰ অধ্যয়ন আৰু নিয়মিত চৰ্চাৰ কথাও আমি নিশ্চয় কৰি পতিয়ন গৈছিলো । সভাৰ মাজতে আমি সভা এৰি গুৱাহাটীমুৱা হলোঁ । কমল চৌধুৰীয়ে এই দুজনা পণ্ডিতৰ বক্তৃতাৰ বিষয়ে অনৰ্গল বখানি অহাত আমাৰ দূৰ বাটৰ ভ্ৰমণৰ ভাগৰ বহুখিনি হ্ৰাস হৈছিল ।

আমি আজি ৰাইজৰ লগতে এই সৎ, উদাৰ আৰু মহান পণ্ডিত গৰাকীক সুঁৱৰিবলৈ পাই নিজেই ধন্য হৈছো ।

এই ছেগতে সিজনাৰ পৱিত্ৰ স্মৃতিত আমাৰ শ্ৰদ্ধা নিবেদন কৰিলোঁ ।

# দেশৰত্ন সত্ৰাধিকাৰ গহন চন্দ্ৰ গোস্বামীৰ বিষয়ে কিঞ্চিৎ

শ্ৰীবিষ্ণুলাল উপাধ্যায়

দেশ স্বাধীন হোৱাৰ পিচত ১৯৫২ চনৰ প্ৰথম সাধাৰণ নিৰ্বাচনত গহন চন্দ্ৰ গোস্বামীদেৱ অসম বিধান সভালৈ গহপুৰ সমষ্টিৰ পৰা কংগ্ৰেছ প্ৰাৰ্থীৰূপে বিপুল সংখ্যাধিক্য ভোট পাই বিজয়ী হয়। তেখেতৰ কাৰ্যকালত গহপুৰ সমষ্টিৰ যাতায়তী ব্যৱস্থা উন্নত কৰাত আৰু বানপানী, গড়া-খহনীয়াৰ কবলৰ পৰা কৃষক সকলক সকাহ দিয়াৰ উদ্দেশ্যে মথাউৰি নিৰ্মাণত অগ্ৰাধিকাৰ দিয়া দেখা গৈছে। অসম সেৱা সমিতিৰ যোগেদি মাজিকুচী কুষ্ঠৰোগ চিকিৎসা কলোনী স্থাপন কৰাৰ উপৰি ১৯৫৩ চনত শ্বহীদ কনকলতাৰ সমাধি স্থানত কনকলতা স্মৃতি বিদ্যাপীঠ প্ৰতিষ্ঠা কৰাত তেখেতে ৰাইজক সৰ্বতোপ্ৰকাৰে উৎসাহিত কৰে। মন কৰিবলগীয়া কথা হ'ল, সেইদিনত গাঁৱলীয়া সৰল ৰাইজে গোস্বামীদেৱক বিধায়ক আৰু দলীয় নেতাতকৈ ধৰ্মীয় গুৰুৰূপে অধিক সন্মান কৰিছিল।

১৯৪২ চনত পুলিচে তেজপুৰ জেইলত যথেমথে সুমুৱাই থোৱা সংগ্ৰামী লোকসকলক মাঘ বিহু পাতিবলৈ চৰকাৰৰ পলাতক আচামী গহন চন্দ্ৰ গোস্বামীদেৱে এমুঠি সহকৰ্মীৰ সহযোগিতাত বিভিন্ন গাঁওসমূহৰ পৰা পিঠাপনা, সান্দহ, চিৰা, গুড়, মিঠা আলু পাচিয়ে পাচিয়ে পেকেটে পেকেটে যোগান ধৰি এটা নতুন অভিলেখ স্থাপন কৰিছিল। কংগ্ৰেছৰ অভাৱগ্ৰস্ত নিচলা কৰ্মী নাইবা ভলণ্টিয়াৰক দেখিলে নিজৰ পৰা পা-পইচাহে নালাগে সাজপাৰ পৰ্যন্ত দি তেনে লোকক দেশৰ কামত ব্ৰতী হবলৈ আগবঢ়াই দিছিল। ইংৰাজ শাসকৰ দৌৰাত্ম্যৰ ফলত বহুতো কংগ্ৰেছ কৰ্মীয়ে নিকামূল সত্ৰৰ ভিতৰ চ'ৰাত সপ্তাহ পষেককাল গোপনে থাকি খাই বৈ আকৌ নিজ কৰ্তব্যত ওলাই গৈছিল। তেখেতৰ সহধৰ্মিণী পুষ্পলতা গোস্বামী আইগৰাকীয়েও মহিলা সংগঠনৰ আগত থাকি নিৰ্ভীকভাৱে জনসেৱাৰ কামত ওলাই আহিছিল আৰু নিজৰ স্বামীক কঠোৰ দায়িত্ব বহন কৰাত পাৰ্যমানে সহযোগ দিছিল।

গোস্বামীদেৱে...... চিনাকী লোক দেখিলে দূৰৰ পৰাই "ও, সোণাই, কেনে

আছা ? ঘৰত সকলোৰে ভালনে ? কামকাজ কেনেদৰে চলিছে ?" ইত্যাদি বাৎসল্যৰ সুৰত কথা শুধি নিজে আগবাঢ়ি গৈ তেনে লোকক বুকুত সাৱটি ধৰিছিল; সম্মানীজনক আত্মীয়তা আৰু শিষ্টাচাৰ প্ৰদৰ্শন কৰি "আপোনাসৱৰ দিনবোৰ ভালেই গৈছেনে ?" বুলি সোধ-পোছ কৰিছিল। প্ৰকৃততে ক'বলৈ হ'লে তেখেতৰ বাবে 'বসুধৈৱ কুটুম্বকম্' আছিল।

অসমত অনেক শিষ্য আৰু ভক্তগণৰ আধ্যাত্মিক গুৰুজনাৰ জীৱন-যাপনৰ পদ্ধতি, সত্ৰীয়া পৰিবেশ আৰু জনমানসত গুৰু গোঁসাইৰ প্ৰতি থকা সেৱা ভাৱৰ এটা সুকীয়া বৈশিষ্ট্য আছে। সাতাম পুৰুষীয়া অভিজাত পৰম্পৰা নেওচি দেশ সেৱকৰ ভূমিকা লৈ হাবি বোকা গাঁওভূঁই গচকি দেশ আৰু দহৰ হকে নানা দুঃখ যাতনা সহ্য কৰিবলৈ আনকি কাৰাবাসত থাকিবলৈকো ওলাই অহা দেশৰত্ন অসমত নোহোৱা নহয়। তেনে এগৰাকী ৰত্ন আমি পাইছো গড়মুৰ সত্ৰাধিকাৰ শ্ৰদ্ধেয় পীতাম্বৰ দেৱ গোস্বামীক, যি গৰাকী প্ৰভুৱে ১৯২০ চনতে মহাত্মা গান্ধীৰ আহ্বানক সঁহাৰি জনাই স্বাধীনতা আন্দোলনত যোগদান কৰে আৰু অস্পৃশ্যতা দূৰীকৰণত আগ ভাগ লয়। সেয়ে নহয়, ১৯৪২ চনত তেৰাৰ লগতে ডেকা সত্ৰাধিকাৰ কৃষ্ণচন্দ্ৰদেৱেও আভ্যন্তৰীণ হৈ থকা আদেশ ভঙ্গ কৰা অপৰাধত যোৰহাটত কাৰাবাস খাটিবলগীয়া হৈছিল। তেনে আন গৰাকী ৰত্ন হৈছে নিকামূল সত্ৰাধিকাৰ গহন গোস্বামীদেৱ। তেৰাৰ মহান আদৰ্শ আৰু কীৰ্ত্তি যুগযুগান্তৰ অম্লান হৈ ৰ'ব আৰু অহা দিনবোৰত তেৰা জনমানসত প্ৰেৰণাৰ উৎস হৈ থাকিব।

# অমৃত সন্তান গহন চন্দ্র গোস্বামী

## শ্ৰীকুশচন্দ্ৰ শৰ্মা

সূৰ্যৰ পোহৰে পৃথিৱী উদ্‌ভাসিত কৰে। সেই উদ্‌ভাসিত পৃথিৱীত উদ্ভৱ হয় একোজন ক্ষণজন্মা পুৰুষ যিজন হিয়াৰ পৰশৰে সংসাৰখন কৰি তোলে মধুময় আৰু মৃত্যুক জয় কৰি নিজে হয় আলোকময়। তেনে এজন পুৰুষ নিকামূল সত্ৰাধিকাৰ শ্ৰীগহন চন্দ্ৰ গোস্বামীৰ লোকান্তৰে শঙ্কৰী কলা সংস্কৃতিক বিপৰ্যয়ৰ মাজলৈ ঠেলি দিলে আৰু সন্ত সমাজলৈ আনি দিলে এক বিষাদৰ ছাঁ। তেখেতৰ জীৱনজোৰা সাধনাই মানৱ সমাজক সম্প্ৰীতি সংহতি আৰু সেৱাৰ যি নিদৰ্শন দি গ'ল জনমানসত সি চিৰসমুজ্জ্বল হৈ ৰ'ব।

তেজপুৰৰ পৱিত্ৰ নিকামূল সত্ৰত ১৯০০ চনত জন্মলাভ কৰা গোস্বামী ১২/১৪ বছৰলৈকে দোলাৰেহে অহা যোৱা কৰিব পাৰিছিল সত্ৰৰ নিকপ্‌কপিয়া বান্ধোনৰ মাজেৰে। কিন্তু গোস্বামীয়ে এই বান্ধোন সহ্য কৰিব পৰা নাছিল। সত্ৰৰ বান্ধোন খুলি তেওঁ ওলাই আহিছিল জনজীৱনৰ সোৱাদ লবলৈ, নিজকে সৰ্বসাধাৰণৰ এজন কৰি লবলৈ। শিক্ষা সাং কৰিয়েই সত্ৰৰ ধাৰাবাহিক কৰ্তব্যৰ লগত সামাজিক জীৱনত তেওঁ সোমাই পৰিল। দেশ তেতিয়া স্বাধীনতা যুঁজত মতলীয়া। গোস্বামী থিৰেৰে থাকিব নোৱাৰিলে। ১৯৩০ চনত স্বাধীনতা আন্দোলনত জঁপিয়াই পৰিল। গড়মূৰ সত্ৰাধিকাৰ প্ৰভু আৰু জ্যোতিপ্ৰসাদৰ সান্নিধ্যই অন্তৰত দেশপ্ৰেমৰ জোৱাৰ আনি দিলে। তেওঁ হৈ পৰিল এগৰাকী মুক্তি আন্দোলনৰ যুঁজাৰু আৰু অগ্ৰণী কৰ্মী। ১৯৪২ চনৰ গণ আন্দোলনত এজন সুদক্ষ নেতাৰ ভূমিকা লোৱাৰ লগে লগে এজন প্ৰকৃত কৰ্মী হিচাবে কাম কৰি লগৰীয়া সকলক অনুপ্ৰাণিত কৰি তুলিছিল। স্বাধীনতা যুঁজত কেইবাবাৰো কাৰাবৰণ কৰা এইজন পুৰুষৰ প্ৰাণত কিন্তু শিল্পীমনে থৌকি বাথৌকি লগাই আছিল। জীৱনত প্ৰতিষ্ঠা লাভ কৰা এইজন পুৰুষৰ গাত মহাপুৰুষৰ সকলোবোৰ গুণেই প্ৰতিফলিত হৈছিল। ধৰ্মগুৰু, সমাজ সংস্কাৰক, সংগীতজ্ঞ, মহান শিল্পী, মানৱ দৰদী, ৰাজনীতিবিদ এইজন ব্যক্তি সমালোচনাৰ উৰ্দ্ধত আছিল। শঙ্কৰী কলাৰ ওজা শিল্পীপ্ৰাণ গোস্বামীয়ে অসমীয়া সংস্কৃতিলৈ শাস্ত্ৰীয় সংগীতৰ যি অৱদান আগবঢ়াইছিল তাঁৰ প্ৰতিদান হিচাবে তেওঁ লাভ কৰিছিল ১৯৬৯ চনত

সংগীত নাটক অকাদমিৰ ৰাষ্ট্ৰীয় সন্মান। পাৰ্থিব সম্পদ, লোভ আৰু ক্ষমতাৰ প্ৰতি লালায়িত নোহোৱা গোস্বামী প্ৰভু ত্যাগৰ এক নিদৰ্শন। সকলো সময়তে সকলো পৰ্যায়তে নিজকে খাপখুৱাই ল'ব পৰা এইজন পুৰুষে জাতি ধৰ্ম সম্প্ৰদায় নিৰ্বিশেষে সকলো সমাজৰ মৰম আৰু শ্ৰদ্ধা লাভ কৰিছিল। এজন প্ৰকৃত বৈষ্ণৱৰ গুণ তেওঁৰ কৰ্মজীৱনত প্ৰতিফলিত হৈছিল। সদা হাস্যময় নিৰ্মল অন্তৰৰ গোস্বামী প্ৰভুৰ গাত শাৰীৰিক আৰু মানসিক বলৰ কেতিয়াও অভাৱ হোৱা নাছিল। স্বাধীনতা সংগ্ৰামত জাতিলৈ আগবঢ়োৱা অৱদানৰ বিনিময়ত বৃটিছ চৰকাৰে তেওঁৰ হাজাৰ হাজাৰ টকা মূল্যৰ স্থাৱৰ-অস্থাৱৰ সম্পত্তি ক্ৰোক কৰি নিছিল আৰু গোস্বামী প্ৰভুৱে অম্লান বদনে সকলো সহ্য কৰি সত্ৰৰ চৌহদত মুক্তি যুঁজাৰুৰ শিবিৰ পাতি লুইতপৰীয়া ডেকাক স্বাধীনতা সংগ্ৰামৰ দীক্ষা দিছিল। সমৃদ্ধিৰ কোলাত জন্ম লৰ্ভা এইজন সত্ৰাধিকাৰ পুৰুষে কেৱল ধৰ্ম প্ৰচাৰৰ যোগেই বিনন্দীয়া পৃথিৱীত শান্তিৰ গৃহ ৰচনা কৰি কৰ্মজীৱনৰ পৰিসমাপ্তি ঘটাব পাৰিলেহেঁতেন, কিন্তু তাকে নকৰি সমাজ বিপ্লৱৰ মাজেদি নিজকে জনজীৱনৰ লগত বিলাই দি সকলো সংঘাত আঁকোৱালি লৈ এক নৱযুগ আৰু নৱচেতনাৰ আলোকেৰে জাতিটোক সমৃদ্ধ কৰি গ'ল। সাহিত্য, সংস্কৃতি আৰু ধৰ্মৰ যোগেদি অৰুণাচল আৰু অসমৰ মাজত এক যোগসূত্ৰ গাঁঠি গ'ল। বৈষ্ণৱ ধৰ্মৰ প্ৰধান প্ৰবক্তা এইজন পুৰুষ সত্য আৰু নিষ্ঠাৰ প্ৰতীক। দুপুৰুষৰ পৰাই আমাৰ পৰিয়ালৰ লগত পাৰিবাৰিক সান্নিধ্য আছিল যদিও গোস্বামী প্ৰভুক অতি ওচৰতে পাইছিলোঁ ১৯৩০ চনত। কানিংহাম চাৰ্কুলাৰ অমান্য কৰি ১৯৩০ চনত আমি এচাম ছাত্ৰই যেতিয়া স্কুল ত্যাগ কৰি ৰাস্তাত থিয় হৈছিলো তেতিয়া ৰাস্তাৰ পৰা আমাক বুটলি লৈছিল গোস্বামী প্ৰভু প্ৰমুখ্যে কেইগৰাকীমান সৎ সাহসীলোকে। তাৰ পাছতে জন্ম হয় তেজপুৰ একাডেমী। জ্যোতিপ্ৰসাদ বিলাতৰ পৰা আহি যি যুগান্তকাৰী গীতমাত ৰচনা কৰি বাণ থিয়েটাৰৰ বৈশিষ্ট্য যুগমীয়া কৰিলে তাত গোস্বামী প্ৰভুৰ অৱদান উল্লেখযোগ্য। ১৯৩৭ চনত ভুলাভাই দেশাই তেজপুৰলৈ অহাৰ সময়ত বেচেৰীয়াত পতা ৰাষ্ট্ৰীয় সন্মিলন সফল হয়, তেওঁৰ ঐকান্তিক প্ৰচেষ্টাত। মৃত্যুৰ আগমুহূৰ্তলৈকে তেজপুৰ সাহিত্য সভাৰ সভাপতিৰ আসন ১৯৭১ চনৰ পৰা শুৱনি কৰি সাহিত্য কৃষ্টি আৰু সংগীত চৰ্চাত ওতঃপ্ৰোতভাবে সেৱা আগবঢ়াইছিল। ১৯১৫ চনতে স্থাপিত অসমীয়া ক্লাব ৪০ বছৰীয়া কংগ্ৰেছী কবলৰ পৰা উদ্ধাৰ কৰাত গোস্বামী প্ৰভুৰ অৱদান অতুলনীয়। ১৯৭৮ চনৰ ১৫ জানুৱাৰীত তেৱেঁই পুনৰ অসমীয়া

দ্বাৰৰ দুৱাৰ মুকলি কৰে ।

প্ৰায় দুমাহ আগতে নগাঁৱৰ নিজা সত্ৰৰ উন্নয়নৰ কামৰ কাৰণে তেজপুৰ এৰাৰ পাছত যোৱা ৮ জানুৱাৰী তাৰিখে নগাঁৱৰ সত্ৰৰ বাসভৱনত অসুস্থ হৈ পৰে আৰু চিকিৎসকৰ পৰামৰ্শমতে গুৱাহাটী চিকিৎসা মহাবিদ্যালয়লৈ ৯ জানুৱাৰী তাৰিখে নিয়া হয় । গুৱাহাটীৰ বিশেষজ্ঞ চিকিৎসকৰ পৰামৰ্শ অনুসৰি ১২ জানুৱাৰী তাৰিখে তেজপুৰৰ নিকামূল সত্ৰলৈ অনা হয় । এই খবৰ ৰাষ্ট্ৰ হোৱাৰ লগে লগে লানি নিছিগা গুণমুগ্ধ মানুহৰে ঘৰ ভৰি পৰে । শয্যাশায়ী হৈয়ো গোস্বামী প্ৰভুৱে সকলো দৰ্শন প্ৰাৰ্থীৰে সুখ দুখৰ বাতৰি ললে । থোকাথুকি মাতেৰে ক'লে– "মোৰ যাবৰ সময় হ'ল । মোক আপোনালোকে বিদায় দিয়ক ।" গোস্বামী প্ৰভুৰ চকুত অশ্ৰু । অগণন দৰ্শন প্ৰাৰ্থীৰ চকুত চকুলো । আমাৰ হাতত খামোচ মাৰি ধৰি অলপ সময় মুদ্ৰিত নয়নৰে যেন কিবা চিন্তা কৰিলে । এয়া যেন শেষ বিদায়ৰ সময় । সত্ৰৰ শিষ্যবৰ্গক ক'লে সত্ৰৰ সম্পত্তি কাৰো নিজা সম্পত্তি নহয় । আপোনালোকে এই সম্পত্তি হৰণ-ভগন নোহোৱাকৈ চলাই কৰি থাকিব ।

পৃথিবী উত্তৰায়ণ হ'ল । তাৰ পাছতে আহিল মাঘকৃষ্ণা পঞ্চমীৰ পৱিত্ৰ তিথি–১৮ জানুৱাৰী । কাষত পো-বোৱাৰী, কন্যা নাতি সকলোটিৰে সজল নয়নে ক্ষণ গণিছে । পিতামহ ভীষ্ময়ো উত্তৰায়ণৰ বাবে অপেক্ষা কৰি আছিল মৃত্যু অবধাৰিত । চাওঁতে চাওঁতে দিনৰ ১২-৩৫ মিনিটত গোস্বামী প্ৰভুৰ আত্মা দেহ ত্যাগ কৰি অনন্তধামলৈ গতি কৰিলে । নিকামূল সত্ৰ নিমাওমাও হ'ল ।

গোস্বামী প্ৰভুৰ আত্মাই আজি বৈকুণ্ঠত স্থিতি কৰিছে । স্মৃতিয়েই একমাত্ৰ যোগসূত্ৰ । এইজনা শিল্পী সাহিত্যিকক আমি যোৱা ১৯৭৬ চনৰ ডিচেম্বৰ মাহত তেজপুৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ লেখক শিবিৰত এইদৰে শ্ৰদ্ধা নিবেদন কৰিছিলোঁ । আজি আকৌ দোহাৰিছো সশ্ৰদ্ধ অন্তৰে ঃ–

সাহিত্যৰ সুগন্ধি ফুলনি  
কৰি জাতিষ্কাৰ  
সজাই পৰাই সংস্কৃতিৰ নানা অলঙ্কাৰ  
সাৰ্থক সাধনা কৰি অঙ্কীয়া নাটৰ  
দিয়ে ৰূপদান

## শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

ধৰ্মৰ ডোলেৰে বান্ধি
জনজাতি উপজাতি
কৰে এক প্ৰাণ
পৱিত্ৰ অন্তৰ যাৰ
সিজনেই সত্ৰাধিকাৰ
গহন গোস্বামী
পৰম শ্ৰদ্ধাৰ ।*

---

* এই প্ৰবন্ধটো গোঁসাইৰ আদ্যশ্ৰাদ্ধৰ দিনা (২৮–১–৭৯ তাং) নিবেদন কৰা হৈছিল আৰু বাতৰি কাকতত প্ৰকাশ পাইছিল ।

–সম্পাদক

# অসমীয়া ক্লাব পুনৰ উন্মোচন কৰা ছবি

৪০ বছৰীয়া কংগ্ৰেছৰ কবলৰ পৰা অসমীয়া ক্লাব উদ্ধাৰৰ পাছত ইং- ১৫–১–৭৮ তাৰিখে ( ১ মাঘ ১৮৯৯ শক ) ক্লাবৰ দুৱাৰ পুনৰ উন্মোচন কৰে গোস্বামী ডাঙৰীয়াই। সভাপতিৰ ভাষণত তেখেতে কয় যে ক্লাব ঘৰটো জিলা কংগ্ৰেছে লোৱাৰ সময়ত তেখেতেই জিলা কংগ্ৰেছৰ সভাপতি আছিল আৰু সেই সময়ত স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱা ডাঙৰীয়াই মন্তব্য কৰি কৈছিল "গোঁসাইদেউ চাব যাতে ক্লাবটো জীয়াই থাকে আৰু যথাসময়ত আকৌ এই সম্পত্তি অসমীয়া ক্লাবে ঘুৰাই পায়।" আজি এই ক্লাব আকৌ মুক্ত হৈ নিজস্বভাৱে চালিত হোৱাৰ উপক্ৰম দেখি সন্তোষ প্ৰকাশ কৰি কম স্বৰ্গীয় গোঁহাঞি বৰুৱা ডাঙৰীয়াৰ ইচ্ছা ফলৱতী হোৱাত আজিৰ দিনটো তেজপুৰবাসীৰ অতি আনন্দৰ দিন। ৪০ বছৰৰ পিছত যোৱা ১৮–১২–৭৭ তাৰিখে এই ঘৰ মাটি আকৌ অসমীয়া ক্লাবে ঘূৰাই পোৱাত আৰু আমি নিজে কংগ্ৰেছৰ হৈ চমজি লোৱা ঘৰ নিজেই ক্লাবৰ বিষয়ববীয়াক খেদি দিবলৈ সমৰ্থ হলো গোঁহাঞি বৰুৱাৰ আত্মাই নিশ্চয় তৃপ্তি পাব। আজিৰ অনুষ্ঠানত পৌৰোহিত্য কৰিবলৈ পাই মই কৃতাৰ্থ মানিছোঁ।

★ ★ ★ ★ ★

( দেশকৰ্মী শ্ৰীমহানন্দ বৰাদেৱে গ্ৰন্থ সম্পাদকলৈ লিখা চিঠিৰ অংশ বিশেষ।

( এখেত গোস্বামীদেৱৰ কেবা ক্ষেত্ৰতো সতীৰ্থ। যেনে– স্বাধীনতা সংগ্ৰামৰ, শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘৰ, লক্ষীমপুৰৰ ভূমিকম্প সাহায্য কাৰ্যৰ, পৰ্বত-ভৈয়াম সম্প্ৰীতিৰ অভিযানৰ, অসম সেৱা সমিতিৰ কাৰ্যাদিৰ। তেখেতক এটা প্ৰবন্ধৰ কাৰণে অনুৰোধ জনোৱাৰ উপৰি নিজে গৈয়ো ব্যক্তিগতভাৱে লগ ধৰিছিলোঁ। তেখেতৰ চিঠিখনেও কিছু কৰ্মৰ আখ্যা দিব। )

– **সম্পাদক )**

প্ৰতি ঃ **পত্ৰলেখা আৰু অন্যান্য**

শ্ৰীগহন চন্দ্ৰ গোস্বামী ।

My Dear Goswami,

মোৰ কিতাপৰ parcel এটা আহি পৰি আছে । ২ তাৰিখে লব নোৱাৰিলে ঘূৰি যাব । যদি যোগাৰ কৰিব পাৰে, টকা ৪০ টা সংগ্ৰহ কৰি মোৰ parcel দুটা ৰখাৰ দিহা কৰিব । মই গুৱাহাটীলৈ যাব লগা হোৱাত, কোনো ৰকমেই একো দিহা কৰিব নোৱাৰিলোঁ । আশাকৰোঁ আপুনি চেষ্টা কৰিব । শ্ৰীযুত কমলা আগৰৱালা বা শ্ৰীযুত আনন্দ চন্দ্ৰ আগৰৱালাক আপুনি ধৰিলে নিশ্চয় পাব বুলি আশা । মই আহি কিবা এটা উপায় কৰি পৰিশোধ কৰিম । টকা যদি পায় শ্ৰীমান লোকাইৰ দ্বাৰাই parcel দুটা অনাব । মই Parcelৰ ৰছিদ দি গলো । শ্ৰীযুত ৰুদ্ৰ বড়াকো এটা উপায় পাৰিলে কৰিবলৈ মই অনুৰোধ কৰিছোঁ । তেখেতকো লগ ধৰি কথাটোৰ আলোচনা কৰি চাব ।

মুঠৰ ওপৰত আপোনাৰ ওপৰত, ভৰষা কৰি মই গলোঁ । ইতি–

তেজপুৰ বিনীত

২৯/২/৩৬ শ্ৰী বিজয় চন্দ্ৰ ভাগৱতী। *

---

** সমকালিন সতীৰ্থত ৰখা আশ্বাস আৰু হৃদ্যতাৰ নিদৰ্শন । নিঃস্বল অৱস্থাতো দেশৰ কাৰণে লাগি থকা দৃঢ় মনৰো প্ৰকাশক এই চিঠি ।*

*–সম্পাদক ।*

## মহামহিম শ্ৰীশ্ৰীযুত দৰং জিলাৰ ডিপুটী কমিচনাৰ চাহাব বাহাদুৰ মহোদয়ৰ সমীপেষু।

তেজপুৰ, অসম।

মহোদয়!

অহা ২৭ চেপ্তেম্বৰ বিজয়া দশমী তিথিৰ দিনা মহাপুৰুষ শ্ৰীশ্ৰীমন্ত শঙ্কৰদেৱৰ জন্মোৎসৱৰ দিন। এই তিথি উৎসৱ সদৌ অসমতে মহাপুৰুষীয়া ধৰ্মাৱলম্বী লোকসমূহে পালন কৰে। বিশেষকৈ গুৱাহাটীৰ অন্তৰ্গত শুৱালকুছি গাঁৱত সমূহীয়াকৈ এই উৎসৱ পালন কৰা হয়। আৰু তাৰ কাৰণে অসমৰ বিভিন্ন ঠাইৰ (জাতি বৰ্ণ নিৰ্বিশেষে) বিজ্ঞলোকসকল উপস্থিত হৈ উৎসৱৰ সৌষ্ঠৱ বৰ্দ্ধিত কৰে। চৰকাৰী ডাঙৰ ডাঙৰ বিষয়াসকলে ( মহাপুৰুষীয়া ধৰ্মাৱলম্বী ) আহি উৎসৱত সকলো প্ৰকাৰে যোগ দান দিয়েহি। উৎসৱৰ লগতে "মহাপুৰুষীয়া ধৰ্মালোচনী সভা" নামেৰে এখনি সভা বহি মহাপুৰুষৰ জীৱনী আৰু প্ৰৱৰ্ত্তিত ধৰ্মমতৰ বিষয়ে আলোচনা কৰে। এই উৎসৱ ৫ (পাঁচ) দিন ব্যাপি হয়।

সম্প্ৰতিকে এই বছৰৰ উৎসৱ আৰু সভাৰ কাৰণে সৰ্বসম্মতিক্ৰমে মোক সভাপতি মনোনীত কৰি নিমন্ত্ৰণ কৰিছে। বৰ্তমানে মই "অন্তৰীণ" হিচাপে ঘৰতে বন্দী হৈ আছো। সেই গতিকে মহোদয়ৰ ওচৰত প্ৰাৰ্থনা জনালোঁ মহোদয়ে অনুগ্ৰহ কৰি উক্ত ধৰ্মকাৰ্যত যোগ দিবৰ কাৰণে অধীনক অনুমতি প্ৰদান কৰে যেন। উক্ত শুৱালকুছি গাঁৱত আমাৰ শিষ্যও আছে। সেই শিষ্যসকলৰ শৰণ ভজনৰ ভাৰ একমাত্ৰ মোৰ ওপৰতেই। শিষ্যসকলৰ তেনেবোৰ কাৰ্যও কৰিবলৈ মই ন্যায়ত বাধ্য। কাজেই মহোদয়ৰ ওচৰত ১ লা আহিন ইং ১৭ চেপ্তেম্বৰ তাৰিখৰ পৰা ১ ( এক ) মাহ সময়ৰ অনুমতি পাবলৈ প্ৰাৰ্থনা জনালো।

মহোদয়ক পুনৰ জনাওঁ উক্ত সভা উৎসৱত এক মহাপুৰুষৰ জীৱনী আলোচনা আৰু ধৰ্মৰ বিষয়ে আলোচনাৰ বাহিৰে আন কোনো (ৰাজনৈতিক) আলোচনাৰ তাত স্থান নাই। ইতি–

বিনীত
শ্ৰীগহন চন্দ্ৰ গোস্বামী
নিকামুল সত্ৰাধিকাৰ*

নিকামুল সত্ৰ
৩০/৮/৪৪

---

* *গোঁসায়ে অন্তৰীণ কালত লেখা আবেদন।*

–সম্পাদক

Office of the Dy Commissioner, Darrang.

No. 7662-M, Dated 18.12.44

To

Sjt. Gohon Chandra Goswami
Nikamul Satra, Tezpur.

**Reference :** Application of Sjt. Tarun Chandra Goswami, Daukachapori,
Vill: Chensua, Nowgong.

You are hereby granted permission to attend the Sradh ceremony of the above applicant's father with effect from 19.12.44 to 25.12.44.

Sd/-
G. S. Guha
Deputy Commissioner,
Darrang

forwarded by
Sd/-B. C. Devi.
E.A.C. Tezpur
K Das
19.12.*

---

* গোঁসায়ে অন্তৰীণ অৱস্থাত বিশেষ কাৰণবশতঃ অনুমতি বিচৰাত, উপায়ুক্তই প্ৰদান কৰিছে।

—সম্পাদক

# কনকলতা সোঁৱৰণী পুঁজি

## -গোহাৰি-

অসম জীয়ৰী কনকলতা ১৯৪২ চনৰ গণ-বিপ্লব আৰু স্বাধীনতা ৰণৰ এগৰাকী শ্ৰেষ্ঠা বীৰাঙ্গনা। ভাৰত মাতৃৰ বুকুত তাণ্ডৱ নৃত্য কৰা বৈদেশিক শক্তিক উচ্ছেদ কৰিবলৈ শত সহস্ৰ নৰ-নাৰীক পৰিচালনা কৰি চিপাহীৰ বন্দুকৰ নিৰ্মম গুলী বুকুত বৰণ কৰি ৰণস্থলিতে সুকোমল দেহ বিসৰ্জন দি কনকলতাই যি আদৰ্শ দাঙি ধৰিলে ই পৃথিবীৰ বুৰঞ্জীত লেখত লবলগীয়া। কনকলতাৰ লগতে কেৱল অসমৰে অন্যতমা জীয়ৰী জয়মতী আৰু ফৰাচী বীৰাঙ্গনা জোৱান অৱ আৰ্কৰ ৰিজনি খাটে। অসমৰ কনকলতাই আত্মাহুতি দি জন্মভূমিৰ নাম পৱিত্ৰ কৰিলে।

পৰিতাপৰ কথা যে অসমৰ এই গৰাকী শ্ৰেষ্ঠা জীয়ৰীৰ এটি যুগমীয়া স্মৃতি প্ৰতিষ্ঠাৰ বাবে কোনো ফালৰ পৰাই যথোপযুক্ত প্ৰচেষ্টা হোৱা নাই। অন্যান্য স্বাধীন দেশত কনকলতাৰ দৰে বীৰাঙ্গনাৰ স্মৃতি সমূহ দেশত সিঁচৰতি হৈ পৰিলহেঁতেন।

বৰ্তমান কনকলতাৰ জন্মস্থান বৰঙ্গাবাৰীক কেন্দ্ৰ কৰি হেলেম, কলংপুৰ, ব্ৰহ্মাজান মৌজাৰ সমূহ ৰাইজে এখন স্মৃতি ৰক্ষা সমিতি গঠন কৰি কনকলতা সোঁৱৰণী পুঁজি এটি আৰম্ভ কৰিছে। কনকলতাৰ স্মৃতি ৰক্ষাৰ বাবে কেন্দ্ৰীয় কংগ্ৰেছ কমিটি আৰু ৰাইজে যি আঁচনি গ্ৰহণ কৰিছে তাৰ ভিতৰত কনকলতাৰ সমাধিক্ষেত্ৰত এটি কনকলতা সোঁৱৰণী বালিকা বিদ্যাপীঠ আৰু লগতে এটি পুথি ভঁৰাল আৰু শিপিনী ভঁৰাল প্ৰতিষ্ঠা কৰাৰ সংকল্প কৰিছে। ইতিমধ্যে শিপিনী ভঁৰালৰ নিৰ্মাণ কাৰ্য শেষ হৈছে আৰু বিদ্যাপীঠৰ নিৰ্মাণ দ্ৰুতগতিত আগ বাঢ়িছে। তাৰ উপৰিও কনকলতাৰ নামত আৰু কনকলতাৰ জীয়া আদৰ্শ অনুসৰণ কৰি বন্দুকৰ গুলীত প্ৰাণ বিসৰ্জন দিয়া মুকুন্দ কাকতিৰ নামত দুটি স্মৃতি স্তম্ভ বিদ্যাপীঠৰ সন্মুখত নিৰ্মাণ কৰিবলৈও স্থিৰ কৰা হৈছে। এই সমূহ কামৰ বাবে ৫০,০০০ হেজাৰ টকাৰ এটি পুঁজি গঠন কৰিবলৈ সিদ্ধান্ত কৰা হৈছে।

কনকলতা • স্মৃতি ৰক্ষা সমিতিয়ে সমগ্ৰ অসমবাসীৰ ওচৰত বিনীত গোহাৰি জনাইছে যেন জাতি, বৰ্ণ, ধৰ্ম নিৰ্বিশেষে আটায়ে এই মহৎ

শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

উদ্দেশ্যৰ কাৰণে যথাশক্তি ধনগুণি আগবঢ়াই কনকলতাৰ পৱিত্ৰ সৌৰৱণী প্ৰতিষ্ঠা কৰাত সহায় কৰে। ইতি-

সৌৰৱণী ৰক্ষা সমিতিৰ সভ্যসকল-

১। শ্ৰীগহন চন্দ্ৰ গোস্বামী – সভাপতি।
২। শ্ৰীসুৰেন্দ্ৰ নাথ বৰুৱা– সঃ সভাপতি।
৩। শ্ৰীজোনাৰাম ভূঞা– সম্পাদক।
৪। শ্ৰীমহিমচন্দ্ৰ সিংহ।
৫। শ্ৰীতিলকচন্দ্ৰ শৰ্মা।
৬। ডাঃ চন্দ্ৰ কান্ত শৰ্মা।
৭। শ্ৰীখগেশ্বৰ আগৰৱালা।
৮। শ্ৰীবিশেশ্বৰলাল মুৰাৰকা
৯। শ্ৰীআনন্দিৰাম বৰুৱা।
১০। শ্ৰীমিনাৰাম বৰুৱা।
১১। শ্ৰীলক্ষ্মীকান্ত বৰা।
১২। শ্ৰীনন্দিৰাম বৰা।
১৩। শ্ৰীখগেশ্বৰ বৰা।
১৪। শ্ৰীতৰামাই মহন্ত-- প্ৰধান শিক্ষয়িত্ৰী।
১৫। শ্ৰীজিতেন্দ্ৰ কুমাৰ বৰা

এই গোহাৰি মই পূৰ্ণ মাত্ৰাই সমৰ্থন কৰোঁ। মই ইয়াকো প্ৰতিশ্ৰুতি দিলোঁ, ইয়াত অতি সামান্য হিচাবে হলেও ময়ো ইয়াত নিজৰ ধনগুণি দিম।

স্বাঃ

শ্ৰীগোপীনাথ বৰদলৈ।

১০/২/৫০

শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

From — Sri Gohan Chandra Goswami,
Member, Regional Transport Authority,
Tezpur.

To

The Secretary,

Regional Transport Authority, Tezpur.

Sir,

I beg to bring to your kind notice the following facts for favour of your necessary action. As the matter is of great public importance I hope you will kindly take necessary steps at an early date. My report is based on practical experience I had during my stay at North Lakhimpur for doing earthquake relief work in that area for nearly a year.

(1) That the permits to ply buses were granted from Tezpur to North Lakhimpur with clear understanding that the buses will carry passengers from Tezpur to North Lakhimpur. But the buses in this route take passengers from Tezpur to North Lakhimpur; but instead of taking them to North Lakhimpur they leave the passengers at Bihpuria at odd hours of the day causing great hardship to the passengers who can have no communication to North Lakhimpur from Bihpuria and have to spend the night in the wilderness. This is not only inhuman but also illegal. This has been done by every bus-owner from June, 1951 excepting the Mail Carrying Company who have maintained through services all along.

(2) Some of the Bus-owners of North Lakhimpur Sub-Divisional Bus Routes having new buses have withdrawn their buses from the route from June, 1951 causing great hardship to the public. Permit to ply buses in these route were granted for the benefit of the public . As such this action of the Bus-owners is illegal and against public interest.

Under the circumstances, I request you to take up the matter immediately and take necessary steps.

Yours faithfully,

Sd/- Gohan Ch. Goswami,
Member, Regional Transport Authority, Tezpur.
Dated, Tezpur, the 15th Sep/51.

# সোঁৱৰণী পত্ৰ*

## মধ্য ছয়দুৱাৰ ৰাজহুৱা সভা

স্থান ঃ ৰাঙলীয়াল স্কুল ।
তাৰিখ ঃ ৩০/৫/৫৩ শনিবাৰ

সভাপতি– শ্ৰীগহন চন্দ্ৰ গোস্বামী সত্ৰাধিকাৰ, এম-এল-এ,
প্ৰেচিডেন্ট জিলা কংগ্ৰেছ্ কমিটি ।

যোৱা ইংৰাজী ৩০/৫/৫৩ তাৰিখে ৰাঙলীয়াল স্কুলত হেলেম, কলংপুৰ, ব্ৰহ্মাজান মৌজাৰ ৰাইজ সমবেত হৈ শ্ৰীগহন চন্দ্ৰ গোস্বামী সত্ৰাধিকাৰ এম-এল-এ দেৱৰ সভাপতিত্বত উক্ত অ ঞ্চলৰ গাঁও উন্নয়ন পৰিকল্পনা কল্পে এখন ৰাজহুৱা সভা বহে । এই অঞ্চলৰ গাঁৱলীয়া ৰাইজৰ যাবতীয় অভাৱ-অভিযোগ চৰকাৰৰ ওচৰত দাখিল কৰিবৰ কাৰণে সৰ্বদলীয় সম্মিলন এইখনেই প্ৰথম । সৰ্বসম্মতিক্ৰমে নিম্নলিখিত প্ৰস্তাৱ সমূহ গৃহীত হয় ।

১নং প্ৰস্তাৱ ঃ হেলেম চাব্ পোষ্ট অফিচটো হেলেম মৌজাৰ এক কোণাত হোৱাত এই তিনিটা মৌজাৰ ৰাইজৰ অকণো সুবিধা হোৱা নাই । হেলেম বাগানৰ বাহিৰে আনে ইয়াৰ সুযোগ বিশেষ একো নাপায় । গতিকে এই চাব পোষ্ট অফিচটো বৰ্তমান ঠাইৰপৰা উঠাই আনি তিনিও মৌজাৰ আৰু আটাইকেইখন বাগানৰ কেন্দ্ৰস্থল ঘাহিগাঁও চাৰিআলি কিম্বা বৰঙাবাৰীত পাতিবৰ কাৰণে তেজপুৰৰ পোষ্টেল চুপাৰিণ্টেডেণ্টৰ চোকা দৃষ্টি আকৰ্ষণ কৰা হ'ল । এই প্ৰস্তাৱ কাৰ্যকৰী কৰিবৰ কাৰণে শ্ৰীজোনাৰাম ভূঞা, শ্ৰীআনন্দি বৰুৱা আৰু শ্ৰীশশীধৰ গৌহাইক ভাৰ দিয়া হয় ।

২নং প্ৰস্তাৱ ঃ আজি কেইবাবছৰো ধৰি কলংপুৰ আৰু হেলেম মৌজাৰ কেইবাখনো গাঁও ব্ৰহ্মপুত্ৰৰ গৰা খহনীয়াত বিলীন হৈ যায় । সেই গাঁৱৰ মানুহবিলাকক আৰু মাটিহীন খেতিয়কক অচিৰে গহপুৰ ফৰেষ্ট ৰিজাৰ্ভ

---

** গোঁসায়ে ১৯৫২-৫৬ ৰ পাঁচ বছৰীয়া কাৰ্য কালৰ বাবে অসম বিধান সভাৰ গহপুৰ সমষ্টিৰ বিধায়ক আছিল । সেই সময়ত সমষ্টিৰ সৰ্বাঙ্গীন উন্নতিৰ বাবে ৰাইজক লগত লৈ কেনে প্ৰযত্ন কৰিছিল তাৰে নিদৰ্শন এই সোঁৱৰণী পত্ৰ ।*

কিম্বা অন্যান্য ঠাইত পাতিবলৈ চৰকাৰক টানি অনুৰোধ কৰা হল আৰু গৰা খহনীয়া বন্ধ কৰিবৰ কাৰণে চৰকাৰক অনুৰোধ কৰে।

৩নং প্ৰস্তাৱঃ গহপুৰ, কলংপুৰ আৰু হেলেম মৌজাৰ ব্ৰহ্মপুত্ৰৰ বানপানীত গৰা খহনীয়া আদিৰ পৰা ৰক্ষা কৰিবলৈ হলে কলাবাৰীৰ মথাউৰিটো গমিৰি পৰ্যন্ত মাৰিবৰ কাৰণে চৰকাৰক অনুৰোধ কৰা হ'ল। এই মথাউৰি হলে কেইবা হাজাৰ পুৰা মাটিও খেতিৰ উপযুক্ত হ'ব আৰু জনজাতীয় মিৰি আদি ৰাইজৰ গাঁওবিলাকৰ যোগাযোগৰ ব্যৱস্থা হ'ব।

৪নং প্ৰস্তাৱঃ বিহালী, ব্ৰহ্মাজান, হেলেম, কলংপুৰ, গহপুৰ মৌজাত লোকেল বৰ্ডে আন আন উন্নত মৌজাৰ সমকক্ষ কৰি তুলিবলৈ যথেষ্ট যত্ন লব লাগে।

৫নং প্ৰস্তাৱঃ বিহালী, মধ্য ছুয়দুৱাৰ আৰু কলাবাৰী হাইস্কুলত বিশেষ মঞ্জুৰি সাহায্য দিব লাগে যিহেতু এই অঞ্চলৰ নেপালী, বনুৱা, জনজাতীয় ছাত্ৰ-ছাত্ৰীয়ে এইবোৰ স্কুলতে পঢ়ে স্থানীয় খিলঞ্জীয়াসকলৰ ছাত্ৰৰ লগতে। তাৰ বাবে চৰকাৰক অনুৰোধ কৰা হয়।

৬নং প্ৰস্তাৱঃ ৰাঙলীয়াল স্কুলখন গভৰ্ণমেণ্টে এম ভি পৰ্য্যায়ৰ কৰিব লাগে।

৭নং প্ৰস্তাৱঃ পূৱ আৰু দক্ষিণ কলাবাৰী অঞ্চল, বালিজান, পুৰণা গমিৰি আৰু বৰগাওঁত একোখনকৈ ডিচপেনচাৰী স্থাপন কৰিবলৈ চৰকাৰৰ জনস্বাস্থ্য বিভাগক অনুৰোধ কৰে।

৮নং প্ৰস্তাৱঃ আজি ৭/৮ বছৰ ধৰি বানপানীত বিধ্বংস্ত গোৰাগৰীয়া, বিলতীয়া, ন পমুৱা, ৰাগৰ পথাৰ, গেলেকী, জকাপৰা বামুনৰ দলনী, আঁখে ফুটা, ডুব খোলা, বাকৰি, হাতীবন্ধা, বৰ তামুলী, সৰু তামুলী, লকচা, ছিৰাখোৱা, লোহিতমুখ, তেলিয়াবাৰী, মধ্য কলংপুৰ, গহপুৰ, ব্ৰহ্মাজান মৌজাৰ অনেক গাঁৱৰ মাজেৰে যোৱা একমাত্ৰ সংযুক্ত পথটো মেৰামতি নকৰাত যাতায়তী ৰাইজ বিশেষকৈ স্কুলীয়া ল'ৰা-ছোৱালীৰ অশেষ কষ্ট হৈছে। নিবাৰণৰ কাৰণে ৰাস্তাত দলং নিৰ্মাণ কৰিবলৈ লোকেল বৰ্ডৰ ওচৰত দাবী কৰে। কোঠাই চুক, হাতীবন্ধা ৰাস্তাৰ কাৰণে আৰ্থিক সাহায্য দিবলৈকো টানি ধৰে।

৯নং প্ৰস্তাৱঃ উপৰোক্ত প্ৰস্তাৱত লিখা ৰাস্তাটো গড়কাপ্তানি বিভাগে লবলৈ চৰকাৰৰ ওচৰত অনুৰোধ কৰে।

১০নং প্ৰস্তাৱ ঃ এই প্ৰস্তাৱযোগে E & D বিভাগক বিভিন্ন প্ৰকাৰে থহনীয়া বোধ কৰি খেতিৰ মাটি ৰক্ষা কৰিবলৈ অনুৰোধ জনায় ।

১১নং প্ৰস্তাৱ ঃ কৃষি ঋণৰ বাবে অনুৰোধ কৰি বিধায়ক গহন চন্দ্ৰ গোস্বামীক এই বিষয়ে তত্ত্বাৱধান লবলৈ দায়িত্ব ভাৰ গ্ৰহণৰ নিবেদন ।

১২নং প্ৰস্তাৱ ঃ চাপ্পাই এডভাইজৰী বৰ্ডৰ মেম্বৰ আৰু এজন কলংপুৰ, ব্ৰহ্মাজান বা হেলেমৰ পৰা লব লাগে ।

১৩নং প্ৰস্তাৱ ঃ বিহালী চাৰ্কোল দুটা ভাগ কৰি এটা হেলেমত পতাৰ প্ৰস্তাৱ ।

১৪নং প্ৰস্তাৱ ঃ গোপচাৰৰ পৰা বেদখলি উচ্ছেদ কৰিবলৈ আবেদন ।

১৫নং প্ৰস্তাৱ ঃ উন্নয়ন খণ্ড খুলি অঞ্চলটোৰে উন্নয়নৰ ব্যৱস্থা সোনকালে লবলৈ চৰকাৰৰ ওচৰত অনুৰোধ ।

১৬নং প্ৰস্তাৱ ঃ সমূহ কাৰ্যকৰী কৰিবলৈ শ্ৰীগহন চন্দ্ৰ গোস্বামী আৰু শ্ৰীজোনাৰাম ভূঞাঁক দায়িত্ব দি শ্ৰীনবীন চন্দ্ৰ কাথহাজৰিকাক চেক্ৰেটাৰীৰ ভাৰ দি এখন কাৰ্যকৰী সমিতি পাতি দিয়ে ।

**Reports of works done in connection with Relief Operations by Shri Gahan Ch. Goswami, on behalf of Sreemanta Sankar Mission, Nowgong, Assam.**

At the outset our Mission offers its heartiest gratitude to the Governor's Assam Earthquake Relief Fund for offering this opportunity to the Mission to serve the Earthquake and flood affected people.

Humble workers of our Mission have served to the best of their abilities and devotion affected people in the difficult centres. At Baligaon, which is one of the main Relief Centres in this sub-division, I, on behalf of the Shreemanta Sankar Mission have been working for the last seven months in various works concerning Relief Operations.

Twenty four villages comprising of 678 families with a total population of 4819 have been alloted for purposes of Relief operation

to Baligaon Centre. This area is one of the worst affected ones where several villages with population there of have been completely washed away by the last great floods.

Relief in the shape of free distribution of rice, cloths, utensils etc. and house building materials have been given to them and land for rehabilitation of the people of the devastated villages have been alloted. People of several villages have been settled in the rehabilitated areas. Cattle loan have also been issued. In all, Govt. in collaboration with the Governor's Assam Earthquake Relief Fund have offered every possible help to the affected people and they have been relieved of the greatest effect of the last disaster to some extent. But unfortunately, new situations arising out of continuous floods have been created. The places like Baligaon and Bardalani which were not washed off during the last great floods and from where Relief Operations were carried are this year completely submerged. Present devastation of the crops raised by the affected people at the hardest troubles is really pitiable. People of these villages have fled to places like Barbam for shelter.

Only God knows when miseries of these people will end and they will be able to earn a living.

## Vaishnavism in NEFA

Introduction: As it is known to all that about $1\frac{1}{2}$ lakhs of NEFA people are Vaishnavas. The Akas of Kameng Frontier Division, who number more than 5,000 are disciples of the Nikamul Satra, Tezpur. The Daflas and the Hill Miris of Subansiri Frontier Division, who number about 80,000, are disciples of the Gharmora Satra, North Lakhimpur and about 20,000 Noctes of Tirap Frontier Division are disciples of Bareghor Satra, Nazira. The age-old contacts have now been renewed and a great deal of enthusiasm has been noticed among

the people towards their religion. We are told that the people are demanding Namghors and some cultural grants have already been provided and we are really glad that efforts have been made to revitalise people's culture.

But in the present state of affairs, this is considered not enough. Some concrete measures are to be taken so that the initiative for revitalising their religion comes from the people themselves. This will be in a number of ways, which may be listed as given below :—

1. Training of NEFA boys in the tenets of Mahapurushia Vaishnavism and religious practices in the form of Namakirtan, Bhawna and so on. What is most important is that selected students from each of the Aka, Dafla, Hill Miri and Nocte areas should be sent to receive religious training in respective Satras for atleast one year. As the people of NEFA could hardly bear the expenses for their children to receive religious training, the Government should grant some monthly stipends of Rs.50.00 and an initial grant of Rs.100.00 per boy. After training these boys will go back to their respective areas and train other boys in their turn. Atleast four boys from each area should be annually sent to the Satras atleast for five years. The financial involvement in this training project will therefore be Rs.42,000.00 (Rupees Forty two thousand only). the details of which are given below:—

| | | |
|---|---|---|
| Annual initial grant Rs.100.00 per boy | | |
| for five years | Rs. | 500.00 |
| ∴ for 12 boys - 1,200.00 x 5= | Rs. | 6,000.00 |
| Rs. 600.00 x 12= | Rs. | 7,200.00 |
| for 5 years = | Rs. | 36,000.00 |
| Total | Rs. | 42,000.00 |

2. It will be the responsibility of the Satras to accommodate the boys in a hostel which would cost approximately Rs.20,000/- That

means in the three Satras i.e., Nikamul Satra, Tezpur; Gharmora Satra, North Lakhimpur and Bareghor Satra at Nazira an amount of Rs.60,000.00=(Rs.20,000.00 x 3) will be required for the construction of Hostels.

3. Vaishnava literature:- It is absolutely essential that the people should have their religious literature in their own language. It will not be possible to translate whole books at the present. It will therefore be practicable to have a book of prayers including only the essentials of Vaishnavasim.

For this we must have suitable translators from among the educated young men of the people themselves at suitable remuneration or by giving them monthly salaries.

That will mean that we must have this book in three languages—Aka, Dafla and Nocte. Each translator will be given assignment for one year only. The cost of stationery etc. will have to be borne. Then the printing will also involve a large amount of expenditure. The break-up may be shown roughly as:—

(a) Monthly remuneration or

fixed pay for three translators for one year (i.e., 12 months)= Rs.150.00 x 12 x 3 =Rs.5,400.00

(b) For printing 15,000 copies in each of the three languages i.e., Aka, Dafla and Nocte—

| | | |
|---|---|---|
| Printing - | Rs. | 3,960.00 |
| Paper - | Rs. | 5,400.00 |
| Binding- | Rs. | 9,000.00 |
| Cover block, art paper & printing | Rs. | 1,045.00 |
| | Rs. | 19,405.00 |

(for 15,000 copies)

∴ For 45,000 copies in 3 languages Rs.19,405.00 x 3= Rs. 58,215.00

4. Religious Meets: There should be religious meets on important Tithis, and Namkirtan and Bhowna will have to be performed. In order to make religion less costly for the NEFA Vaishnavas who are comparatively poorer, some funds may be made available. There religious meets may therefore be in a central village in each of the three areas and the three main Tithis— Janmastami, Tithis of Shree Sankardev and Shree Madhabdev will have to be celebrated. A sort of grants-in-aid for these Tithis at the rate of Rs.1,000.00 for each Tithi will have to be provided:-

| | |
|---|---|
| The break-up will therefore be Rs.1,000.00 x 3x3= | Rs. 9,000.00 |
| Total of the paras 1,2 and 3 will therefore be:- | |
| (1) Training of NEFA boys - | Rs. 36,000.00 |
| (2) Hostel for NEFA boys in the Satras - | Rs. 60,000.00 |
| (3) Printing of Scripture in NEFA languages- | Rs. 58,215.00 |
| | Rs. 1,54,215.00 |
| (4) For observance of Tithis- | Rs. 9,000.00 |
| Grand total- | Rs. 1,63,215.00 |

Thus it will be seen that unless the amount shown above is raised by public donations, our Vaishnava brethren of NEFA will not have the proper facilities to revitalise their ancient religion and thus for want of a fillip, the great cause of national integration will not be fulfilled.

5. Need for trust:- It is therefore felt that the need for a trust will be unavoidable and this can only be done if the public come forward for this work of love in the hill areas of NEFA.

There should be no misunderstanding on this account that it is an attempt to preach Vaishnavism. What we want to emphasise on is only revitalising of the age-old Vaishnavism among the Vaishnava hill people so that their normal and spiritual uplift will be ensured and the

work of national integration will be accomplished.

Sd/- Shri Gohan Chandra Goswami,
Satradhikar of Nikamul Satra,
Tezpur.

Sd/- shri Lilakrishna Dev Goswami,
Satradhikar of Gharmora Satra,
North Lakhimpur.

Sd/-Shri Gopalkrishna Dev Goswami
Satradhikar of Bareghor Satra,
Nazira.

Copy to:-

1. The Governor of Assam, Shillong.
2. The Chief Minister, Assam, Shillong.
3. The Speaker, Assam Assembly, Shillong.
4. The Minister for Tribal Affairs, Assam, Shillong.
5. The Deputy Minister to the Tribal affairs, Assam, Shillong.
6. The Adviser to the Governor of Assam, Shillong.
7. All Members of Legislative Assembly.
8. Spare copies—50.

**ভাৰত সেৱা মিছন**

অসম কংগ্ৰেছ ৰোড

গুৱাহাটী–৩

১৬ এপ্ৰিল, ১৯৬৬

পূজনীয়েষু,

জয় জয়তে আমাৰ সম্ভাষণ গ্ৰহণ কৰিব ।

বিভিন্ন সমাজ সেৱামূলক কামৰ দ্বাৰা আৰু পৰস্পৰে পৰস্পৰৰ ভাষা, সংস্কৃতি, ধৰ্ম আদি বুজা পৰাৰ যোগেৰে ভাৰতৰ এই পূৰ্বাঞ্চলৰ পাহাড়ী আৰু ভৈয়ামৰ লোকসকলৰ মাজত সম্প্ৰীতি গাঢ়তৰ কৰি তোলাৰ মহৎ লক্ষ্য আগত লৈ "ভাৰত সেৱা মিছন" নামে এটি অনুষ্ঠান গঢ়ি তোলাৰ কামত আমি আগ বাঢ়িছোঁইক । আপোনাকো তাৰ সদস্য হিচাপে লোৱা হৈছে । বৰ্তমানে এই উদ্দেশ্য লৈ যাইকৈ নেফা অঞ্চলত কাম কৰিবৰ হকে আপোনালৈ ষ্টেট বেঙ্ক অব্ ইণ্ডিয়া শ্বিলং শাখাৰ ২৬/৩/৬৬ তাৰিখৰ তেজপুৰ শাখালৈ আপোনাৰ নামত ২৮৪৯৮৯ নং ড্ৰাফ্টখনিৰ যোগে ১৫,০০০ পোন্ধৰ হাজাৰ, টকা পঠোৱা হৈছে । এই বিষয়ে সবিশেষ পুনৰ জনামহ'ক । আশাকৰোঁ প্ৰাপ্তি সংবাদ দিব ।

সেৱা লব ।

ইতি–

বিনীত,

স্বাঃ শ্ৰীশৰৎ চন্দ্ৰ সিংহ

শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামী,

নিকামূল সত্ৰ,

তেজপুৰ, অসম ।*

---

* *গোস্বামীদেৱৰ টোকা*

*( ২৮/৪/৬৬ তাৰিখে উত্তৰ দিয়া হৈছে ।*
*২৭/৫/৬৬ তাৰিখে Apex Bank ত Draftখন জমা দিয়া হয় । )*

## শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

ভিতৰ ককিলা গাঁও বাইঁৰ ।
যোৰহাট, অসম
পোঃ আঃ নিমাতিঘাট ।
তাং– ৯ মেই, ১৯৬৬ চন

মৰমৰ বুদু

সেইদিনা– ১৮ বহাগ, ইং ২ মেই সোমবাৰে মগৰাহাটৰ চেতিয়া গাঁও বাহৰৰ সমূহ ভকতৰ ওচৰৰ পৰা বিদায় হৈ আহি সুকলমে সন্ধ্যা ৮ বজা মানত ইয়াৰ বাহৰ পোৱাহি হ'ল । ইয়াৰ ৰাইজে দুপৰৰ পৰা আমালৈ প্ৰতীক্ষা কৰি আছিল । পলমকৈ হলেও আমি আহি পোৱাত ভকত সমূহে আনন্দ লভিলে ।

সুদীৰ্ঘ চৈধ্য বছৰৰ পিচত আমাৰ উজনিৰ ভকত সমূহৰ লগত দৰ্শন লাভ হোৱাটো জীৱনৰ কাৰণেই অতি সৌভাগ্যৰ কথা । এনে সৌভাগ্য কেইজনৰ জীৱনত ঘটিব পাৰিছে, ইয়াক কোনে ক'ব পাৰে ? আমাৰ ভকতসমূহৰ আমালৈ যি অকৃত্ৰিম স্নেহ, অপৰিমেয় প্ৰেম, তালৈ মনত পৰিলে আপোনা আপুনি মুৰ দোঁ খাই আহে । ভকতসমূহৰ এই অফুৰন্ত সৌহৃদয়তা ব্যক্তিগতভাৱে আমালৈ নে ? নহয় । দুজনা গুৰুৰ সেই অকণমানি বস্তু হৃদয়ত হৃদয়ৰ ধন স্বৰূপে ৰাখি তাৰ প্ৰতি একনিষ্ঠভাৱে যি পূজা ধৰি আহিছে, তাৰেই নিদৰ্শন স্বৰূপে বাহিৰত প্ৰকাশ লাভ কৰিছে । এই নিষ্ঠাৰ প্ৰতি আমি আনকি কোনো সৌজন্যকেই আগবঢ়াব পৰা নাই । ৰুক্ষ ভাষণৰ বাহিৰে ভকতসমূহক কোনো মিত্ৰ ভাষণেৰে তুষিব পৰা নহ'ল । ভকতসমূহৰ এই চেনেহৰ ঋণ কেতিয়াবা সুজা যাব জানো ? আমাৰ অন্তৰত তেনে পৱিত্ৰতাই বা কিমান ? আমাৰ সহৃদয় ভকতবান্ধৱ সকলৰ মিত্ৰ-সঙ্গ পৰিত্যাগ কৰি আহি মনত সন্তোষকেই বা কিমান লভা হৈছে ? মনিব নোৱাৰা চেনেহৰ "জৰি" দালিয়ে অনন্তকাললৈকে আমাক সাঙুৰি ৰাখিব, ইয়াত বিচিত্ৰতা কি ? ভকতসমূহৰ আন্তৰিক প্ৰেমৰ জৰিদালিয়ে যি কঠোৰ বান্ধোনেৰে বান্ধিব লাগিছে, ইয়াৰ হাত এৰাব পৰা এই জীৱনত সম্ভৱ নহয় ? সেইবাবেই ভকতসমূহৰ প্ৰেমময় মধুৰ দৰ্শনৰ পৰা বঞ্চিত হৈ আহি বিৰহ দাৱানলত দেই-পুৰি মৰিব লাগিছো । মোৰ অন্তৰত সদাই জাগিব লাগিছে– তোমাৰ সেই অকণমানি ধুনুক-থানাক কৈ মাতেৰে আমাক

"প্ৰভু" "প্ৰভু" বুলি আমাৰ বহা আসনখনিত থৰি ভগৱন্তৰ সেই মায়াৰহিত প্ৰাণৰ প্ৰতিমাখনিয়ে ঘনাই ঘনাই আমাক সম্বোধন কৰা মাতষাৰিলে। ইয়াৰ বাবে আমাৰ হৃদয়ত প্ৰতিদান কি আছে ? এইবোৰ কথাই আমাক দগ্ধ নকৰাকৈ থকা নাই। পিচে, আমি এক প্ৰকাৰ অকৃতজ্ঞই। এই হৃদয় হীনতাৰ বাবে পৰলোকৰতো বাদ কথাই, ইহলোকতো কোনো উপকাৰ সাধিত হ'ব নোৱাৰে। ভগৱন্ত বস্তুৰ অতিকৈ দয়াৰ পাত্ৰ এই মনুষ্য দেহা পাই তাক যথোচিতভাৱে বেহাব নোৱাৰাটো অতি পৰিতাপৰে কথা।

*"ধ্যায়তো বিষয়ান পুংসঃ সঙ্গস্তেষুপজায়তে।*
*সঙ্গাৎ সংজায়তে কামঃ কামাৎ ক্ৰোধোভিজায়তে ॥*
*ক্ৰোধাদ্ভৱতি সম্মোহঃ সম্মোহাৎ স্মৃতি বিভ্ৰমঃ।*
*স্মৃতিভ্ৰংশাদ্ বুদ্ধিনাশো বুদ্ধিনাশাৎ প্ৰণশ্যতি ॥*

বিষয় চিন্তাৰ বিষময় ফল এই যে যি অবিৰত চিন্তা কৰায়, তাতেই আশক্তি ওপজে। এই আশক্তিৰ পৰাই কামনা, কামনাৰ পৰা ক্ৰোধ, ক্ৰোধৰ পৰা সংমোহ, আৰু সংমোহৰ পৰাই স্মৃতি বিভ্ৰম হৈ পৰে। এই স্মৃতি বিভ্ৰম হলেই বুদ্ধি নাশ আৰু বুদ্ধি নাশৰ পৰাই মনুষ্যৰ বিনাশ প্ৰাপ্তি ঘটে। এই ভয়ানক অৱস্থাৰ পৰা হাতসাৰি মুক্ত হ'বলৈকে জ্ঞান উপাৰ্জনৰ অপৰিহাৰ্য কথা। কিন্তু জ্ঞান আধ্যাত্ম জ্ঞান হ'ব লাগিব,–

*"আধ্যাত্মজ্ঞান নিত্যত্বংতত্ত্বজ্ঞানাৰ্থ দৰ্শনম্।"*

এই জ্ঞানৰ পৰা "ব্ৰহ্ম" বস্তুক উপলব্ধি কৰি আৰু বিজ্ঞানৰ দ্বাৰায় সেইটি অনুভৱ কৰি সাধন পথত আগুৱাব পাৰিলেই জীৱই ৰহস্যময় ভকতিত বুৰগৈ আনন্দময় ভৱনত বিচৰণ কৰিব পাৰে। এয়েই মনুষ্য জীৱনৰ মুখ্য কাম।

শাস্ত্ৰে কৈছে–

*"শত শত জন্মান্তৰে জীৱে নব দেহা ধৰে*
*যদি থাকে পুণ্যৰ সঞ্চয়।"*

জন্মান্তৰ ৰাখ্যাত কোৱা হৈছে–

*"স্থাৱৰং বিংশতৈৰ্লক্ষ জলজং নৱ লক্ষণম্।*
*কূৰ্মাশ্চ নৱলক্ষংচ দশলক্ষং চ পক্ষিণঃ।*
*ত্ৰিংশল্লক্ষং পশূনাঞ্চ চতুৰ্লক্ষং বানৰাঃ।*
*ততো মনুষ্যতাং প্ৰাপ্য ততঃ কৰ্মাণি সাধয়েৎ ॥"*

অৰ্থাৎ ৮৪ লক্ষ যোনিৰ বিৱৰ্তনৰ ক্ৰম এনে হৈছে–

স্থাৱৰ জন্ম ২০ লক্ষ যোনি, জলচৰ-৯ লক্ষ, কূৰ্ম–৯লক্ষ, পক্ষী-১০লক্ষ, পশু–৩০লক্ষ, বানৰ– ৪লক্ষ। ইয়াৰ পিচত হে মনুষ্য যোনি। এই হিচাপ মতে আমি ৮৪ লক্ষ যোনি বাগৰি আহি এতিয়া "দেৱৰো বাঞ্চনি" মনুষ্য দেহা পোৱা হৈছে। তেতিয়া হলে আমাতকৈ সৌভাগ্যৱান আৰু কোন আছে ? পিছে–,

*"লভিয়া মনুষ্য-তনু যিসৱ পণ্ডিত নৰে*
*নসাধিলে গতি আপোনাৰ।*
*কোটি জনমক লাগি সংসাৰ সাগৰে মজি*
*ফুৰিবেক ভুঞ্জিয়া নিকাৰ॥"*

ধুনীয়া কথা।

কলিকালৰ অনেক দোষ থাকিলেও এটি মহান গুণ আছে–

*"কলেৰ্দোষনিধে ৰাজন্নস্তি হ্যোকা মহান্‌গুণঃ।*
*কীৰ্তনাদেৱকৃষ্ণস্য মুক্ত বন্ধঃ পৰং ব্ৰজেৎ॥"*

অৰ্থাৎ–

*"দোষৰ সাগৰ কালি তাকো পৰীক্ষিত ৰাজা*
*গুণ দেখি কৰিলা ৰক্ষন।*
*মহাপাপীঅন্ত্যজাতি তৰয় বালিত সুখে*
*মুখে কৰি হৰিৰ কীৰ্তন॥"*

গীতাত ভগৱন্তই কৈছে–

*সৰ্বভূত স্থিতং যো মাংভজত্যেকত্বমাস্থিতঃ।*
*সৰ্বথা বৰ্তমানোদপি স যোগী ময়িবৰ্ততে॥"*

ইয়াত তিনিটি কথা প্ৰকাশ পাইছে,–

(১) "যঃ একত্বম আস্থিতঃ"– যি একত্বে স্থিত হৈ অৰ্থাৎ সৰ্বভূতত একমাত্ৰ আমিয়েই আছো, এনেকুৱা একত্ব বুদ্ধি অৱলম্বন কৰি।

"সৰ্বভূতস্থিতং মং ভজতি"– সকলোৰে ভিতৰত আমি যে আছো-এই ভাবি আমাক যি ভজনা কৰে, অৰ্থাৎ সকলো ভূততেই নাৰায়ণ আছে, এই ভাবি যি নাৰায়ণ জ্ঞানে সৰ্বভূতত প্ৰীতি কৰে, সৰ্বভূতৰ সেৱা কৰে। **(who loves— God in all)**

(২) "সর্বথা বর্তমানোহপি"– তেওঁ যি অৱস্থাতেই নাথাকক কিয় অৰ্থাৎ তেওঁ নির্জন কাননত ধ্যানস্তিমিত নেত্রে সমাধিস্থ হৈ থাকোক অথবা সংসাৰত সংসাৰী হৈ সংসাৰী কর্মকে কৰোক, আনকি লোক দৃষ্টিত তেওঁ আমাৰ পূজা অৰ্চনা কৰোক বা নকৰোক, তথাপি–

(৩) "সযোগী ময়িবর্ততে"– তেওঁ আমাতেই থাকে অৰ্থাৎ তেওঁৰ চিত্ত আমাতেই নিত্য যুক্ত থাকে, তেওঁৰ ইচ্ছাই আমাৰেই ইচ্ছা, তেওঁৰ কার্য আমাৰ কার্যতেই পৰিণত হয়। তেওঁ নিত্য সমাহিত, নিত্যযুক্ত– জ্ঞানত সত্তাৱ প্ৰাপ্ত, কাৰ্যত সৎকাৰ্যকৃত আৰু ভক্তিত– সম্পাতচিত্ত।

এয়েই বেদান্তৰ ব্ৰহ্মজ্ঞান, এয়েই যোগীসকলৰ সমদর্শন, এয়েই কৰ্মীৰ নিষ্কাম কর্ম, আৰু ভকতসকলৰ নিৰ্গুণা ভক্তি। যোগী শ্ৰীঅৰবিন্দই এই শ্লোকৰ বাৰ্খ্যাৰ ওপৰত কৈছে–

"Whoever loves God in all and whose Soul is founded upon the divine oneness, however he lives and acts, lives and acts in God— that may almost be said to sum up the whole final result of Gita's teaching."

শ্ৰীমদ্ভাগৱতত নিৰ্গুণ ভক্তি-তত্ব সম্বন্ধে ভগৱন্তৰ সমিধান–

*"অহং সৰ্বেষুভূতেষুভূতাত্মাৱস্থিতঃ সদা।*
*তমৱজ্ঞায় মাংমৰ্ত্যঃ কুৰুতেহৰ্চ্চা বিড়ম্বনম্ ॥*
*যোমাং সৰ্বেষুভূতেষু সন্তমাত্মানমীশ্বৰম।*
*হিত্বাহৰ্চ্চাং ভজতে মৌঢ্যাভাস্মন্যেব জুহোতি সঃ ॥*
*অহমুৰ্চ্চাবচৈদ্ৰব্যৈঃ ক্ৰিয়য়োৎপন্নায়ানঘে।*
*নৈব তুষ্যে হৰ্চ্চিতোহৰ্চ্চায়াং ভূত গ্ৰামাৱ মানিনঃ ॥*
*অথ মাং সৰ্ব্বভূতেষু ভূতাত্মানং কৃতালয়ম্।*
*অৰ্হয়েদ্দান মানাভ্যাং মৈত্ৰ্যাভিন্নেন চক্ষুষা ॥"*

"আমি সকলো ভূতত ভূতাত্মাৰূপে অৱস্থিত হৈ আছো, অথচ সেই আমাক (অৰ্থাৎ সৰ্বভূতত) অৱজ্ঞা কৰি মনুষ্যসকলে প্ৰতিমাদিত পূজাৰূপ বিড়ম্বনা কৰি থাকে। সৰ্বভূতত অৱস্থিত সেই আত্মা আৰু ঈশ্বৰক উপেক্ষা কৰি যি সকলে কেৱল প্ৰতিমা আদিতেই ভজনা কৰে, সেই সকলে ভষ্মেৰে ঘৃতাহুতি দিয়ে। যি প্ৰাণীসমূহৰ অৱজ্ঞাকাৰী, যি বিবিধ দ্ৰব্য আৰু নানা উপচাৰেৰে আমাৰ পূজা কৰিলেও তেওঁৰ প্ৰতি সন্তুষ্ট নহওঁ। মনুষ্যসকলৰ

কৰ্তব্য এই যে, আমি সকলো ভূতত্তে স্থিত হৈ আছো বুলি ভাবি সকলোৰে প্ৰতি সমদৃষ্টি, সকলোৰে সৈতে মিত্ৰতা আৰু দান মানাদিৰ দ্বাৰা সকলোৰে অৰ্চনা কৰা।" ইয়াতকৈ আৰু স্পষ্ট সমিধান কি হ'ব পাৰে ?

আমাৰ ভকতসমূহে সেই অভয়বাণী হৃদয়ত হৃদয়ৰ ধন স্বৰূপে লৈ সংসাৰ পথত আগুৱাব পাৰিলেই "মনুষ্যৰ ইসে মহাধৰ্ম।" আৰু

*"মন্ত্ৰ তন্ত্ৰ যজ্ঞ যত তপতীৰ্থ কোটি শত*
*হৰিনাম অধিক সবাতে।*
*কিনো ভাগ্য কিনো ভাগ্য হেন হৰি নাম লাগ*
*পাইলে লোক মুকুত সাক্ষাতে॥*
*যিটো নাম নেৰে মুখে পাইলে মোক্ষ মহাসুখে।*
*জানা কৃষ্ণ তুষ্ট ভৈলা তাৰ।*
*গুৰু ভৈলা জগতৰে কৰিলেক সিটো নৰে*
*কোটি কোটি পুৰুষ উদ্ধাৰ॥"*

বুদু ! আমি এতিয়া জীৱনৰ চতুৰ্থ পৰ্যায়ত ভৰি দিছোহি। সময় আৰু অধিক নাই। এই জীৱদ্দশা কালৰ ভিতৰত সমদৰ্শনৰ পথত কিমান আগুৱাব পৰা হ'ল, তাৰ হিচাপ পোৱাৰ উপায় নাই। ইফালে–

*"ইহেন মনুষ্য জন্ম সেহুৰে নপাইবা পুনু*
*চাৰিবেদে কহে নিষ্ঠ কৰি।"*

সেইফালেও মুৰ পৰি আছে। একপ্ৰকাৰ উপায়শূন্যৰেই বুলিব পাৰি। তাৰ মাজেদি– "যাৱে বল বুদ্ধি থাকে থিৰ কৰি মন।"

আমাৰ একনিকা ভৰষা আছে এই যে,– আমাৰ ভকতসমূহে যি অকনিকা বস্তু হৃদয়ৰ ধন স্বৰূপে লৈ দিবা-ৰাত্ৰি চিন্তা কৰিব লাগিছে, তাৰ গুণতেই হয়তো আমাৰো কিবা উপকাৰ সাধিত হ'ব পাৰে। এনে ভাৱনাকে হৃদয়ত ধৰি বা বান্ধিলৈ অনুতপ্ত প্ৰাণেৰে সেই আত্মা ৰামেশ্বৰলৈ প্ৰণাম জনাই বিদায় হৈ আহিছো। আমাৰ পথৰ সম্বল ইমানেই মাথোন।

বুদু ! আজি চাৰি দিন ধৰি তোমালৈ কিবা এটা লিখো লিখো বুলি "কাপ মহিলৈ" মেজৰ ওচৰত বহি চিন্তা কৰোঁ, আৰু লিখিব নোৱাৰি তাৰ পৰা আঁতৰি আহো। আজি বহুত যত্ন কৰি এই কেইফাঁকি কথা তোমালৈ আগবঢ়ালো। কি হৈছে– ঘূৰাই পঢ়ি চাবও পৰা নহ'ল।

ইয়াত সবাৰে মঙ্গল। আমাৰ সহৃদয়তা চাংমাই গাঁও, চেতিয়া গাঁও

আদিৰ সমূহ বৈষ্ণৱক জনাবা। আৰু সম্ভৱ হলে সমূহৰ মঙ্গল সহিতে তোমাৰ ঘৰবো কুশল বাতৰি পঠালে পৰম উপকৃত হম। আন্তৰিক চেনেহ জনালো। ইতি—

সোদৰোপম

গহন

শ্ৰদ্ধেয় শ্ৰীছাদুল্লাদেৱ!

কালি আপোনালৈ চিঠি এখন ডাকত দিয়াৰ পিচতেই আপোনাৰ ৫/৯/৬৯ তাৰিখৰ পত্ৰখন পোৱা হৈছে। ইতিমধ্যে আমাৰ আগৰ চিঠিও আপোনাৰ হস্তগত হ'ব পায়।

আমি ১৮/৯/৬৯ তাৰিখে ইয়াৰ পৰা ৰেলেৰে ৰাওনা হৈ গৈ ১৯/৯/৬৯ তাং দিনৰ ১০ বজা মানত মোৰ্ককচেলেং পোৱাৰ আশা। তাৰ পৰা সুবিধা যেনে হয়, তেনে ভাৱেই যাব লাগিব। আপোনাসকলৰ পৰা যদি মোৰ্ককচেলেঙৰ পৰা আমি যোৱাৰ দিহা কৰিব পাৰে, তেতিয়া হ'লে বৰ ভাল কথাই হব। আপুনি লিখামতে খোল দুটা, তাল দুজোৰ নিয়া হ'ব। বৰ কাঁহ আমাৰ নাই আৰু ওচৰতো পাবলৈ নাই। উৎসৱৰ সকলো কাৰ্য আপোনা সকলৰ সদ্‌ইচ্ছা আছে যেতিয়া সুচাৰুৰূপে নিশ্চয় সম্পাদন হ'ব। আমি গৈ আপোনাসকলক আহুকালতে পেলোৱা হ'ব যেন পাইছো। এনে কাৰ্যত সহায়তা কৰিব পৰা আমাৰ সমল মুঠেই নাই। আপোনাসকলক দৰ্শন লভা হ'ব, যি জীৱনৰ কা-ে পৰম সৌভাগ্যৰ কথা।

আম৷ৰ আন্তৰিক শ্ৰদ্ধা সৱাটিয়ে গ্ৰহণ কৰে যেন।

পুঃ
Permit খনিও পোৱা হ'ল। ইয়াৰ বাবে আমি নিশ্চিত হ'ব পৰা হ'ল।

চিৰমিত্ৰ

শ্ৰীগহন চন্দ্ৰ গোস্বামী*

---

*• অৰুণাচলৰ টিৰাং জিলাৰ মেবোৰ চাৰ্কোল অফিচৰ মঃ চাদুল্লাৰ নিমন্ত্ৰণ ক্ৰমে গোসাঁয়ে তালৈ গৈ নতুনকৈ সজা 'মহাত্মা গান্ধী নামঘৰ' উদ্বোধন আৰু বাৰ্ষিক গুৰু জয়ন্তী সমাৰোহত যোগদান কৰিছিল গৈ। তাৰে সম্পৰ্ভত প্ৰস্তুতি সূচক চিঠি। ভাষাত প্ৰকাশ পোৱা হৃদ্যতা লক্ষণীয়।*

*সম্পাদক*

## শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

নেফা কৰ্তৃপক্ষৰ তৎকালিন প্ৰতিবেদনত গোঁসাইৰ চিয়াং ভ্ৰমণৰ বিষয়ে এনেদৰে প্ৰকাশ পাইছে-

Shri Shri Gahan Chandra Goswami, Satradhikar of Nikamul Satra, Tezpur, attended the Utsav as the Chief Guest and he was accompanied by five members from the Satra out of which two were Aka boys from Buragaon of Kameng. The party was most ceremoniously received at Mebo, Pasighat, on 20.9.69, by all the staff, students and local people of Mebo with Bonnung, Elephant procession & Nam prasanga.

As requested by the villagers and the students of Mebo Higher Secondary School, His Holiness the Satradhikar with members of his party visited the H.S. School where he was offered a rousing reception and also visited Ngopok, Kiyit, Seram, Borguli, Namsing, Mebo and Mottum villages from 22.9.69 to 29.9.69 led by Md. Sadulla, C. O. Mebo and gave speeches on spiritual upliftment in all the villages. The party of His Holiness the Satradhikar was given rousing receptions in all the villages by all sections of the people and mass Nam-Kirtan was arranged in each village on each night which were attended by hundreds of villagers.

(Excerpts from the report of C. O. Mebo dated 7.10.69 to D. C. Pasighat and others)

**Copy of the letter from Addl D. C. Pasighat.**

North East Frontier Agency.
Office of the Additional Dy. Commissioner, Pasighat
No: E 2666.
Date Pasighat the 30th Sept'69

To

Shri G. C. Goswami
Satradhikar, Nikamul Satra,
TEZPUR

Respected Sir,

This is to thank you very much on behalf of the people and Govt Staff of Pasighat as well as on my own behalf for trouble taken by you and your party in very kindly visiting Pasighat and Mebo. We do hope that you will be kind enough to visit us frequently and give us all the benefits of your teaching in ethics and morals.

(2) We are also very grateful for your kindness in announcing a scholarship of Rs.10/- pm for one year to the student who secures the Ist position in Class X. The amount of Rs.120.00 is being sent to the the Head Master, Govt H.S. School, Mebo for awarding this scholarship from January1970 onwards.

Once again let me express our sincere and heartfelt gratitude to you.

Yours faithfully,
Sd/ P. P. Srivastav
Addl. Dy Commissioner Pasighat.*

---

* গোঁসায়ে মেবো স্কুলৰ ছাত্ৰলৈ আগবঢ়োৱা বৃত্তিৰ এবছৰৰ আগধন অতিৰিক্ত উপায়ুক্তৰ যোগে পঠালে। তাৰে প্ৰাপ্তি আৰু আন্তৰিক কৃতজ্ঞতা সকলোৰে হৈ।
— সম্পাদক।

**ANKIA BHAWNA — 'PARIJATA HARANA'**

Presented by - Nikamul Satra, Assam.
Play by - Mahapurus Sankardeva
Directed by - Sri Gahan Chandra Goswami, Satradhikar.
at Rabindra Bhawan , New Delhi,
On 2nd March, 1970.

**Introduction :**

Ankia Nats are the traditional drama of Assam that originated during the 15th Century A.D. with the Vaishnavite movement led by the great Socio-religious renovator Sri Sri Sankardeva (1449-1569). Performances like Ramlila, Raslila, Kathaka, etc. were very popular at that time in other parts of India and Sankardeva, during his 12 years pilgrimage, gathered various experiences and studies of these things which ultimately led to the composition of the Ankia Nats giving to it various local touches of dances like Oja-Pali, Deo-Dhani Nach, Putala-Nach etc. Mahapurus Sankardeva had improved Ojapali, the choral performance and had given birth to Assamese Drama.

Ankia Nats were composed for the common people and as such a simple language had been adopted. Both the Mahapurusas Sri Sankardeva and Madhavdeva used in their writings a language known as Brajabuli. It is not a spoken dialect of any place but an artificial literary language used by the Vaisnavites. According to Dr. Sukumar Sen of Calcutta University, this artificial language is called Braja-buli because it reminded one of Braja, the place of Sri Krishna. This is Maithili-mixed- Assamese language. Sanskrit verses (Slokas) composed by the authors had also predominant place in the dramas. As the dramas were composed to arouse religious sentiments and stories were derived from the Puranas the influence of Sanskrit can be marked to a very high degree.

Though the Ankia Nats have greatly been developed out of the indigenous materials, influence of Sanskrit Drama is also perceptible to a great extent. In technique also Ankia Nats follow to some extent the Sanskrit dramatic theory. Ankia Bhawnas (Bhawna:— performance of drama) open with a series of preliminaries such as Purva-ranga, Nandi, Prorochana, Prastabana etc. which are common in Sanskrit Dramas. Like Sanskrit Dramas Ankia Nats too, with modification follow the Purvaranga— which is a Choral musical composition with dances by the Musicians. The Purvaranga with seven different steps is the prelude which is so composed as to create an appropriate environment for the actual play to follow. The instruments used are "Khol" (Similar to Mridanga), "Tal" (Like Khanjuri), "Doba" (a big size Drum) etc. Purvaranga is followed by the appearance of the Sutradhara with his special dance. The Sutradhara, then, recites the Nandi Sloka, Bhatima, Prarochana and Prastabana. Bhatima is the introduction where the Sutradhara with prayer and praises to the Lord describes the whole story in a nutshell. Unlike Sanskrit Dramas Sutradhara of Ankia Nats is the leading figure (like director) who is present in the Stage all the time and who introduce, every character and describes the proceedings of the drama from time to time. Sanskrit drama ends with Bharat Vakya but Ankia Nat ends with Muktimangal Bhatima.

The most striking feature in an Assamese Bhawna lies in the co-ordination and harmony of the four elements namely— Song, rhythmic representation by dance, playing of musical instruments and dialogues. Again, the drama is so composed that we get the whole story either from the dialogues of the characters or even from the Songs, sung by the group of Gayana-Bayana. Ankia Bhawna is staged like a dance-drama-the characters move rhythmically, musicians take active part in the stage and the dialogues are lyrical. Therefore, rhythm forms an essential part.

Ankia Nats, which originated in the later part of the 15 th Century, are the unique specimen of Assamese culture and tradition with all it grandeur and this represents the cultural heritage of Assam.

**The Story**—by Sri Sri Sankaradeva.

*Parijata Harana* (forcible acquisition of the Parijata) occurs in the *Bhagavata Purana.* Once Naraka came to Dwaraka with Indra to pray for Krishna's help in order to protect the latter's Kingdom from Narakasura's (the king of Pragjotishpura) ravages. Narada presented a heavenly Parijata flower to Krishna and Krishna in turn presented it ot Rukmini. Naraka reported this to Satyavama the another wife of Krishna and thereby excited her jealousy and anger. Krishna attempted to console her and eventually promised to fetch the Parijata-tree itself from the Kingdomof India. Krishna then went on Garuda to Pragjyotishpura and after a brisk fight killed Naraka. Krishna sent Naraka to Heaven to ask for Parijata from Indra. But Indra refused to grant the Parijata tree to earth whereupon Krishna himself went and had a fight with Indra and defeating him in a fight brought a Parijata plant and transplanted the same at Satyavama's Garden.

**Cast:**

| | | |
|---|---|---|
| 1. | Sutradhara | Sri Punyabrata Dev Goswami |
| 2. | Sri Krishna | Sri Rameswar Mahanta |
| 3. | Narada | Sri Tritha Nath Baruah |
| 4. | Indra | Sri Purna Chandra Kalita |
| 5. | Narakasura | Sri Chandra Kanta Deka Baruah |
| 6. | Rukmini | Sri Nijam Sisisow |
| 7. | Satyavama | Sri Purna Saikia |
| 8. | Sashi | Sri Bina Mahanta |
| 9. | Basumati | Sri Moni Ram Keot. |
| 10. | Bhagadatta | Sri Changkhandu Dususow. |
| 11. | Garuda | Sri Satybrata Dev Goswami |

**Music:**

| | |
|---|---|
| Gayan | Sri Gahan Chandra Goswami |
| | Sri Kamal Chandra Goswami |
| Bayan | Sri Giri Kanta Mahanta |
| | Sri Punya Brata Goswami |
| | Sri Daliram Bayan |
| | Sri Changkhandu Dususow |
| Doba-Badak | Sri Jagneswar Mahanta |
| Bar Kanh Badak | Sri Chandra Deka Baruah |
| Sankha | Sri Rameswar Mahanta |
| Ariadhora | Sri Kamal Chandra Barah |

**Copy of the Report publised in Assam Tribune of 27.5.1969.**

Two newly constructed Namghars in Aka tribal areas is Jamini and Buragaon in Kameng Division of NEFA. were formally declared open recently before an enthusiastic gathering of Aka tribals and officials by the Development Commissioner, Sri Sukerkiky and the Circle Officer Sri P. Ghosh respectively. The Namghars were constucted at a cost of Rs. 12,000/ sanctioned by the NEFA Administration. The plan and design of the Namghars were submitted by the Nikamul Satra of Tezpur purely on the Sandar art and style.

A group of artists from Baruachuk of Dekargaon, Tezpur, led by Sri Gahan Candra Goswami, Satradhikar of Nikamul Satra and the Aka Tribal people of the area performed 'Karna Parba' and 'Ravan Badh' Bhawnas on the occasion. Sri Goswami with the help of the NEFA Administration has done a lot for spiritual upliftmint of the Tribal people in order to keep alive the century old tradition and cultural ties with the Nikamul Satra for the last ten years.

It may be mentioned here that there is a hostel in the campus of the Nikamul Satra for accommodation of Tribal Students and Aka

disciples from NEFA.

According to Sri Goswami another two Namghars will be constructed very soon there, for their all round development.

## Gahan Chandra Goswami

I present to you, Sri, Sri Gahan Chandra Gowami

Sri Gahan chandra Goswami was born in 1900 in Tezpur, Assam

Sri Gahan Chandra Goswami received his training in , Ankia Nat and other allied arts under the late Narayan,Chandra and Beshmbhar Goswami. Sri Goswami is well-versed in all the arts practised in Satra, a religio-cultural institution of Assam founded by the great Vaishnva Saint, Sri Sankardeva. He has devoted all his life to the standardisation of Raga and Tala for Borgeet, the traditional music of Assam and runs a Music College for training students in Satra music in his Satra.

Sri Gahan Chandra Goswami has been honoured and has received titles from many cultural institutions for his services to the arts. In 1961 he received the State Sangeet Natak Akademi Award for being a distinguished Khol player. He is a member of the Executive Board of the Assam Sangeet Natak Akademi. Sri Goswami has been very active in the political and social life of Assam.

For his eminence in the field of traditional theatre and his contribution to its enrichment, Sri Gahan Chandra Goswami receives the Sangeet Natak Akademi Award for Ankia Nat Traditional Theatre.

Telegraphic Address: KALAKENDRA Phone: 2748

## BHARATIYA KALA KENDRA

101, JAWAHARLAL NEHRU MARG, NEW DELHI.

Dete 16.2.1970

Dear Sri Gohan Chandra Goswami,

I am happy to learn that the Sangeet Natak Akademi have honoured-you this year by conferring an award in Traditional Theatre (Ankia Nat) Drama.

On behalf of the Governing Council, students, staff and members of the Bharatiya Kala Kendra, I offer you our felicitations on receiving this high honour and invite you to a get together at our institution, at Lytton Road, New Delhi on Friday will accept out invitation and give us an opportunity to meet you.

A line in confirmation of your acceptance will be very much appreciated.

With regards.

Yours sincerely,

Sd/

(Maheshwar Dayal)
General Secretary.

Sri Gohan Chandra Goswami,
Satradhikar,
Nikamul Satra,
P. O. Tezpur (Assam)

**SANGEET NATAK AKADEMI NATIONAL AKADEMI OF MUSIC DANCE AND DRAMA FOR INDIA**

RABINDRA BHAVAN, FEROZE SHAN ROAD, NEW DELHI:

TELEPHONES 45947/45948 TELEGRAMS: NATAKADEMI

No. 4/2-12/8238/69-70 March 18, 1970.

Dear Shri Goswami,

It was a great pleasure to have met you and your family members onthe occasion of the Awards Ceremony and to hava been able to be of some service to you. We would have very much liked to look after your comforts in a personal way but commited as we were to various organizational details we could not devote enough time to you. On behalf of the Sangeet Natak Akademi and on my own behalf I express our sense of gratitude for all the kindness and consideration you gave us. We also deeply appreciate your contribution to the success of the Festival Programmes which were enjoyed by many of your admirers and by large and enthusiastic audiences. Would you be good enough to convey our thanks to your helping artistes for all the troubles they took? I hope you had a comfortable journey back home.

With kind regards,

Please remember me to your sons.

Shri Gohan Chandra Goswami,
Nikamul, Satradhikar,
P. O. Tezpur (Assam)

Yours sincerely,
Sd/-
K. S. Kuthari

SRI. GOHAN CHANDRA GOSWAMI,
NIKAMUL SATRA, DHIKAR

P & T.O. TEZPUR,
(Nikamul Satra, Tezpur)

Dated 20th March 1970

Dear Dr. Awasthijee,

First let me express my gratitude to you and the members and the Staffs of Akademi for your hospitality shown to us during our stay at Delhi. I am really delighted when received your letter just at the moment, I am going to express my profound feelings to you. We will never forget those days we really have enjoyed your company.

The esteemed honour, confered upon me (though I am really not just for such a high dignity) in the recognition to Assamese culture and tradition as a whole which has a remote bright history and I am fully aware to my personal limitation that I am not in a position to represent the whole Assamese Traditional culture fully and clearly to you all. Ankia Bhawna not only represents Assamese cultural heritage, it is a way of living of Assamese people. Therefore this recognisation is the recognition to all the people of Assam.

Here I would like to draw your kind attention to the fact that this eastern frontier State is not known to the people of other parts of our country. It was found that our customs and traditions have so many things is common with that of other parts of our country. With the exchange of culture we can establish harmony of a toal Indian Culture. This can best some national emotional integration.

With your vast knowledge and experiences you can do much for this by virtue of your office. If you lead kind attention for propagation of culture and tradition of this part of the country it will be a great service to the people of Assam. I hope Assam will always get your sympethatic attention.

I pray Almighty your Sound health.

I, on behalf of the troup, the people of Assam and self express once again gratitude and thanks to you and every member of your staffs for affection

and kindness shown to us during our stay at Delhi which will ever remain as great memory to all of us.

Once again I repeat my gratitude to you,

With kind regards.

To

Dr. Shri S. Awasthi,

Secretary, Sangeet Natak Akademi,
Rabindra Bhavan, Ferozeshah Road.,
NEW DELHI-1.

Sincerely Yours,

Sd/-

(G.C. Goswami)

Buena Vista
Windy Hall Lane
Colaba, Bombay 5

November I, 1970

Dear Sri Goswami,

It was a pleasure to have met you at long last after our conversations. I cannot thank you and your son enough for all that you did for me during our whirlwind tour. It was a great help that you kindly arranged our programme and managed our affairs. I shall always cherish the memory of our days in Assam and of the kindness and generosity of the people. I have not found such kindness anywhere else in India. You must be pround of your rich traditions. Someday soon I hope to return to Assam for a longer time and to renew our acquaintance.

As soon as my pictures have been developed I will send you copies of the best ones for your collection. Until then, best wishes.

Sincerely yours,

Sd/-

Farley Richmond

**SRI GAHAN CHANDRA GOSWAMI,**

NIKAMUL SATRADHIKAR.

P. & T. O. TEZPUR
Nikamul Satra
Dated 13.11.70.

Dear Dr. Richmand,

I am very glad to receive your letter dated 1st Nov.'70. I had a mind to write to you, but this was not materialised as I was not sure of your where about. During this period of your visit we did not get enough time to exchange our personal feelings. The programme to visit our Satra was also not met. I hope this time you will be kind enough to come to my place directly.

It is a great pleasure for me that you have shown so much interest for our traditional culture for which you had to bear much trouble on those days with such a cover burdened programme. I was informed that Shri Kuthari & Shri Chandra were physically indisposed at Kaliabar. Hope they also returned with sound health. Please convey my regards to them.

Would you mind to let me know the impression you have had about the people and the cultural tradition of Assam. Hope your visit will come to your help in your research work. I will be glad to receive an article from you on this point with the comments on our Satria Tradition particularly on that you have witnessed at Batadrawa.

A letter addressed to you, sent by Mrs. Richmond was received here which was sent back to the sender. Hope the letter reached its original place.

It is a pleasure to have your assurance of another visit and I wait for the day. With regards,

Yours sincerely,
Sd/
(G. C. Goswami)

Dr. Farely Richmond
Buena Vista.
Windy Hall Lane,
Colaba, Bombay- 5.

**শ্ৰীশ্ৰীনিকামুল সত্ৰাধিকাৰ** বুড়াগাঁও কেম্প গোঁহাই থান

তেজপুৰ, দৰং, অসম। তাং ২৮/২/৭১ ইং·

প্ৰভু ঈশ্বৰ,

পত্ৰৰে আপোনালৈ মোৰ অন্তৰিখ শ্ৰদ্ধা জনালোঁ। এটা ভাল খবৰ আপোনাক জনাবলৈ এই পত্ৰখনি লিখি পঠালো। যোৱা ২৭ ফেব্ৰুৱাৰীত গোহাই থানত মন্দিৰ বনাবৰ কাৰণে মিস্ত্ৰি থকা ঘৰ আমি ৰাইজে বনাই শেষ কৰিলো।

এতিয়া কথা এই যে আগতে যিটো মন্দিৰ শ্ৰীশ্ৰীৰাম গোহাইদেৱে বনোৱা মন্দিৰটোৰ ঘৰৰ বেৰা খুটা ভাঙি আমি মন্দিৰ ঘৰ সজাম নে আপোনালোকে নিজে আহি ভাঙি দি সজোৱাব। এই কথাটো সোনকালে উত্তৰ দিলে বৰ সুখী হম। আপোনালোকে যদি আহিব নোৱাৰে তেন্তে আমি পুৰনা মন্দিৰটো ভাঙি শিল পাথৰৰ খুটা সজাই উঠাম বুলি শেষ সিদ্ধান্ত কৰিলো। যদিহে আমাৰ দ্বাৰাই হয় তেন্তে আপুনী এই পত্ৰখনি পোৱা মাত্ৰাকে সোনকালে খাটাংকৈ উত্তৰ দিব বুলি বাট চাই ৰলো।

এজন ৰাজ মিস্ত্ৰি এই বুড়াগাওঁতে পালো। দিন হাজিৰা ৮ টকা। আৰু এজন আপুনী বিচাৰি ৰাখি থব। আমি আনিবলৈ যাম। আপোনাৰ শ্ৰীশ্ৰীনিকামূল সত্ৰত ধৰ্ম সভা হব বুলি জানিব পাৰি আমাৰ বাচনি মেধি সকল উক্ত সভাত যোগদান দিবলৈ দলে দলে গৈ আছে। অহা ১৩ মাৰ্চ্চত সকলোৱে তেজপুৰ পাবগৈ। নমস্কাৰ।

ইতি ২৮/২/৭১

আপোনাৰ প্ৰিয় শিষ্য

শ্ৰীচাগিয় মেধি

কেম্প গোঁহাই থান*

---

** গোঁসাইৰ গিৰিবাসী শিষ্য আৰু নামঘৰীয়া মেধি চাগিয়াই নিজহাতে লিখা চিঠি। গতিকে কোনো শুধৰণি নকৰাকৈ প্ৰকাশ কৰা হ'ল। গোহাই গাঁওবটি এই শাৰীৰ ৫ম নামঘৰ। ঠিকনাৰ শিৰোনামাতো লিখিছিল–*

*শ্ৰীশ্ৰী নিকামল সত্ৰ*

*গোঁহাই চন্দ্ৰ গোস্বামী*

**শ্ৰীগহনচন্দ্ৰ গোস্বামী**
নিকামুল সত্ৰাধিকাৰ

ডাকঘৰ– নিকামুল সত্ৰ
তেজপুৰঃ অসম
দিনাঙ্ক......৭ ফেব্ৰুৱাৰী– ১৯৭৫

মৰমৰ শ্ৰীমাকন !

তোমালোক ইতিমধ্যে বোধকৰোঁ গুৱাহাটী পাইছাগৈ। সেইদিনা ঢেকিয়াজুলীত তোমালোকক এৰি আহি মনত কিমান অনুতাপ পাইছো, তাক প্ৰকাশ কৰিবৰ উপায় নাই। নানা চিন্তাই আগুৰি ধৰি গাৰ পোৰণিত গোটেই ৰাতিটো পাতিত পৰি চিতলং পাতলংকৈ পৰি থাকিবলগীয়া হৈছিল। মোৰ ঊৰ্দ্ধত্য জীৱনৰ শান্তি পথ প্ৰদৰ্শকজনক এনেকৈ হেৰুৱাবলগীয়া হোৱাত জীৱনটো উদং হৈ গ'ল।

তোমাক কিভাৱে সান্তনা দিবলৈ মোৰ তেনে সম্পদ নাই। পৰোক্ষ জ্ঞানৰ ফলেৰে তুমি নিজেই সন্তোষ লভিব পাৰিবা বুলি মোৰ অন্তৰলৈ সান্তনা আহিছে। গা ভাল পালে এবাৰ গুৱাহাটীলৈ যাম বুলি ভাবিছো, তেতিয়া তোমালোকক দেখা পাবলৈ হাবিয়াস আছে।

শ্ৰীজোঁৱাই, জীউ আৰু নাতিহঁতলৈ আন্তৰিক মৰম জনালো, আৰু তোমালৈকো চেনেহ আগবঢ়োৱা হ'ল।

ইতি–
তোমাৰ,
গহন

---

*তেজপুৰ দৰং আসাম*
*তেজপুৰ।*

*চিঠি কিন্তু গৰাকীৰ হাতত সময়মতে পৰিছিল।*
– 'সম্পাদক'

**শ্ৰীগহন চন্দ্ৰ গোস্বামী**
নিকামূল সত্ৰাধিকাৰ

ডাকঘৰ– নিকামূল সত্ৰ
তেজপুৰ : অসম
দিনাংক ২৬/৪/৭৫

মৰমৰ শ্ৰীমাকন !

তোমাৰ পত্ৰখনি পাই আনন্দিত হ'লো । তুমি আহি আমাৰ ঘৰত খবৰ কৰি যোৱা খবৰ মই বৰগুাবাৰীৰ পৰা আহি পাই জানিব পাৰি কিমান আনন্দ পাইছো, তাক প্ৰকাশ কৰিব নোৱাৰি । আমাৰ অন্তৰত থকা পৰমাত্মা গৰাকীয়ে সকলো জানে, তেওঁ অন্তৰত থাকি সকলো কথা সূচাই থাকে । তোমালোকৰ লগত আমাৰ আত্মাৰ কিমান পৰিচয় ঘটি আছে, সেয়া তেওঁৰ বাহিৰে আনে জানিবৰ উপায় নাই । দাদা নাই, দাদাৰ প্ৰতিনিধি তুমি আছা বাবেই আত্মাৰ পৰিচয় ঘটি বাকী থকা জীৱনত সন্ধান মিলিব । দয়াময়ৰ এনে দয়া পাবলৈ কামনা কৰো ।

বৰগুাবাৰীৰ সভাখনি কোনো প্ৰকাৰ হৈ গৈছে । আমাৰ জিলাৰ সহকৰ্মী সকলে আন্তৰিকতাৰে তোমালোকক সোঁৱৰে । বৰ্তমান তোমাৰ অৱস্থা সম্বন্ধেও সকলোৱে জানে, তথাপি তোমাক এবাৰ দেখা পাবলৈ সিবিলাকৰ হেঁপাহ । সেইবাবেই তোমাক জনোৱা হৈছিল । তোমাৰ দয়া-চেনেহৰ পৰা কৰ্মীসকল যাতে বঞ্চিত হব নালাগে, ইয়াকে সকলোৱে কামনা ৰাখে ।

আজিৰ ৰাজনীতিৰ উৱাদিহ ধৰিবই নোৱাৰি । মই নিজে এতিয়া সক্ৰীয় ৰাজনীতিৰ পৰা আতৰি আছো । আজিৰ খকাখুন্দা ৰাজনীতিত সোমাবলৈ দেহাই অনুমতি নিদিয়ে । আন প্ৰকাৰেই যি হয় দেশৰ সেৱা ধৰাই উচিত বুলি ভাবিছো ।

মই ২০/৪/৭৫ তাৰিখে ৰাতি বৰগুাবাৰীৰ পৰা ঘৰ পালোহি । ২২ তাৰিখে পৰিবাৰক সদৰ হস্পিতাললৈ নিয়া হ'ল । আগতকৈ কিছু উন্নতি হৈছে বুলি ধৰিব পাৰি । হীৰাই মাকৰ লগত আছে । কিমান দিন আৰু হস্পিতালত থাকিব লাগে ক'ব পৰা নাই ।

ঘৰত বাকীবোৰৰ কোনো প্ৰকাৰ । জীউ আৰু পোনা কেইটিক মোৰ মৰম জনাবা । মাজে সময়ে কুশল বাতৰি পাবলৈ আশা ৰাখিলো ।

ইতি

তোমাৰ
গহন

শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

নিকামূল সত্ৰ

তেজপুৰ

৪/৬/৭৫

মৰমৰ শ্ৰীমাকন !

তোমৰ ২/৬/৭৫ তাৰিখৰ চিঠিখনি কালি পাই সুখী হলোঁ। আমাৰ আহুকালবোৰো কিছু পাতলিছে। পৰিবাৰৰ এতিয়া বহুত ভালৈল আহিছে। এসপ্তাহ মানতে হস্পিতালৰ পৰা আনিব পৰা হ'ব যেন পাইছো। বাকীবোৰৰ ভালেই বুলিব পাৰি।

কালিৰ "দৈনিক অসমত" দেখিবলৈ পালো ঢেকীয়াজুলিৰ তোমালোকৰ সেই পবিত্ৰ বাসভৱনটি পূজনীয় দাদা গৰাকীৰ পৱিত্ৰ স্মৃতি ৰক্ষাৰ বাবে ভাৰতীয় কংগ্ৰেছৰ ফালৰ পৰা ২৫,০০০ হাজাৰ টকা অনুদান স্বৰূপে আগবঢ়াইছে। এই কথাভাগ সচাঁ নে ? এই বিষয়ে উৰ্দ্ধতন কৰ্তৃপক্ষই তোমাৰ লগত আলোচনা হৈছিল নে ? যদি ভাৰতীয় কংগ্ৰেছে এই সিদ্ধান্ত লোৱা সঁচা হয়, আৰু ইয়াৰ বাবে যথোপযুক্ত ব্যৱস্থা কৰিবলৈ দিহা-পোহা কৰিছে, তেতিয়াহ'লে ইয়াতকৈ আনন্দ আৰু গৌৰৱৰ কথা একো হ'ব নোৱাৰে। কাকতত পঢ়াৰ পৰা মোৰ মনটো সঠিক খবৰ পাবলৈ উত্ৰাৱল হৈ পৰিছে। সেইবাবে কথাষাৰ নুনুকীয়াই নোৱাৰিলো। তোমাৰ পৰা বাতৰি নাপাওঁ মানে মনটো খু-দুৱাই থাকিব

আমাৰ সকলোৰে আন্তৰিক স্নেহ-শ্ৰদ্ধা জানিবা। শ্ৰীমতী জীউ আৰু পোনাটিলৈকো চেনেহ আগবঢ়ালো। উত্তৰৰ প্ৰতীক্ষাত আছো দেই ! ইতি—

সোদৰোপম,

গহন*

---

**শ্ৰীযুতা পুষ্পলতা দাসে জনাইছে যে তেখেতে উক্ত টকা গ্ৰহণ কৰিব নোখোজাত কৰ্তৃপক্ষৰ ইচ্ছানুযায়ী লোকনায়ক অমিয়কুমাৰ দাস পুঁজিলৈ হস্তান্তৰ কৰা হয়।*

—*সম্পাদক*

শ্ৰীগহন চন্দ্ৰ গোস্বামী
নিকামুল সত্ৰাধিকাৰ

ডাকঘৰ– নিকামুল সত্ৰ
তেজপুৰঃ অসম
দিনাঙ্ক......৫ মাৰ্চ, ১৯৭৫

শ্ৰদ্ধেয় ডাঃ শ্ৰীবৰদলৈদেৱ !

আপোনাসৱক অনেক দিন দেখা সাক্ষাত হ'ব নোৱৰাটো আমাৰ দুৰ্ভাগ্য। যোৱা সাহিত্য সভাৰ তিতাবৰ অধিবেশনতে আপোনাসৱক সাক্ষাত কৰিব পৰা হ'ব, এনে আশা আগৰে পৰা ৰাখিওঁ শাৰীৰিক অসুস্থতাৰ বাবে সেয়াও হৈ নুঠিল, ই আমাৰ চৰম দুৰ্ভাগ্য। গুৰুজনাৰ কৃপা কেতিয়া মিলে ক'ব পৰা নাই।

সি যিনহক, সাহিত্য সভাৰ কেইখনিমান সাহিত্য পুথি পাই তাতেই মনত শান্তি উপজিছে। প্ৰকাশিত "স্মৃতিগ্ৰন্থখনি বঢ়িয়া হৈছে, বহুতো কথা জানিবলৈ অৱকাশ মিলিল। সেই গ্ৰন্থখনিৰ ভিতৰত আপুনি যুগুতোৱা "সাংস্কৃতিক তিতাবৰৰ ৰেহৰূপ" বোলা প্ৰৱন্ধটি পঢ়িবলৈ পাই অনেক অজনা কথা জনাৰ উপৰিওঁ মনলৈ আশাৰ সঞ্চাৰ হৈছে। সংস্কৃতিৰ বিষয়ে বহুতো বক্তৃতা আমি দি অহা হৈছে, প্ৰৱন্ধাদিতো তাক প্ৰকাশ কৰা হৈছে। পিচে, বক্তৃতা বা ৰচনাই সংস্কৃতিক ৰক্ষা কৰিব জানো ? আমি এতিয়ালৈকে সেই বিষয়ে সাধন পথত আগুৱাব নোৱৰা বাবেই আমি আনৰ তুলনাত এখোজো আগবাঢ়িব পৰা নাই। গুৰুজনাই বহুতো সম্ভাৰেৰে আমাৰ সাংস্কৃতিক ভাণ্ডাৰত অফুৰন্ত সম্পদ দি থৈ গৈছে। আমাৰ অৱহেলাৰ কাৰণে সেই সম্পদ ক্ৰমাগত হেৰাইছে যেন লাগিছে। বিশেষকৈ গীত-বাদ্যৰ বিষয়ে আমি নিচলা হোৱা গৈছে। পৰম্পৰামতে গায়ন পদ্ধতিত এই বিদ্যা প্ৰচলিত আছিল, এনে পৰম্পৰাতে শিৰ দি বহুজনেই ইয়াক নিষ্ঠাৰে সৈতে ৰক্ষা কৰিছিল, কিছুদিনৰ পূৰ্বলৈকে। পিচে, এতিয়া এনে নিষ্ঠাৰে পালন কৰিব পৰা ক্ষমতা আমি হেৰুৱাইছো হ'বলা ! নহলেনো আজি শুদ্ধকৈ ৰাগ এটি দিবলৈ, আৰু শুদ্ধ বোলেৰে এখন বাজনা বজাবলৈ অভাৱ হ'ব পাৰে নে ? অসমত খোল আৰু মৃদঙ্গ মুখ্য বাদ্য, মৃদঙ্গ প্ৰাচীন। এই মুখ্য বাদ্য দুভাগৰ শুদ্ধ বোল সমূহ ক্ৰমাগত পাবলৈ নাইকীয়া হৈ পৰাটো আমাৰ কাৰণে দুৰ্ভাগ্যই। এনে দুৰ্ভাগ্যৰ মাজতো এতিয়া যি দুই এগৰাকী পকিত পুৰুষৰ হাতত যি অলপ ৰক্ষা পৰি থাকি আমাৰ গুৰু সেৱা ভাগত সেৱা

ধৰি আহিছে, তাকো পৰিপাতি স্বৰূপে শিকি-বুজি আমাৰ হৃদয়ৰ ধন স্বৰূপে ৰক্ষা কৰিবলৈ আমাৰ তেনে মতি ওপজা নাই।

আমি এই বিষয়ত তেনেই অপটু। কিন্তু এই পৰম সম্পদ ভাগ ৰক্ষা পৰিব লাগে এনে আশা অন্তৰত সদায় জাগ্ৰত। সেইবাবে ৰাগৰ লগতে খোল আৰু মৃদঙ্গৰ বাজনা সমূহ লিপিৱদ্ধ কৰিবলৈ অসমৰ কেইবাগৰাকীও এই বিষয়ে জনা বুজা লোকৰ ওচৰত আমি বিনীত নিবেদন কৰি অহা হৈছে। তাৰ ফল স্বৰূপেই হওঁক বা অন্য শুভ কাৰণতেই হওঁক, কেগৰাকীমান জনা বুজা লোকে খেলৰ বাজনাসমূহ লিপিৱদ্ধ কৰি যুগুতাইছে। কিন্তু মৃদঙ্গৰ বাজনাসমূহ কোনোবা গৰাকীয়ে এনেভাৱে যগুতাইছে বুলি আমি জানিব পৰা নাই। আমি নিজে শ্ৰীশ্ৰীমায়ামৰা দিনজয় সত্ৰলৈ একাধিকবাৰ গৈ অধিকাৰ আতা পুৰুষক আৰু সমূহ বৈষ্ণৱক তেৰাসকলৰ সত্ৰত প্ৰচলিত মৃদঙ্গৰ বাজনা সমূহ লিপিৱদ্ধ কৰিবলৈ আবেদন জনোৱা হৈছিল, তেঁৰাসৱৰ পৰা তেনে আশ্বাসো পোৱা হৈছিল; কিন্তু কিমান দূৰ আগবাঢ়িছে সেয়াওঁ আমাৰ অজ্ঞাত হৈ আছে। আমাৰ শ্ৰদ্ধাৰ গৰাকী অধিবক্তা শ্ৰীযুত মোহন চন্দ্ৰ মহন্ত প্ৰভু জনাই মৃদঙ্গৰ বোল সমূহ শুদ্ধকৈ লিখিব পৰা নহয়, বুলি অলপ কিছু দিনৰ আগতে বাতৰি কাকতত তেখেতে মত প্ৰকাশ কৰাত আমি ঠেৰেঙা লগা অৱস্থাত পৰিব লগা হ'ল। মৃদঙ্গৰ বোল সমূহ আখৰৰে লিখিব নোৱৰা তত্ত্বটি আমি বুজিব পৰা নাই। যি শাস্ত্ৰত মৃদঙ্গৰ উৎপত্তি সম্বন্ধে বৰ্নিত হৈছে, সেই শাস্ত্ৰতে মূল বোল সমূহৰ বিষয়েও আভাস আছে। এনে স্থলত মৃদঙ্গৰ বোল আখৰৰে লিখিব নোৱৰাটো নহয়। ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত প্ৰচলিত খোল, মৃদঙ্গ আৰু পাখোৱাজ আদি বাদ্যযন্ত্ৰৰ বোলসমূহ বৈজ্ঞানিক ভিত্তিত লিখিত হৈ আছে। সেয়েহে আমাৰ ইয়াতো খোল, মৃদঙ্গৰ বাজনা সমূহ লিপিৱদ্ধ কৰিব পৰাটো নিশ্চয় সম্ভৱ। অৱশ্যে, বোল শুদ্ধকৈ ফুটাবলৈ আঙুলিৰ যি মৃদু সঞ্চালনৰ প্ৰয়োজন, সেৱা লিখা কথাত ফুটাবলৈ সম্ভৱপৰ নহয়। ইয়াৰ বাবেই বোল সাধনাৰ প্ৰয়োজন।

মেঙেলিয়ালৰ শ্ৰীযুক্ত গিৰিধৰ সত্ৰাধিকাৰ প্ৰভুৰ লগত আমাৰ তিমান পৰিচয় নাই যদিওঁ তেঁৰা যে মৃদঙ্গ বাজনাৰ বাবে এগৰাকী সুদক্ষ বাদক, সেইভাগ কথা আমাৰ বিদিত আছে। আপোনাৰ প্ৰৱন্ধটিত তেঁৰাৰ পৰা সম্ভৱপৰ মৃদঙ্গৰ বাজনাৰ বোলসমূহ "টেপ্ ৰেকৰ্ড" কৰি ৰাখিবলৈ যত্ন কৰা হৈছে বুলি প্ৰকাশ পোৱাত আমাৰ হিয়াখনি এহাতমান ডাঠ হৈ পৰাদি

পৰিছে। আপোনাৰ গৰা এনে ইঙ্গিত পোৱা গৈছে যেতিয়া সেৱা কাৰ্যত জৰুৰে পৰিণত হ'ব। ইয়াৰ বাবে বিধি ব্যৱস্থা লবলৈ যো-জা কৰা হৈছে বুলি আমাৰ ধাৰণা। "টেপ্ ৰেকৰ্ড" কৰাৰ লগতে সেই বাজনা সমূহৰ বোলভাগ লিপিৱদ্ধ কৰি যাব পাৰিলে আৰু মহৎ কাম এটি হ'ব পাৰে। লিপিৱদ্ধ কৰাৰ পিচত পুথি আকাৰেৰে তাক প্ৰকাশ কৰিবলৈকো যত্ন কৰা উচিত হ'ব। এনেয়ে আমাৰ সেই বিদ্যাৰ প্ৰতি অৱহেলা উপজিছে, এনে অৱস্থাত লিখিতভাৱে তেনে পুথি প্ৰকাশ পালে পঢ়ুৱৈ সকলৰ হয়তো সেই শিক্ষাৰ প্ৰতি ধাউতি উপজিব পাৰে। দ্বিতীয়তে লিখিত হিচাপে তেনে কথাভাগ থাকিলে পিচৰ পুৰুষলৈ গৱেষণাৰো থল ওলাব। সেইবাবে আপোনাক এই বিষয়ে চিন্তা কৰিবলৈ অনুৰোধ জনোৱা হৈছে।

ৰৰদলৈ দেউ!

আমাৰ জীৱন বেলিটি লহিয়াই গৈ পৰো পৰো অৱস্থাত—

*""শৰীৰক পীড়ে ব্যাধি চক্ষুৱে নাকলে।*
*আশা-পাশে বান্ধিয়া গৃহত থাকি গলে॥"*

সেয়েহে অন্তৰত কিছুমান কথাই খুন্দিয়াই মাজে সময়ে বিমোৰত পেলাব লাগিছে। সেই আপাহতেই এই ক্ষুদ্ৰ পত্ৰখনিৰে আপোনাক আমনি দিব লগা হ'ল। ইয়াৰ বাবে আমাক ক্ষমা দিয়া হয় যেন। আমি জাতি হিচাপে জীয়াই থাকিবলৈ আমাৰ যোগ্যতা আছে নে নাই, এই বিষয়েওঁ মনলৈ সন্দেহ আহে। অসমীয়া সংস্কৃতিৰ মাজতে জনম লভি, ইয়াৰ জল-বায়ুতেই জীৱন ধাৰণ কৰি, কেনেকৈ যে আমি পাহৰণিৰ সোঁতত ভটিয়াই খোৱা মেলা হৈছে, আমাৰ দৰে ওদা পুৰুষে ইয়াৰ আঁত বিচাৰি পাবলৈ টান হৈ পৰিছে। যি সকল চিন্তাশীল পুৰুষে অসমীয়া জাতিয়ত্ব ৰক্ষা পৰাৰ কাৰণে থিয়ান দিছে, অকুতোভয়ে আগবাঢ়ি যাব লাগিছে, তেৰাঁ সকলৰ পন্থাই দি যদি আমি নিজকে নিজে তৈয়াৰ কৰি ল'ব পৰা নহয়, তেতিয়া হ'লে আমি জাতি হিচাপে জীয়াই থাকিবলৈ আশা কৰাওঁ মিছা।

গুৰুজনাৰ কৃপাত কোনো প্ৰকাৰ থকা হৈছে মাথোন। শেহত শ্ৰদ্ধা-প্ৰেম—প্ৰীতি আগবঢ়োৱা হ'ল।

ইতি—
প্ৰেমেৰে—
শ্ৰীগহনচন্দ্ৰ গোস্বামী

শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

নিকামুল সত্ৰ
তেজপুৰ
২৮/৬/৭৫

মৰমৰ শ্ৰীজোনাৰাম বোপা;

তোমালৈ চিঠি এখন লিখো লিখো বুলি ভাবি থাকোতেই দিনবোৰ গৈ আছে। যি নহক, আমাৰ বুৰঞ্জীৰ বিষয়ে সম্পূৰ্ণ তত্ব এতিয়াও আমাৰ হাতত পৰাহি নাই। কিছুমান আহিছে যদিও সম্পূৰ্ণ তথ্য বুলি কব নোৱাৰি। সেইবাবে আকৌ যুগুত কৰিবলৈ ভাবি কৰ্মী সকললৈ জনাইছো। দুই চাৰিখনি তথ্য আহি পাইছে। তোমালোকৰ ব্ৰহ্মজান, হেলেম, কলংপুৰ এই তিনিটা মৌজাৰ এলেকাৰ ভিতৰত স্বাধীনতা যুঁজৰ তথ্যখিনি তুমি যুগুতাই দিবা বুলি এই চিঠিখনি পঠালোঁ। তলত দিয়া বিৱৰণমতে তথ্যখিনি যুগুতাই ১০/১৫ দিনৰ ভিতৰত মোৰ হাতত পৰাকৈ পঠাবা বুলি বাট চালো।

বিষয়–

১। ১৯২১ চনৰ অসহযোগ আন্দোলনত যোগদান কৰোঁতা সকলৰ নাম, আৰু সিবিলাকে কৰা কামৰ চমু বিৱৰণ, ইয়াৰ বাবে হোৱা জেল, জৰিমনা আদি নিৰ্যাতনৰ বিৱৰণ,

২। ১৯২১ চনৰ পৰা ১৯৩০ চনলৈকে এই সময়চোৱাৰ ভিতৰত কংগ্ৰেছৰ যি যি কাম হৈছিল তাৰ বিৱৰণ।

৩। ১৯৩০ চনৰ আন্দোলনত যোগদান কৰোঁতা সকলৰ নাম, সিবিলাকে কৰা-কামৰ বৃত্তান্ত আৰু তাৰবাবে হোৱা জেল জৰিমনা আদি নিৰ্যাতনৰ বিৱৰণ।

৪। ১৯৩২ চনৰ আন্দোলনত যিসকলে সক্ৰীয় অংশ গ্ৰহণ কৰিছিল, সেই সকলৰ নাম, কামৰ বিতং বিৱৰণ আৰু নিৰ্যাতনৰ বিৱৰণ।

৫। ১৯৩৯/৪০ চনৰ ব্যক্তিগত সত্যাগ্ৰহত যিসকলে অংশ গ্ৰহণ কৰিছিল, সেই সকলৰ নাম, কামৰ বৃত্তান্ত আৰু জেল জৰিমনাৰ বিৱৰণ'।

৬। ১৯৪২ চনৰ ২০/২১ চেপ্টেম্বৰ তাৰিখে থানা আৰু কছাৰী ঘৰ

আদিত পতাকা উত্তোলন কৰিবলৈ যাওঁতে অনুমান কিমান পুৰুষ মহিলাই সমদল যাত্ৰা কৰি আহিছিল, পুলিচৰ হাতত কেনে অত্যাচাৰ ভুগিব লগা হৈছিল, এই ঘটনাৰ চমু পূৰ্ণাঙ্গ বিৱৰণ, গ্ৰেপ্তাৰ হোৱা সকলৰ নাম। ইয়াৰ পিচতো পুলিচৰ যি অত্যাচাৰ হৈছিল তাৰ বিৱৰণ। আকৌ আত্মগোপনৰ দ্বাৰাই বিভিন্ন দিশত সক্ৰীয়ভাৱে কাম কৰোঁতা সকলৰ নাম, কি কি কামত লিপ্ত হৈছিল তাৰ বিৱৰণ, তেওঁৰ নাম, কামত কৃতকাৰ্যতা লাভ কৰিব পৰা হ'ল নে নাই তাৰো বিৱৰণ লাগে।

৭। ১৯২১ চনৰ পৰা ১৯৪২ চনলৈকে এই সময়ছোৱাৰ ভিতৰত সেই এলেকাৰ ভিতৰত সেৱাদল হৈছিল যদি, সেই সেই ঠাইৰ নাম, তাত শিক্ষা পোৱা সকলৰ নাম আৰু শিক্ষা দিওতা অধিনায়ক সকলৰ নাম পাব লাগে।

ইয়াৰ উপৰিও গমিৰিবৰীত হোৱা ছয়দুৱাৰ ৰায়ত সভাৰ চন, তাৰিখ, অভ্যৰ্থনা সমিতিৰ সভাপতিৰ নাম, মূল সভাৰ সভাপতিৰ নাম, যুৱক সংঘ আৰু মহিলা সভাৰ সভাপতিৰ নাম, মুখ্য কৰ্মীসকলৰ নাম; এই তিনিদিনীয়াকৈ হোৱা সভাত কিমান পুৰুষ মহিলাই যোগদান কৰি ৰাইজৰ মাজত উদ্দীপনাৰ সৃষ্টি কৰিছিল তাৰ বিৱৰণ, এই সভাৰ কাৰণে জ্যোতিপ্ৰসাদ আগৰৱালাদেৱে স্বেচ্ছাসেৱক বাহিনীত মহিলা যুৱতীক অন্তৰ্ভুক্ত কৰি, কেইগৰাকীমান যুৱতীৰে অশ্বাৰোহী বাহিনীও গঠন কৰি যি অভূতপূৰ্ব আলোড়নৰ সৃষ্টি কৰিলে, সেই অশ্বাৰোহী বাহিনীত অন্তৰ্ভুক্ত প্ৰতি গৰাকী যুৱতীৰ নাম অতি জৰুৰী আৰু লাগেই।

ওপৰত উনুকিওৱামতে তথ্যখিনি সংগ্ৰহ কৰি সময়মতে মোলৈ জৰুৰে পঠাবা। সেই তথ্য লিখা কাগজখনিত তোমাৰ চহী আৰু তাৰিখ থাকিব লাগিব। এইখিনি যুগুতাবলৈ যাওঁতে তোমাৰ নিশ্চয় খাটনি হব, সেয়ে হলেও তোমাৰ পৰা এইখিনি তথ্য পাবলৈ মই আশা কৰিলোঁ।

ঘৰত কোনো প্ৰকাৰ। ঘৰৰ সকলোটিয়ে মোৰ চেনেহ জানিবা। ইতি—

স্নেহেৰে—

( স্বা )

শ্ৰীগহন চন্দ্ৰ গোস্বামী

শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

নিকামুল সত্ৰ
তেজপুৰ
৭/৭/৭৮

মৰমৰ শ্ৰীদেউৰাম বোপা !

আমি নিমাতিৰ বাঁহৰৰ পৰাই তোমালৈ ডাক যোগে পত্ৰ এখন পঠোৱা হৈছিল, কিন্তু তেতিয়ালৈকে কোনো উত্তৰ নেপাই চিন্তিত হৈ আছো ।

যোৱা ১৭-৬-৭৮ তাৰিখে নিমাতিৰ বাঁহৰৰ পৰা সত্ৰলৈ অহা হ'ল । সম্প্ৰতি সত্ৰতে থকা হৈছে । বাহঁৰত থকা কেইদিনৰ কথা মনৰ পৰা পাহৰিব পৰা নাই । আমাৰ ভকত-বান্ধৱ সমূহৰ অকৃত্ৰিম প্ৰেমৰ পৰশে আমাক বৰকৈ বান্ধিলে । ৰাতিপুৱাৰ পৰা শেহৰাতিলৈকে পুৰুষ-প্ৰকৃতি, বালক-বালিকা সকলে যেনে শ্ৰদ্ধা-সেৱা আগবঢ়ালে, সেয়া বজাৰত কিনিব পৰা বস্তু নহয় । সন্ধানি আত্মায় সকলো নিজে জানে বাবেই কালৈকো প্ৰতীক্ষা নকৰাকৈ নিজৰ কৰ্তব্য কৰি গৈছে । আজি সেই সকলৰ পৰা আতৰি আহি দুৰ্ঘোৰ সন্তাপত ভুগিব লগা হৈছে । সেই ভকত বান্ধৱ সকলৰ প্ৰতিটি কাৰ্যকে সুমৰি দেই পুৰি মৰা হৈছে । আগৰ অৱস্থা কেতিয়াকৈ পোৱা হ'ব ক'ব পৰা নাই ।

আমাৰ কোনো প্ৰকাৰ কুশল । আমাৰ পৰশলৈ অহা ভকত-বান্ধৱ সমূহক আমাৰ স্নেহ-প্ৰীতি জনাবা । ঘূৰি ডাকতে সৱাৰে কুশল বাতৰি পাবলৈ প্ৰতীক্ষা কৰিলো ।

ইতি—
শ্ৰীগহন চন্দ্ৰ গোস্বামী

# অসমৰ সাংস্কৃতিক সঞ্চালক স্বৰ্গীয় শ্ৰীৰুদ্ৰ বৰুৱালৈ দিয়া চিঠিৰ প্ৰতিলিপি

শ্ৰদ্ধেয় শ্ৰীবৰুৱাদেউ !

আপোনাৰ ডি ও নং চি. এ. ই. ৭/৭৮/২০, ২৫/১১/৭৮ তাৰিখৰ কৃপাৰ পত্ৰভাগ যথা সময়ত পোৱা হৈছে ।

অসমত চৰকাৰী খণ্ডত পাতিবলৈ লোৱা সংগীত মহা বিদ্যালয়খনিক প্ৰকৃত ৰূপত গঢ়ি তুলিবৰ বাবে পৰামৰ্শ সমিতি এখনি গঠন কৰি সেই সমিতিত আমাকো সদস্যৰূপে মনোনীত কৰি আমাক কৃতাৰ্থ কৰা হৈছে ।

পিছে আজি কিছুদিনৰ পৰা আমি শাৰীৰিক অসুস্থতাত ভুগি থাকিবলগীয়া হোৱাত সেই পদ গ্ৰহণ কৰিবলৈ অপাৰগ হোৱা হৈছে । আমাৰ এনে অক্ষমতাৰ বাবে ক্ষমা পাবলৈ মিনতি জনোৱা হ'ল ।

প্ৰস্তাবিত এই সংগীত মহাবিদ্যালয়খনি অতি সোনকালে গঢ় লৈ উঠক ইয়াকে একান্ত কামনা ৰাখি শ্ৰদ্ধা আগবঢ়োৱা হৈছে ।

স্বাঃ

শ্ৰীগহন চন্দ্ৰ গোস্বামী

১/১২/৭৮

# পূজ্যপাদ নিকামুল সত্ৰাধিকাৰ প্ৰভু শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামীৰ মহাপ্ৰয়াণত তেজপুৰবাসী ৰাইজৰ ৰাজহুৱা সভাত গৃহীত শোক প্ৰস্তাৱ।

সৰ্বজন শ্ৰদ্ধেয় পূজ্যপাদ নিকামুল সত্ৰাধিকাৰ প্ৰভু শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামীদেৱৰ মহাপ্ৰয়াণত, তেজপুৰবাসী ৰাইজৰ আজিৰ এই সভাই গভীৰ শোক প্ৰকাশ কৰে।

একাধাৰে ধৰ্মগুৰু, সমাজ সংস্কাৰক, সু-সাহিত্যিক, সু-গায়ক, সৰ্বশ্ৰেষ্ঠ খোল-বাদক, একনিষ্ঠ গান্ধীবাদী, মুক্তি যুঁজাৰু, বিপ্লৱী ৰাজনীতিবিদ, ধৰ্মপ্ৰাণ মিলন আৰু সমন্বয়ত ব্ৰতী, জ্ঞানী, সু-পণ্ডিত সত্ৰাধিকাৰ প্ৰভুৰ বিয়োগে পৰ্বত ভৈয়ামকে সামৰি পূৰ্ব ভাৰতৰ অপূৰণীয় ক্ষতি সাধন কৰিলে। এই শূন্য ঠাই পূৰাবলৈ তেনে মনীষাৰ আৰু সম্ভাৱনা নাই বুলি আজিৰ সভাই অতি দুখেৰে অনুভৱ কৰে।

বেদনাক্লিষ্ট তেজপুৰবাসী ৰাইজৰ আজিৰ এই সভাই, বিগত পবিত্ৰ আত্মাৰ চিৰ শান্তি আৰু বৈকুণ্ঠত স্থিতি কামনা কৰে আৰু সমগ্ৰ অসমবাসীৰ লগতে শোক সন্তপ্ত পৰিয়ালবৰ্গলৈ গভীৰ সমবেদনা জ্ঞাপন কৰে।

স্বাঃ

চন্দ্ৰধৰ গোস্বামী

১৯/১/৭৯

সভাপতি

তেজপুৰ বাসী ৰাইজৰ ৰাজহুৱা সভা।

## গোঁসাইৰ বিয়োগত মধ্যপ্ৰদেশৰ সতীৰ্থস্বৰূপ এন ভি বাপটৰ সমবেদনা (প্ৰতিলিপি)

**Om**

My dear Sri S. Goswamiji,

I was shocked to learn about Shree G. C. Goswami's demise on the 18th Jan. from Mr. M. Bora of N. Lakhimpur.

I chould not visit Assam as I had a paralytic stroke benumbing my right half of the body, confining me to hed for over 6 months. I am recovering now. But your grief is mine. Such was his affection for me. He was my guru to initiate me to Assamese "Namghosha"

He preserved the classical style of vocal music.

Please let me share the family bereavement. I have no doubt that he has obtained Mukti.

N.V. Bapat.

## ১৯৫৩ চনৰ বাজেট অধিৱেশনত দিয়া ভাষণৰ সাৰাংশ

অধ্যক্ষ মহোদয়,

মোকো বাজেট আলোচনাত অংশ গ্ৰহণ কৰিবলৈ সুযোগ দিয়াত আপোনাক ধন্যবাদ জনাওঁ ।

প্ৰথমতে যি কোনো আঁচনি হাতত লোৱাৰ আগতে স্থান আৰু সংশ্লিষ্ট বিষয়ৰ সবিশেষ চেক্সাচ্ এটা কৰি লৈহে কামত নামিব লাগে । নহলে বাস্তৱৰ লগত সম্পৰ্ক নথকা, কামত নলগা কথাত হে অপচেষ্টা কৰি ধন আৰু শ্ম নষ্ট কৰা হ'ব ।

২। বাজেটৰ অন্তৰ্গত পৰিকল্পনাবোৰ কাৰ্যতঃ সম্পূৰ্ণভাৱে প্ৰয়োগ কৰিব লাগে ।

৩। জন স্বাস্থ্য ৰক্ষাৰ শিতানত প্ৰয়োজন মতে নতুন চিকিৎসালয় নিৰ্মান কৰিব লাগে আৰু আগৰবোৰ উন্নিত কৰিব লাগে ।

৪। পশুধনৰ চিকিৎসা– তেজপুৰ সদৰত ১৪টা মৌজাৰ ভিতৰত এখন পশু চিকিৎসালয় । তেনেকৈ বিহালী অঞ্চলত কেবাটাও মৌজাত পশু চিকিৎসালয় নায়েই । উত্তৰ তেজপুৰ ঢেকীয়াজুলি আৰু ৰঙাপাৰাত তিনিখন পশু হস্পিটেল হব লাগে । চাপৰি বিলাকৰ পৰা চহৰত গাখীৰ আৰু হালোৱা দমৰা যোগান ধৰে । সিবিলাকত পশু চিকিৎসালয় থাকিব লাগে আৰু উন্নত ষাঁৰ গৰুৰ যোগান দিব লাগে ।

৫। জনস্বাস্থ্য– চাৰিআলিৰ পৰা জিয়াভৰলৈ ১৪ মাইল । তাত এখন চিকিৎসালয় হব লাগে । তেজপুৰ সদৰ হস্পিটেলত এক্সৰে সৰঞ্জামৰ ব্যৱস্থা থাকিব লাগে । মফচলৰ ডিস্পেন্সাৰীবোৰত মাইক্ৰচস্কোপৰ যোগান দিব লাগে । তাত নাৰ্চৰো ব্যৱস্থা থাকিব লাগে । নাৰ্চৰ থকাৰো সুবিধা লাগে । কিছু ঠাইত ধাই নাৰ্চৰ ব্যৱস্থা আছে কিন্তু থাকিবলৈ সুবিধা কৰি দিয়া নাই । মাইকী কৰ্মচাৰীৰ থকাৰ সুবন্দবস্ত কৰি দিয়া অত্যন্ত আৱশ্যক ।

৬। শিক্ষা-নিম্ন প্ৰাইমাৰী স্কুলৰ শিক্ষকৰ দৰমহা অতি কম । পুৰুষতকৈ মহিলাৰ দৰমহা কম । দুয়ো ক্ষেত্ৰতে উন্নতি হব লাগে । স্ত্ৰী শিক্ষাৰ বহুল প্ৰচাৰৰ ব্যৱস্থা হব লাগে । স্ত্ৰী-পুৰুষৰ সমানে উন্নতি হলেহে সমাজ আগবাঢ়িব ।

৭। ভূমি সমস্যা– জমিদাৰ আৰু ভূমিদাৰ সকলৰ পৰা অতিৰিক্ত মাটি

অধিগ্ৰহণ কৰি ভূমিহীন খেতিয়কৰ মাজত বিতৰণ হব লাগে। বেদখলকাৰী চহকী সকলক প্ৰশ্ৰয় দিব নালাগে। গ্ৰাণ্ট আদি খুলি দিওঁতে অৱশ্যে ভবিষ্যত বংশধৰ সকললৈকো চিন্তা কৰিব লাগে। যি সকলৰ কাৰণেও কিছু কিছু মাটি সংৰক্ষণ কৰা দৰ্কাৰ। তাৰোপৰি দেবোত্তৰ, ব্ৰহ্মোত্তৰ নিস্পখেৰাজ আদি গ্ৰাণ্টৰ শিতানত থকা মালিক সকলে মাটিৰ ওপৰতে সুখ ভোগ কৰি আছে। অথচ খেতিয়ক শ্ৰেণীয়ে মাটিৰ অভাৱত কৰ্মহীন হৈ দুখ ভোগ কৰিছে। এনে অৱস্থাত উক্ত গ্ৰাণ্টবোৰৰ অতিৰিক্ত মাটিও অধিগ্ৰহণ কৰি ভূমিহীন খেতিয়কৰ মাজত বিতৰণ হ'ব লাগে। তেনে কৰিলেও মাটিৰ সমস্যা কিছুদূৰ লাঘব হ'ব। অৱশ্যে মাটিৰ সমস্যা সমাধান সহজ কথা নহয়। চৰকাৰ কিছু কঠোৰ হবই লাগিব নহ'লে শাসন নচলে। চৰকাৰে সমস্যাবোৰ সমাধান কৰিবলৈ আগবাঢ়িছে। তাত যেন কৃতকাৰ্য হয়, ইয়াকে আশা কৰোঁ। ভগবান সহায় হওঁক।

## ১৯৫৪ চন

স্বৰ্গীয় গহন চন্দ্ৰ গোস্বামী এই বছৰ Member, House Committee on petitions relating to Bills for the current session of the Assembly ৰ সভ্য মনোনীত হয়। তেখেতে বিধান সভাৰ এই শাখা সমিতি আৰু অধিবেশনবোৰত নিয়মীয়াভাৱে উপস্থিত আছিল।

এই চনৰ বাজেট অধিবেশনতো অংশ গ্ৰহণ কৰি তেখেতে কয়–

বাজেটত ঘাটি দেখুৱা হৈছে। এনে অৱস্থাত চৰকাৰৰ বিবেচনা বিষয় হ'ব আঁচনি সমূহৰ অনুক্ৰম (Priority) বিচাৰ কৰি উলিওৱাটো। তেনে কৰি অপৰিহাৰ্য আঁচনিবোৰ আগে আগে কৰি বাকীবোৰ ক্ৰমে হাতত লব লাগে।

**যাতায়ত** : দেশৰ ভিতৰুৱা অঞ্চলৰ আলি পদুলিয়ে অগ্ৰ বিবেচনা পাব লাগে। নহলে এই অঞ্চলবোৰ সদায়ে পিচ পৰি থাকিব। তাৰোপৰি উন্নত যাতায়তেৰে খেতিয়কে উৎপাদিত ফচলবোৰ বজাৰলৈ উলিয়াই অনা সুচল পাব। তেতিয়া তেওঁলোকে প্ৰত্যেক বস্তুৰে উচিত মূল্য পাব পাৰে। ৰাস্তাৰ অভাৱতে বস্তু বেহানি বজাৰলৈ উলিয়াই নানি আধামূলীয়াকৈ বেচা ব্যৱস্থা দূৰ কৰিব লাগে। মুঠতে গড় কাপ্টানী বিভাগে ৰাস্তা নথকা অঞ্চলত নতুন ৰাস্তা নিৰ্মান আৰু থকা ৰাস্তাবোৰৰ উন্নতি সাধন কৰিব লাগে।

**খোৱা পানী** : আমাৰ গাঁও অঞ্চলত খোৱা পানীটোপাৰ বৰ অভাৱ।

বিশুদ্ধ খোৱা পানীৰ অভাৱতে বৰ্তমানে বেমাৰত ভুগী আছে গঞ্জা ৰাইজ। বেমাৰে তেওঁলোকক নিশকতীয়া কৰি পেলাইছে। পানীৰ শিতানত যি ধন সংৰক্ষিত কৰা হৈছে যি পৰিমিত নহ'ব বুলি মোৰ ধাৰণা। খোৱা পানীৰ আঁচনি সম্প্ৰসাৰণ কৰিবলৈ মই চৰকাৰক টানি অনুৰোধ জনাওঁ।

**কৃষি ঋণঃ** আমাৰ সৰহ লোক কৃষিজীৱি। চৰকাৰে লোৱা সৰহ শস্য উৎপাদন আঁচনি অতি উপযোগী হৈছে। কৃষক সকলক কৃষি ঋণৰ সুবিধা প্ৰদান কৰিলে সৰহ শস্য উৎপাদন আঁচনি ৰূপায়ন কাৰ্যকৰী কৰাত সুবিধা হ'ব বুলি ভাবোঁ।

**খাদ্যঃ** খাদ্যৰ উন্নতি নহ'লে শাৰীৰিক আৰু মানসিক উন্নতি হোৱা টান। আমাৰ খাদ্যৰ ভিতৰত গাখীৰ আৰু মাছেই প্ৰধান। এই বিষয় দুটালৈ মই চৰকাৰৰ বিশেষ ধ্যান আকৰ্ষণ কৰো। মোৰ বিবেচনাৰে, চৰকাৰে মীন বিভাগৰ জৰিয়তে বহুলভাৱে ৰাইজৰ মাজত প্ৰচাৰ চলাই আৰু যাৱতীয় সা-সুবিধা দি মাছৰ উৎপাদন বৃদ্ধি কৰিবলৈ চেষ্টা কৰিব লাগে। আমি জানিছো যে মাছৰ উৎপাদন হ্ৰাস পাইছে। মাছ কমি পানীৰ বৃদ্ধি হৈছে। মানুহে মাছৰ অভাৱত নিৰামীষভোজী হবলৈ বাধ্য হৈছে। বুঢ়ালোকে কৈছিল "শাহুৱে গৰকা বোৱাৰী, মাছে গৰকা পাচলি।" তাৰ অৰ্থ– স্বাস্থ্যোন্নতি কৰিবলৈ মাছ গাখীৰ অপৰিহাৰ্য। তাৰ অভাৱত আমাৰ উঠি অহা ল'ৰা-ছোৱালীবোৰ নিশকটীয়া হৈ যাব। তেওঁলোকেই আমাৰ ভৱিষ্যত, আশা ভৰষাৰ স্থল। আমাৰ দেশৰ প্ৰতিভূ। গছৰ পুলিৰ গোৰত পানী নিদিলে যেনেকৈ মৰহি যায় আমাৰ ভৱিষ্যত বংশধৰ সকলো পুষ্টিকৰ আহাৰৰ অভাৱত চেৰেলা পৰিব। গতিকে তাক প্ৰতিৰোধ কৰি উন্নত খাদ্য সামগ্ৰী উৎপাদন তৰিৎ গতিত কৰিবই লাগিব।

**চিকিৎসাঃ** বিত্তমন্ত্ৰী ডাঙৰীয়াই এই শিতানত কিছু মঞ্জুৰি ধৰিছে। কিন্তু যি পৰ্যাপ্ত নহ'ব। আমি গাখীৰ উৎপাদনৰ কথা কৈছো। কিন্তু গৰু নিৰোগী কৰি ৰাখিবলৈ গৰু-ম'হক বেমাৰৰ পৰা নিৰাময় কৰি তুলিবলৈ, পশু চিকিৎসালয়, চিকিৎসা আৰু ঔষধৰ পৰ্যাপ্ত ব্যৱস্থা কৰিবই লাগিব। নহ'লে হালৰ গৰু, খিৰতী গাই ৰক্ষা পৰিব কেনেকৈ ? গতিকে চিকিৎসালয় নোহোৱাবোৰত অচিৰে ব্যৱস্থা হ'ব লাগে।

**কুটিৰ শিল্পঃ** কুটিৰ শিল্পৰ বিষয়টি এটা ডাঙৰ বিষয়। কুটিৰ শিল্প আমাৰ হাতৰ পৰা নোহোৱা হৈছেহি। আমাৰ লাজৰ কথা যে গাঁৱৰ মানুহৰ ঘৰতো খৰাহী পাচী নোহোৱা হ'ল। গতিকে যি পুৰণি কুটিৰ শিল্প

আমাৰ আছে সেইবোৰৰ উন্নতি সাধন কৰি, ঘৰৰ তাত শিল্পৰো উন্নতি কৰি কুটিৰ শিল্প দৃঢ় প্ৰতিষ্ঠানৰ বাবে চৰকাৰে যত্ন কৰিব বুলি আশা কৰিলোঁ ।

**যান্ত্ৰিক সহায়েৰে খেতিঃ** খেতি সম্পৰ্কে যি আঁচনি চৰকাৰে কাৰ্কীত লৈছে তেনে আঁচনি আন ঠাইলৈকো সম্প্ৰসাৰিত হ'ব লাগে । দৰং জিলাৰ ভিতৰত মঙ্গলদৈ মহকুমাৰ অন্তৰ্গত কলি ঘোলাত প্ৰায় চৌত্ৰিশ হাজাৰ বিঘামান মাটি একে ঠাইতে পৰি আছে । তেনে মাটিত উক্ত আঁচনি লব পৰা যায় ।

**যাতায়তঃ** মঙ্গলদৈ– উত্তৰ গুৱাহাটী আৰু মঙ্গলদৈ– উত্তৰ লক্ষীমপুৰ ৰাস্তাত উন্নতি সাধন হব লাগে । এইটিয়েই উত্তৰ পাৰৰ ঘাই বা একমাত্ৰ পথ । বাৰু, মহোদয়ে সময় উকলাৰ সঙ্কেত দিয়াত ইমানতে সামৰো ।

১৩ । ৩ । ৫৬

অধ্যক্ষ মহোদয়,

বাৰ্ষিক পৰিকল্পনা বা ২য় পঞ্চ বাৰ্ষিক পৰিকল্পনা ৰূপায়ন কৰিবলৈ লওতে আমাৰ দক্ষতাৰ আৱশ্যক হব । সুদক্ষ লোকেহে আত্মনিয়োগ কৰি সুফল লাভ কৰিব পাৰে । যি কোনো সুন্দৰ আঁচনিয়েই নহওক, তাক যদি ভালভাৱে পালন কৰা নহয় তাৰ পৰা কেতিয়াও সুফল লাভ কৰিব নোৱাৰি । যিখন সমাজত সেই মত প্ৰবৰ্ত্তন হব, সেইখন সমাজৰ নৈতিক মানদণ্ড নিশ্চয় উন্নত হব লাগিব । সেয়ে নহ'লে লাভলৈ চাওতে মূলৰো হতাহতি হোৱাটো পূৰা সম্ভৱ ।

আজি কংগ্ৰেছে এখন সমাজবাদী সমাজ গঢ়িবলৈ সঙ্কল্প গ্ৰহণ কৰিছে । এইখন সমাজ প্ৰতিষ্ঠা হব কত ? বৰ্তমানৰ সমাজত তেনে গঢ় দিবলৈ বহুত পুৰুষাৰ্থ কৰিব লাগিব । সেইকাৰণে চৰকাৰৰ দায়িত্ব দুগুণে বাঢ়ি গৈছে । দুবেলা দুমুঠি খাবলৈ নোপোৱা, বেমাৰ হলে চিকিৎসা কৰিবলৈ ব্যৱস্থা নোপোৱা, শৰীৰত মেৰিয়াই লবলৈ এটুকুৰা কাপোৰ নোপোৱা, আত্মজ্ঞান লাভ কৰিবলৈ প্ৰকৃত শিক্ষা নোপোৱা, অনাহাৰে– অৰ্দ্ধাহাৰে যাৰ ব্ৰহ্ম সঙ্কুচিত জ্ঞান সেইখিনি পূৰঠ কৰিবলৈ সকলো প্ৰকাৰে চেষ্টা হোৱাটো আমাৰ অপৰিহাৰ্য কৰ্ত্তব্য । যি সকলৰ ওপৰত সেই গুৰু ভাৰ ন্যস্ত হৈছে,

সেই সকলৰ মনে মুখে কামে একে হবই লাগিব। প্ৰকৃত আৰ্হি বাদ দি অকল সমাজত এই সদনত দীঘলীয়া বক্তৃতা দি দেশ আৰু দহৰ উন্নতি কৰিব নোৱাৰি।

২য় পঞ্চ বাৰ্ষিক পৰিকল্পনা যিভাৱে প্ৰস্তুত কৰা হৈছে সেইভাৱে ৰূপায়নত আমি সকলোৱে আপ্ৰাণ চেষ্টা কৰা উচিত হ'ব। চৰকাৰেও তাৰ নিৰীক্ষণ কৰি কামত তীক্ষ্ণ দৃষ্টি ৰাখিব লাগিব। দেশ শাসনত "দেশতকৈ মোমাই ডাঙৰ নহয়" এই বাণী সদায় মনত ৰাখিব লাগিব।

আমাৰ অসম ৰাজ্য যে ভাৰতৰ সবাতকৈ পিচ পৰা তাক নুই কৰিব নোৱাৰি। পৰ্বতে-ভৈয়ামে থকা জনজাতীয় ভাই সকল, আৰু অসংখ্য বনুৱা ভাই-ভনী সকলৰ আৰ্থিক, মানসিক আদি উন্নতি কেনেকৈ হ'ব পাৰে তাৰ বাবে সক্ৰিয় চেষ্টা হোৱা উচিত। মই নিৰ্বাচিত হৈ অহা গহপুৰ বিধান সমষ্টিৰ ভিতৰত জনজাতীয় আৰু বনুৱা ভাই-ভনীয়েই সৰহ। তেখেত সকলৰ অৱস্থালৈ মন কৰিলে দুখ লাগে। শিক্ষা আদিতো পিচ পৰা। এই সকলক সৰ্বতোপ্ৰকাৰে উন্নত কৰাটো আমাৰ অৱশ্যে কৰ্ত্তব্য। ইয়াৰ বাহিৰে সাধাৰণ ৰাইজৰ ভিতৰতো সেই একে অৱস্থাকে বুলি কব পাৰি। অসংখ্য মানুহ মাটি-বাৰীহীন। শিল্প বুলি কবলৈ শূন্য। কাজেই অৱস্থাৰ বিপৰ্যয় ঘটিছে। এই ঠাই বিলাকত যাতে কিছু গৃহ-শিল্প গঢ়ি তুলিব পাৰি তালৈ চকু দিয়া উচিত। শিল্প গঢ়ি তুলিবৰ বাবে সমবায় সমিতিৰ যোগে ঋণ দি হওক বা আন প্ৰকাৰেই হওক তাৰ ভাল ব্যৱস্থা হ'ব লাগে। মাটিহীন লোকক যথা সম্ভৱ মাটিৰ যোগান ধৰি খেতি কৰিবলৈ সা-সুবিধাবোৰ কৃষি বিভাগৰ যোগে দিয়া উচিত। যিবোৰ ঠাইত স্কুল আদি এতিয়াও হোৱা নাই, সেইবোৰ ঠাইত স্কুল আদিৰ সুবিধা কৰি তেওঁ বিলাকৰ মাজত শিক্ষাৰ প্ৰসাৰৰ ব্যৱস্থা হ'ব লাগে। যাতায়তৰ অসুবিধাৰ কাৰণে প্ৰায় বহুত বস্তু অধিক বা অত্যাধিক মূল্য দি কিনিব লগা হয় আৰু বিক্ৰি কৰিব লগা বস্তু কম দামত বিক্ৰি কৰিব লগা হয়। বাৰিষা কালৰ যাতায়তৰ কথাটো ভাবিবই নোৱাৰি এই যাতায়তৰ উন্নয়ন হোৱা উচিত। সুখৰ কথা যে ডাঙৰ নদীত দলঙৰ ব্যৱস্থা হাতত লৈছে। উত্তৰ গুৱাহাটীৰ পৰা উত্তৰ লক্ষীমপুৰলৈ পৰিবহন বিভাগে গাড়ী চলাবলৈ লোৱা সিদ্ধান্তটো অতি আনন্দৰ কথা। এই বছৰতে লোৱাটো সু-খবৰ। আশা কৰো, ক্ষীপ্ৰ গতিৰে প্ৰস্তুতি আগ বাঢ়িব।

অধ্যক্ষ মহোদয়, পুষ্টিকৰ আহাৰ তথা মাছ গাখীৰৰ অভাৱ দুৰীকৰণৰ

ব্যৱস্থা চৰকাৰে শীঘ্ৰে কৰিব লাগে। উন্নত জাতৰ গাই পুহি বিশুদ্ধ গাখীৰ সুলভ মূল্যত যোগান দিয়া আৰু মাছ পোহাৰ ব্যৱস্থা জনপ্ৰিয় আৰু চৰকাৰী আয়াসতো কৰি বাইজক যোগান ধৰিব লাগে। জাতীয় পুষ্টিহীনতা দূৰ কৰিবই লাগিব। তাৰ কাৰণে চৰকাৰৰ লোকচান হলেও কৰাটো উচিত বিবেচনা কৰো। চৰকাৰে ব্যৱসায় বুদ্ধিৰে এই কাম কৰা উচিত নহ'ব।

সৰ্বশেষত বিত্ত মন্ত্ৰী ডাঙৰীয়াৰ বাজেটত ডাঙি ধৰা আঁচনি সমূহ যাতে পৰিপূৰ্ণ ভাৱে ৰূপায়িত হব পাৰে তাৰ কাৰণে সৰ্বতোপ্ৰকাৰ চেষ্টা কৰিবলৈ অনুৰোধ জনাওঁ। ভগৱানৰ ওচৰতো প্ৰাৰ্থনা জনাওঁ যেন এই কাম কৰিবলৈ সকলোকে সমৰ্থবান কৰায়। ধন্যবাদ

★ ★ ★ ★ ★

'শ্ৰদ্ধেয় কলিতা,

............. স্বৰ্গীয় গোস্বামী সম্বন্ধে লিখাত কিছু সময় লাগিব, কাৰণ মোৰ নিজৰ বৃত্তান্ত মেলি চালেহে তাৰিখ আদি ওলাব। তেৰাৰ লগত প্ৰথম পৰিচয় হয় ১৯৩১ চনৰ আন্দোলনত যোগ দিবলৈ তেজপুৰলৈ যাওঁতে। তেতিয়া মোৰ বয়স ২১/২২ বছৰ আৰু তেখেত চফল ডেকা, প্ৰায় ৪০ বছৰীয়া। ইয়াৰ পিছত তেজপুৰ জেলত ১৯৩২ চনত একেলগে। তাৰ পিছত আকৌ ১৯৪১ চনত পুনৰ তেজপুৰ জেলত। তাৰ পিছত ১৯৩৭ চনত নেফাৰ লগত সংযোগ স্থাপনৰ কালত তেখেতকে আমাৰ সমিতিৰ (সোঁৱণশিৰি সেৱা সমিতিৰ) সভাপতি কৰি লৈ কাম আৰম্ভ কৰিছিলোঁ। তেখেতে বৃদ্ধ বয়সতো আমাৰ লগত ১৯৭২–৭৩ চনত নেফা ভ্ৰমণ কৰিছিল। অসুস্থ দেহাৰেই আমাৰ লগত জিৰো, দাপৰিজো আদিলৈ গৈছিল। সেইবিলাক তাৰিখ সহ আছে।'

স্বাঃ শ্ৰীমহানন্দ বৰা।

২৪/৬/৯০

## শ্ৰীশ্ৰী গহন চন্দ্ৰ গোস্বামী

বিশ্বনাথ চাৰিআলি লেহুগাঁওৰ শ্ৰীকুঞ্জ হাজৰিকাই গ্ৰন্থ সম্পাদকলৈ লিখা চিঠিৰ অংশ বিশেষ)

২৫/১২/৮৯ বিষ্ণুপুৰ, পোঃ লেহুগাঁও ।

'বিশেষ তেখেতে ১৯৫৬ চনত মোক আৰু স্বৰ্গীয় হৰ হাজৰিকাক লৈ বিশ্বনাথ চাৰ্কোল চাহ মজদুৰ ইউনিয়নৰ মজদুৰ সকলৰ থনচেৰেক বাগানত অৱস্থাপন্ন চৰ্দাৰ, চকিদাৰ আৰু ঠাই বিশেষে মজদুৰ কৰ্মীৰ পৰাও সামান্য হিচাবে ধন সংগ্ৰহ কৰিছিল । উদ্দেশ্য হিন্দু মজদুৰ বিশেষকৈ উৰীয়া লাইনবোৰৰ আশ্ৰয়ত একোটা ক্লাবঘৰ কৰাই তাত মহাপুৰুষীয়া চালি নাচ, সূত্ৰধাৰী নাচ, দশাৱতাৰ নাচ ইত্যাদিৰে একোটা অনুষ্ঠান প্ৰতিষ্ঠা কৰা । আনহাৰ্তে তেজপুৰৰ কোনো ঠাইত বা তেখেতৰ সত্ৰৰ ভিতৰতে আৰম্ভণি কৰি এটা ডেকা ল'ৰাৰ দলক প্ৰশিক্ষণ দিওৱা হ'ব । তেওঁলোকৰ সহায়ত ক্লাববোৰ নামঘৰলৈ ৰূপান্তৰ কৰি মহাপুৰুষৰ ধৰ্ম সংস্কৃতিৰ কেন্দ্ৰ গঢ়ি তোলা হ'ব ।

মই সেই সময়ত বিশ্বনাথ চাৰ্কোল চাহ মজদুৰৰ INNTUC-ৰ ইনচাৰ্জ আছিলো । স্বৰ্গীয় হৰ হাজৰিকা সহযোগী আছিল । তেখেতে অসমীয়া গীতৰ সুৰ সঞ্চাৰ ভাল জানিছিল । ময়ো কিছু জানিছিলোঁ । ভৰলীৰ পৰা বুৰৈ পৰ্যন্ত ৩২/৩৫ খন বিশ্বনাথ চাৰ্কোলৰ বাগান । শশী গোঁহাই বুৰৈ চাৰ্কোলত পৰে । বুৰৈ নদীৰ পৰা কলাবাৰী পৰ্যন্ত বুৰৈ চৰ্কোলৰ অন্তৰ্গত । গোঁহাই সেই চাৰ্কোলৰ কৰ্মী । উদ্দেশ্য একে ।............'

স্বাঃ কুঞ্জ হাজৰিকা

# গহন গোস্বামীৰ দিন লিপি

গোস্বামীদেৱৰ ধাৰাবাহিক দিন লিপি ১৯৫১ চনৰ পৰাহে আমাৰ হাতত পৰিছে। তাত তেখেতৰ বিভিন্ন কৰ্মক্ষেত্ৰৰ লগত একে সময়তে বহু অনুষ্ঠানৰ লগত ৰখা যোগাযোগৰ আভাষ পোৱা যায়। তাৰে প্ৰথমৰ পৰা কিছু নিদৰ্শন নিবেদন কৰা হ'ল। আৰম্ভ কৰিছে ১৯৫০ৰ ৩১ ডিচেম্বৰত। প্ৰায়বোৰত আয় ব্যয়ৰ হিচাবো লিখা আছে।

৩১/১২/৫০ ৰাতিপুৱা লক্ষীমপুৰলৈ ৰাওনা কৰি অহা হয়। ৰাতি লক্ষীমপুৰত।
মটৰ ভাৰা আৰু খোৱা খৰছৰ বাবদ—১০ ॥

১/১/৫১ শ্ৰীযুত ভোলা বৰুৱা প্ৰভৃতি মিছনৰ কৰ্মীসকলৰ সৈতে হৰিজন স্কুলৰ দুৱাৰ মুকলি কৰাৰ বিষয়ে আলোচনা কৰা হয়।
খোৱা খৰছ —২

২/১/৫১ হৰিজন স্কুলৰ শিক্ষয়িত্ৰীক লগ ধৰি স্কুলৰ বিষয়ে আলোচনা কৰা হয় আৰু কৰ্মী সকলেৰে আলোচনা কৰি আগত ১০/১/৫১ তাৰিখে স্কুলৰ দুৱাৰ মুকলিৰ দিন স্থিৰ কৰা হয়।
খোৱা খৰছ—১

৩/১/৫১ ৰাতি পুৱা তেজপুৰলৈ মটৰেৰে ৰাওনা কৰা হয়।
মটৰ ভাৰা আৰু খোৱা খৰছৰ বাবদ—১০

৪/১/৫১ তেজপুৰৰ কংগ্ৰেছ কৰ্মীসকলৰ সৈতে আলোচনা /৫১ জিলা কংগ্ৰেছৰ ১ম অধিবেশনত যোগদান। শ্ৰীযুত কামাখ্যা প্ৰসাদ ত্ৰিপাঠী সভাপতি, শ্ৰীযুত মহিম চন্দ্ৰ সিংহ, সহ সভাপতি, শ্ৰীযুত মহীকান্ত দাস, সম্পাদক শ্ৰীযুত বিশ্বদেৱ শৰ্মা, সহ সম্পাদক আৰু শ্ৰীযুত বিজয় চন্দ্ৰ ভাগৱতী, ধনভৰালী নিৰ্বাচিত হয়।

৯/১/৫১ ৰাতিপুৱা মটৰেৰে লক্ষীমপুৰলৈ ৰাওনা কৰা হয়। ৰাতি লক্ষীমপুৰত।
মটৰ ভাৰা আৰু খোৱা খৰছৰ বাবদ—১০
এই তাৰিখেই ডাঃ শ্ৰীযুত হৰিকৃষ্ণ দাস আৰু শ্ৰীযুতা অমল প্ৰভা দাস গুৱাহাটীৰ পৰা আহি পায়। তেখেতসকলক লগ ধৰা হয়।

১০/১/৫১ দিনৰ ১ বজাত মাননীয় ডাঃ শ্ৰীযুত হৰিকৃষ্ণ দাসদেৱে হৰিজন স্কুলৰ দ্বাৰ উন্মোচন কৰে। এই স্কুল শ্ৰীমন্ত শঙ্কৰ মিছনৰ ফালৰ পৰা স্থাপন কৰা হৈছে।

খোৱা খৰছ–৩

১১/১/৫১ টাউনত থাকি স্কুলৰ বাবে প্ৰচাৰ কৰা হয়।
খোৱা খৰছ–২ ।

১২/১/৫১ শ্ৰীযুত বি কে ভাণ্ডাৰীৰে সৈতে বালিগাঁও সাহায্য কেন্দ্ৰলৈ যোৱা হয়। আৰু তাৰ পৰা ফিৰি আহি ৰাতি টাউনত থকা হয়।
খোৱা খৰছ–১ ।

১৩/১/৫১ ৰাতিপুৱা মটৰেৰে তেজপুৰলৈ ৰাওনা কৰা হয়। ৰাতি ঘৰত থকা হয়।

মটৰ ভাৰা আৰু খোৱা খৰছৰ বাবদ– ১০

১৪/১/৫১ বিহুৰ বাবে ঘৰত।

১৫/১/৫১ ভাগৱতী ত্ৰিপাঠীৰে সৈতে ৰঙাপাৰালৈ যোৱা হয়। তাৰ পৰা ঘূৰি আহি আগৰৱালাদেৱক আনিবৰ কাৰণে জাহাজঘাটলৈ যোৱা হয়।

১৬/১/৫১ আগৰৱালাৰ শুশ্ৰূষাৰ কাৰণে থকা হয়।

১৭/১/৫১ দিনৰ তিনি বজাত অসমৰ অগ্নিকবি সাহিত্যিক ৰূপকোঁৱৰ শ্ৰীজ্যোতিপ্ৰসাদ আগৰৱালাদেৱৰ মহাপ্ৰয়াণ।

১৮/১/৫১ শ্ৰীহৰিকান্ত মহন্তদেৱৰ নামৰ কাৰণে টাউনলৈ যোৱা হয়।

১৯/১/৫১ ঘৰত। এই তাৰিখে সন্ধ্যা ভাৰতৰ একনিষ্ঠ গঠনমূলক কৰ্মী ঠক্কৰ বাপাৰ ৮২ বছৰ বয়সত ইহলীলা সম্বৰণ।

২০/১/৫১ ঘৰত

২১/১/৫১ পুৱা মটৰ যোগে উত্তৰ লক্ষীমপুৰলৈ ৰাওনা কৰা হয়।
মটৰ ভাৰা আৰু খোৱা খৰছৰ বাবদ–৯

২২/১/৫১ বালিগাঁও কেন্দ্ৰলৈ যোৱাৰ কাৰণে শ্ৰীযুত ভাণ্ডাৰীৰ লগত আলোচনা কৰা হয়।

| | | |
|---|---|---|
| আলুগুটি– | /৮ সেৰ– | ২ |
| পিয়াজ– | /১ সেৰ– | ৪ |
| নেমু, এদা– | | ।।০ |
| জলকীয়া– | | ।।০ |
| Tea pot– | | ৯।।০ |

| | |
|---|---|
| Curry Powder | ১।।০ |
| চাকনি, চাবোন | ২ |
| কটি এটা | ১ |
| হেতা এখন | ১।।০ |
| চামুচ | ১ |
| কটাৰী | ।০ |
| চেনী, চাহ | ৪ |
| টেমা দুটা | ।।০ |
| মগ এটা | ১ |
| | ২৬।।০ |

২৩/১/৫১ পুৱা ১০ বজাত শ্ৰীযুত ভাণ্ডাৰীৰ সৈতে বালিগাওঁলৈ ৰাওনা কৰা হয়। আৰু আবেলি ২ বজাত কেন্দ্ৰ পাই Charge লোৱা হয়।
ভাণ্ডাৰীৰ পৰা advance বাবদ পোৱা হয়–৫

২।। গজ মাৰ্কিন–২।০
বজাৰত- ৩।০
দোকানত– ৩।।০
বেবেজীয়াৰ পৰা মাল অনা মানুহক দিয়া হয়– ৪

বালিগাঁও সাহায্য কেন্দ্ৰৰ ভাৰ লৈ বিভিন্ন গাঁওৰ লোকক কাপোৰ আদি সাহায্য দ্ৰব্য বিতৰণ আৰু মাজে মাজে লক্ষীমপুৰ চহৰলৈ আহি বিধ্বস্ত লোকৰ পুনৰ সংস্থাপন কাৰ্যৰ আলোচনীত যোগদান আদি আছে। মাজতে দৰ্কাৰমতে নগাঁওৰ সত্ৰলৈ গৈ যাৱতীয় কামত সহযোগ আদিৰো লেখ আছে। আমি গোঁসাইৰ লক্ষীমপুৰত সাহায্য কাৰ্যৰ শেষৰ ফালৰ লিপি উদ্ধৃত কৰি এই কাল শেষ কৰোঁ।

১/৬/৫১ টাউনত S.D.O g Concessionৰ ৰেটৰ Committeeত যোগ দিয়া হয়।

**Paper—II**

২/৬/৫১ ৰিহপুৰীয়াৰ Committeeত যোগ দিয়া হয়।
মহানন্দ বৰাক–৪ টকা অন্যান্য বজাৰ খৰছ–।।০

৩/৬/৫১ ৰাতিপুৱা ভীমাপৰা ঘাটলৈ অহা হয়। আবেলি S.D.O.ৰ

Committeeত যোগ দিয়া হয়।
শ্ৰীযুত ভাণ্ডাৰীৰ পৰা–৫০
বিভিন্ন দ্ৰব্যৰ বজাৰ– ৩৯ ৬
চাহখোৱা– ১১
---
৩৯।।৬

৪/৬/৫১ ভীমপাৰালৈ অহা হয়
Mixture and paper— ৪
Blade—
চাহ–

৫/৬/৫১ ভীমপাৰা কেম্পত। বিতৰণৰ কাম বন্ধ
শ্ৰীযুত মহানন্দ বৰাৰ পৰা– ৩০
বগীনদী বজাৰত– ৩৷৹
গাখীৰ– ।৹

৬/৬ টিনপাট বিতৰণ। বৰদৈলৈ মাল পঠোৱা হয়।
বিশ্ব ৰাজখোৱালৈ– ১০
গাখীৰ– ৷৹
বগী নদী দোকানত ১

৭/৬/৫১ টিন বিতৰণ। পানী বাঢ়ি ঘৰ তল যায়। মাঝিৰ নাওত দিনৰ ১ বজাত কাপোৰৰ বেগবিলাক তোলা হয়। ৰাতি কেম্প পানীত তল যায়।
গাখীৰ – ৷৹

৮/৬/৫১ টিন বিতৰণ। কোঠাৰ ভিতৰত এককাল পানী হয়। ৰাতিপুৱা কেম্পৰ মালামাল নাওত তোলা হয়। শ্ৰীভাণ্ডাৰীৰ সৈতে পথালি পামলৈ যোৱা হয়। ৰাতি পথালি পামত গৌতম বাবুৰে সৈতে থকা হয়।

৯/৬/৫১ ৰাতিপুৱা পথালি পামৰ পৰা অহা হয়। পানী আগতকৈয়ো বেচি হোৱাত আগৰ ঠাইৰ পৰা কেম্প আন ঠাইলৈ অনা হয়।
শ্ৰীলক্ষেশ্বৰক – ২
বাঁহ– ২

১০/৬/৫১ বৰদৈ বামলৈ তিনি নাও মাল পঠোৱা হয়।
Relief goods —Cloth গাখীৰ– ৷৹

| | | |
|---|---|---|
| | দাইল, মুগ/২ | ২৷৷০ |
| | আলু/২ | ১৲ |
| | পিয়াজ/১ | ১৲ |
| ১১/৬/৫১ টিনপাট বিতৰণ– | | |
| | গাখীৰ/১ | ৷৷০ |
| | শ্ৰীযুত ভাণ্ডাৰীৰ পৰা | ৩০০৲ |
| | চিয়াহী, তামোল-পান | ৷৷ |

১২/৬/৫১ বৰদৈ বামনৈ তিনি নাওঁ কাপোৰ পঠোৱা হয়।

| | | |
|---|---|---|
| | বগী নদী বজাৰ খৰছ– | ৪।০ |
| | গাখীৰ/২ | ১৲ |
| ১৩/৬/৫১ টিন বিতৰণ | | |
| | গাখীৰ | ৷৷০ |
| | চাবোন– | ১৲ |
| | গাখীৰ– | ১৲ |

১৪/৬/৫১ ঐ

১৫/৬/৫১ টিনপাট বিতৰণ। বৰদৈ বামনৈ দুই নাও মাল পঠোৱা হয়। শ্ৰীযুত ভাণ্ডাৰীজী মহানন্দ বৰাৰ সৈতে।

১৬/৬/৫১ টিনপাট বিতৰণ। পথালি পামৰ পৰা Ramrik Das Haridas ASL-4463 নং গাড়ীত ৩৮ বেল কাপোৰ বগী নদীলৈ আহি তাতে গাড়ী বেয়া হয়। তাৰ পৰা কাপোৰ নমাই দোকানত ৰখা হয়, আৰু এজন পুলিচ তাত ৰখা হয়।

| | |
|---|---|
| গাড়ীৰ পৰা মাল নমোৱা | |
| মানুহক চাহ– | ।০ |
| লাড্ডু– | ৷৷০ |

১৭/৬/৫১ টিন বিতৰণ। পানীৰ পৰা টিনপাত উঠোৱা কাম আৰম্ভ কৰা হয়। দুজনে এবেলা কাম কৰে। চাৰিজনে পূৰা কাম কৰে। সৰ্বমুঠ ৫১ বাণ্ডিল ৬ খন টিন তোলা হয়। ৬ ফুটীয়া

| | | |
|---|---|---|
| | গাখীৰ– | ৷৷ |
| | হালোৱা দলেক হাজিৰা বাবদ– | ২৲ |
| ১৮/৬/৫১ ঐ মুঠ ৭০ বাণ্ডিল টিন উঠোৱা হ'ল | | |
| | গাখীৰ– | ১১৲ |
| | ৪ জন টিন উঠোৱা মানুহক | |

| | | |
|---|---|---|
| | ২ দিনৰ –২ টকাকৈ – | ১৬ |
| ১৮/৬/৫১ | –৪ জনক– | ৮ |

২১/৬/৫১ ৰাতিপুৱা ৯॥ বজাত খোজ কাঢ়ি টাউনলৈ যোৱা হয়। কদমৰ মৌজাদাৰৰ ঘৰত শ্ৰীসদানন্দ বৰাক লগ পোৱা হয়। বৰাই দুজন মানুহ লগত লৈ চাউল কিছু লৈ ভীমপাৰালৈ আহে। ৩ বজাত টাউন পোৱা হয়। শ্ৰীযুত ভাণ্ডাৰীৰে সৈতে ৪ বজাত চাৰটিত হোৱা কেম্পলৈ যোৱা হয়। ৰাতি ৭ বজাত ঘূৰি SDOক লগ ধৰা হয়। ৰাতি টাউনতে।

২৩/৬/৫১ পুৱাবেলা অফিচৰ কাম কৰা হয়। আবেলি ২/১০ মিনিটত টাউন এৰি আহি কদমৰ মৌজাদাৰৰ তাত সোমাই পণ্ডিতক ৰখাৰ বিষয়ে আলোচনা কৰা হয়। আৰু আবেলি ৬বজাত ভীমপাৰা কেম্প পোৱা হয়।

২৪/৬/৫১– টিন বিতৰণ। পুৱা ৯॥ বজাত ভীমপাৰাৰ পৰা নাৱেৰে বৰদৈ বামলৈ অহা হয়। ভীমপাৰা কেম্পৰ আগৰ হিচাব আজিৰ তাৰিখে বন্ধ কৰা হয়। সন্ধ্যা ৭ বজাত ভীমপাৰা কেম্প পোৱা হয়।

| | |
|---|---|
| গাৰ্থীৰ/১ | ॥০ |
| নাৱৰীয়াক | ১ |
| ভীমপাৰা কেম্পৰ খৰছৰ কাৰণে শ্ৰীমানিক বৰাক | ১০ |
| মাজিৰ পৰা অনা ধাৰ মৰা– | ৬০ |
| মানিক বৰাৰ পৰা অনা ধাৰ মৰা– | ২৩ |

২৬/৬/৫১ আজিৰ পৰা বৰদৈ বাম কেম্পৰ কাম আৰম্ভ কৰা হয়। শ্ৰীযুত মহানন্দ বৰা ৰবদলনী আদি ঠাইলৈ গৈ বানপানীত পীড়িত সকলৰ খবৰ কৰি আহে।

২৯/৬/৫১ কাপোৰৰ বেল খোলা হয়। দিনৰ ৫ বজাত কেম্পৰ ঘৰৰ ভিতৰত পানী সোমায়। দুয়োটা গুদাম ঘৰৰ ভিতৰত চাং পাতি কাপোৰবিলাক তাত তোলা হয়।

৩০/৬/৫১ আজি পানী বোৱা নাই। ঘৰৰ ভিতৰত ২॥ ফুট পানী হয়। বাৰাণ্ডাত চাং পাতি থোৱা ২টা কম্বলৰ বেলৰ ভিতৰত এটা বেগ চাং কাটি হৈ পানীত ৰাগৰি পৰে দিনৰ ২॥ বজাত। কম্বলবিলাক পানীত তিতে। ওচৰৰ মিচিং গাঁও আৰু বৰদৈবাম বাগানৰ মানুহক মাতি আনি তিতা কম্বলবিলাক বিতৰণ কৰা

হয়। বিতৰণৰ সংখ্যা ৮৪ খন।
পুৱা ৮ বজাত ২৮/৬/৫১ তাৰিখে অহা নাওঁ পুনৰ ভীমপাৰালৈ পঠোৱা হয়। ভীমপাৰাৰ মাঝি নাৱৰীয়াৰ কাৰণে ৪০ গজ পপলিন কাপোৰ দিয়া হয়।
মাঝি নাৱৰীয়াক বাট খৰছ ১৲।

৩/৭/৫১– পানী লাহে লাহে শুকাবলৈ লৈছে। ১নং, ২নং লটাক গাঁৱৰ ৰাইজৰ মাজত কাপোৰ বিতৰণ কৰা হয়

৪/৭/৫১ আধলি, টিঙিৰি, খৰাচুক, চোমনি আৰু পুৰণা পাৰঘাটৰ ৰাইজৰ. মাজত কাপোৰ বিতৰণ কৰা হয়। ঘৰৰ ভিতৰৰ আধাখিনি মাটি ওলাইছে।

| | |
|---|---|
| ঘিউ/১– | ৭৲ |
| গাখীৰ– | ১৲ |
| বাহিৰা খৰছ– | ১৲ |

৯/৭/৫১ বালিগাঁৱৰ ৰাইজৰ মাজত কাপোৰ বিতৰণ কৰা হয়। ৰাতিপুৱা গুদাম খুলি দেখা হ'ল– থাকতে ৰাখি থোৱা ৭২ খন ধুতি, ৫০খন শাৰী, জোতা ৪-খোপ, খদ্দৰৰ চাদৰ মেখেলা কিছু গুদামত সমূলি পোৱা নহ'ল।

১৩/৭/৫১ বিতৰণ কৰা হয়। ৰাতি কেম্পৰ ঘৰ পানীয়ে তল নিয়াই।

১৪/৭/৫১ ঘিলামাৰালৈ যোৱা হয়। আৰু ফিৰি অহা হয়। কেম্পৰ ভিতৰত ৰাতিয়ে ১ $\frac{১}{২}$ ফুট পানী হয়।

শ্ৰীবেনু হাজৰিকাৰ পৰা ধাৰ লোৱা–১০৲

| | |
|---|---|
| ঘৰ খৰছ– | ৫৲ |
| বজাৰ খৰছ– | ১০৲ |

১৫/৭/৫১ ৰাতিপুৱা কেম্পৰ ভগা চাংবোৰ নতুনকৈ তৈয়াৰ কৰি কাপোৰ আৰু বস্তুবিলাক ৰখাৰ ব্যৱস্থা কৰা হয়। দুপৰীয়া ৩ বজাত বৰ দলনীলৈ নাৱেৰে ৰাওনা কৰা হয় আৰু ৰাতি ৭ বজাত বৰদলনী পোৱা হয়।

বালিগাঁও আৰু কয়মগাঁৱৰ ল'ৰা-তিৰোতাৰে সৈতে বহুত মানুহ IBৰ বাৰাণ্ডাত থকা পোৱা হয়। সোৱণশিৰি নৈৰ দ্ৰুত সোঁত হোৱাত তাত মানুহ থাকিব নোৱাৰি তাৰ পৰা মানুহ নানা ঠাইলৈ আঁতৰি আহিছে।

ৰাতিপুৱা বৰদলনীৰ কেবাখনো গাঁও চোৱা হয়। বহুতো গাঁও পানীত বুৰ গৈছে। বাও আৰু কঠিয়া প্ৰায় মানুহৰে মৰিছে। ৯ বজাত তাৰ পৰা ৰাওনা কৰা হয়, আৰু ৩ বজাত বৰদৈ বাম কেম্প পোৱা হয়।

২১/৭/৫১ অফিচৰ কামত শ্ৰীকন প্ৰসাদ গোস্বামী আহে। ধেমাজী মৌজাৰ খঙ্গিয়াটিংৰ শ্ৰীযুত বিলাস প্ৰসাদ চুতীয়া প্ৰমূখ্যে কেইজনমান আহি কেম্পৰ ভিতৰ সোমাই অকথ্য কথাৰে গালি পাৰি যায়। ঘৰলৈ পঠোৱা–

| | |
|---|---|
| বজাৰ খৰছ– | ২ |
| ( শ্ৰীভাণ্ডাৰীয়ে পঠোৱা ) | ১০০ |
| Money Order Fee- | ১।০ |

এনেদৰে প্ৰায় এবছৰ কাল ভূইকঁপ বানপানী পীড়িতসকলৰ সেৱাত একান্তভাৱে আত্ম নিয়োগ কৰি ৮ আগষ্ট তাৰিখে পুৱা মটৰেৰে তেজপুৰলৈ ৰাওনা হৈ ৰাতি ৯ বজাত তেজপুৰ পায়।

| | |
|---|---|
| লক্ষীমপুৰৰ পৰা তেজপুৰলৈ মটৰ ভাৰা– | ১০ |
| তেজপুৰ টাউনৰ পৰা ঘৰলৈ মটৰ ভাৰা– | ৫ |
| বাট খৰছ– | ৪ |
| দোকানৰ বাকী– | ১০ |

২৮/৮/৫১ ঘৰতে। Assam Assembly ৰ কাৰণে মনোনয়ন পত্ৰ দাখিল কৰা হয়।

* * * *

১৯৫৫ চনত গহন চন্দ্ৰ গোস্বামী গহপুৰ সমষ্টিৰ পৰা বিধান সভাৰ সদস্য হৈ থকাৰ উপৰিও তেজপুৰ জিলা কংগ্ৰেছৰ সভাপতি আছিল। দুয়োটা দায়িত্ব কান্ধ পাতি লৈ ৰাইজৰ সেৱাৰ্থে কেনেকৈ বিৰাম নোহোৱাকৈ ঘূৰি দায়িত্ব পালন কৰিছিল তাৰ নিদৰ্শন ৩০/৭/৫৫ পৰা ৩০/৮/৫৫ লৈ এমাহৰ দিনপঞ্জী।

# ভ্ৰমণ তালিকা

৩০/৭/৫৫ দিনৰ ১২ বজাত বানপানীৰ সংক্ৰান্তত উজনি অঞ্চললৈ Jeep লৈ ৰাওনা কৰা হয়। ১$\frac{১}{২}$ বজাত জামুগুৰী পঞ্চায়তৰ সভাপতি শ্ৰীমদন চন্দ্ৰ শইকীয়াক লগ ধৰি বানপানীৰ বিষয়ে আলোচনা কৰা হয়। জামুগুৰী অঞ্চলত ভৰলী নদীয়ে এটা অংশত ৰাইজৰ কিছু ক্ষতি কৰিছে। তাৰ পিছত ব্ৰহ্মপুত্ৰৰ বানপানী আহি চাপৰি অঞ্চলতো কিছু ক্ষতি কৰিছে। কৃষি বিভাগৰ পৰা কঠিয়া ধান কিছু বিতৰণ কৰা হৈছে। অন্যান্য সাহায্য বৰ্তমান তিমান প্ৰয়োজন হোৱা নাই। ক্ষতিগ্ৰস্ত লোকৰ এখন List কৰিবলৈ দিয়া হৈছে। এতিয়াও শেষ হোৱা নাই বুলি তেখেতৰ পৰা জানিব পাৰিলো। শইকীয়া আমাৰ লগতে চতিয়ালৈ আহে।

২-৩০ মিনিটত চতিয়া পঞ্চায়তৰ সভাপতি শ্ৰীৰবী চন্দ্ৰ হাজৰিকাৰ ঘৰ পোৱা হ'ল। তেখেতৰ পৰা বানপানীৰ এটি বিৱৰণ লোৱা হৈছে। বানপানীয়ে দক্ষিণ অঞ্চলৰ কিছু নষ্ট কৰিছে। তেখেতে সেইবোৰ অঞ্চল ভ্ৰমণ কৰিছে। জিলাৰ উপায়ুক্ত আৰু ই. এ. চি. আহি খবৰ লৈছে। কিমান সাহায্যৰ প্ৰয়োজন হয় এতিয়াও ঠিক হোৱা নাই। তেখেতৰ পৰা এটি বিবৃতি পোৱা হৈছে।

৩১/২ বজাত উত্তৰ অঞ্চলৰ খবৰ লবৰ কাৰণে শ্ৰীখগেন্দ্ৰ নাথ শৰ্মা কটকীক লগ ধৰা হয়। তেখেতৰ তাতে শ্ৰীপদ্মকান্ত শইকীয়াকো লগ পোৱা হৈছে। উত্তৰ অঞ্চলতো বানপানী হৈ ৰাইজৰ কঠিয়া বহুতো নষ্ট কৰিছে। সম্প্ৰতি সাহায্যৰ দৰ্কাৰ হোৱা নাই বুলি ক'লে। সকলো ফালে তত্বাৱধান ৰাখিবলৈ কোৱা হৈছে।

৫ বজাত চাৰিআলি কেন্দ্ৰীয় কংগ্ৰেছৰ সভাপতি শ্ৰীনবীন চন্দ্ৰ ভট্টাচাৰ্যক লগ ধৰি তেখেতৰ সৈতে বিশ্বনাথলৈ যোৱা হয়। শ্ৰীৰামপ্ৰসাদ আগৰৱালাদেৱক লগ ধৰি তাতেই আলোচনা হয়। চাপৰি অঞ্চলটো বানপানীয়ে বুৰাই পেলাইছে। উপায়ুক্ত নিজে আহি কিছু ঠাই নাৱেৰে ভ্ৰমণ কৰি চাউল বিতৰণ কৰিছে। পানী কিছু কমিছে। এনেকৈ পানী কমিলে বিশেষ সাহায্য

নহ'ব। কিন্তু যদি পানী পুনৰ আকৌ বাঢ়ে তেতিয়া হলে বিশেষভাবে সাহায্যৰ প্ৰয়োজন হব বুলি তেখেতসকলৰ পৰা জানিব পাৰিলো। উভয়ে এটি যুটীয়া বিবৃতি আমাৰ হাতত দিছে।

তাৰ পৰা আহি ভট্টাচাৰ্যৰ তাতে সন্ধ্যা আহাৰ কৰি ৰাতি লোকেলবোৰ্ডৰ জিৰণি ঘৰতে থকা হয়।

| | |
|---|---|
| জমা– জিলা সম্পাদকৰ পৰা– | ৬০ (ষাঠি) |
| খৰছ– পেট্ৰল ৬ গেঃ– | ১৬॥০ |
| বহি ১ খন– | ৪০ |

৩১/৭/৫৫– পুৱা ৭ বজাত Agriculture Inspectorৰ সহিতে ৰাওনা কৰা হয়। বুৰৈ নদীত Jeep পাৰ কৰিব নোৱাৰি গাড়ী তাতে ৰাখি নিজে গুটীয়া নাৱেৰে পাৰ হৈ Bus ত ৰাওনা কৰি ১১ বজাত গহপুৰ পোৱা হয়। বিহালীৰ S.D.C. আৰু O/C Gohpur ৰ লগত বান প্ৰপীড়িত অঞ্চলবোৰৰ বিষয়ে ভালকৈ আলোচনা কৰা হয়। S.D.C. ৫ দিন তাত থাকি প্ৰায় সকলোবোৰ অঞ্চল নিজে আৰু অন্যান্য কৰ্মচাৰী পঠাই চাইছে। গলচেপা অঞ্চলত ইতিমধ্যে কিছু চাউল দিয়া হৈছে। আৰু কিছু দিবলৈ কোৱা হৈছে। মিৰি অঞ্চল সমূহত আহুধানৰ খেতি প্ৰায় সম্পূৰ্ণ চপাব পাৰিলে। বাওঁধানবোৰ পানীৰ তলত আছে। পানী শুকুৱাৰ পিছতহে কি অৱস্থা হয় তেতিয়া দেখা হ'ব। সাধাৰণ সাহায্য সেইবোৰ অঞ্চলত বিশেষ প্ৰয়োজন যেন দেখা নেযায়। কিন্তু ইয়াৰ পিছত মাহ আৰু সৰিয়হ কৰিবৰ কাৰণে কিছু সাহায্য দিয়াটো উচিত বিবেচনা কৰা হৈছে। S.D.C. ডাঙৰীয়াই মণ্ডলসকলক ইয়াৰ যাৱতীয় ৰিপোৰ্ট এটা কৰিবলৈ দিছে। আজি তেখেত সকলে ২০০ মোন ভূছি হেলেমৰ পৰা আন গলচেপা আদি ঠাইত বিতৰণৰ দিহা দিছে।

ইয়াৰ পিছত Bus ৰে আহি ৪ বজাত হাৱাজান পাই শ্ৰীনীৰোদ বৰন দাসৰ সৈতে এই অঞ্চলৰ বিষয়ে আলোচনা কৰা হ'য়। সন্ধ্যা ৮ বজাত Executive Engineer of E & D. North Lakhimpur তেখেতক পাই E & D ৰ বিষয়ে আলোচনা কৰা হয়। ৰাতি হাৱাজানৰ বঙলাত।

খৰছ– চাৰিআলি বঙলাৰ চকিদাৰক– ২
ড্ৰাইভাৰক– ২
৪ গেঃ পেট্ৰল ১/৪ মবিল– ১২

১/৮/৫৫ পুৱা ৬॥ বজাত E & D Engineerৰ সৈতে চেঁচা আদি ঠাইলৈ বানপানী পীড়িত ঠাইবোৰ চাবলৈ যোৱা হয়। পানীয়ে বহুত মানুহৰ ধান খেতি নষ্ট কৰিছে। বাওঁধান এতিয়াও পানীৰ তলত আছে। ইয়াত এটা বান্ধৰ প্ৰয়োজন। সেয়ে হলে সেই অঞ্চলৰ ৰাইজৰ উপকাৰ হ'ব পাৰে।

১১ বজাত তাৰ পৰা ঘূৰি ১২ বজাত কামদেৱাল অঞ্চললৈ যোৱা হয়। গোলোক পূজাৰী, চেত্ৰী বৰুৱা আদিৰ সৈতে সোৱণশিৰি নদীৰ পানীয়ে ভঙা আলি আৰু দলং চোৱা হয়। তাৰ পৰা ঘূৰি আহি হাৱাজানত কৰ্মীসকলৰে সৈতে বানপানীৰ বিষয়ে.আলোচনা কৰা হয়। দক্ষিণ অঞ্চলতেই বানপানী বেছি হৈছিল। আহুধান প্ৰায় সকলোৰে চপাব পাৰিছিল কিন্তু বাওঁধান এতিয়াও পানীৰ তলতে আছে। এই ধান ৰক্ষা পৰেনে নপৰে এতিয়াই কোৱা টান। এতিয়াই সাধাৰণ সাহায্যৰ তিমান আৱশ্যক দেখা নাযায়। পানী যদি আকৌ বেছি হয় তেতিয়াহলে বেছি ৰকমেই সাহায্যৰ দৰ্কাৰ হ'ব পাৰে। সেই অঞ্চলবোৰত বাম খেতি, মাহ-সৰিয়হৰ কাৰণে কিছু অৰ্থ-সাহায্য দিয়াটো উচিত। কৰ্মীসকলৰ পৰাও চিঠি বিবৃত্তি পোৱা হৈছে।

S.D.C. আৰু O/C Gohpur ইবিলাকে নিজে আৰু Staff লৈ সকলো ঠাইতে বাস কৰিছে। ৰাতি হাৱাজানত।

২/৮/৫৫ পুৱা ৬॥ বজাত হাৱাজানৰ পৰা বাছেৰে হেলেমলৈ ৰাৱনা কৰা হয়। ব্ৰহ্মাজানত শ্ৰীশশী গোঁহাই, মহেশ্বৰ শৰ্মা আদিৰ লগত আলোচনা। Agriculture Demonstrator ৰ লগত কঠিয়া বিতৰণ সম্পৰ্কে আলোচনা। আবেলি শ্ৰীমহীম চন্দ্ৰ সিংহ, জোনাৰাম ভূঞা আদিৰ লগতে বানপীড়িত অঞ্চলবোৰৰ বিষয়ে আলোচনা কৰা হয়। কনকলতা বালিকা বিদ্যালয় সভাত যোগদান। ৰাতি ব্ৰহ্মাজানত।

খৰছ– হাৱাজান বঙলাৰ চকীদাৰক নোট– ২

## বস্তু দিয়াৰ তালিকা

| | | |
|---|---|---|
| চাউল-ববদোৱাত- | ১০ | মোন |
| গলচেপা দেন, হাউলী কছাৰী, সোনেদী পাৰ- | ৭ | মোন |
| হাতীজান, বেকী জান,লোহিতমুখ- | ১০ | মোন |
| বিহালী- | ১৫ | মোন |
| কলাবাৰী areaত | ৫০ | ভূছি |
| ববদোৱাত | ৫০ | মোন |
| কঠিয়া, বালিজান ষ্টেচনত | ৩০ | মোন |
| চতিয়া | ৩০ | মোন |
| জামুগুৰী | ৪০ | মোন |
| বিশ্বনাথ | ১০ | মোন |

| | | |
|---|---|---|
| Behali Mauza — | 2 | Villages—area |
| Kolongpur— | 22 | |
| Gohpur— | 35 | |
| | ------- | |
| | 59 | |

Family affected — 1700

৩/৮/৫৫ পুৱা ৭ বজাত ব্ৰহ্মাজানৰ পৰা Bus ৰে আহি বিহালী পাই মৌজাদাৰ আৰু S.D.C. ৰ লগত বানপ্ৰপীড়িত অঞ্চলৰ বিষয়ে আলোচনা কৰা হয়। টেলেঙ্গনীয়া বাহঁবাৰী, ঠাই চোৱা হয়। মৌজাদাৰৰ সৈতে চাৰিআলিলৈ ৰাৱনা হৈ আহি ৰাতি চাৰিআলিত।

| | | |
|---|---|---|
| খৰছ- | Bus ৰ পৰা ১ গেঃ পেট্ৰল লোৱা হয় | ২॥ |
| | ড্ৰাইভাৰক দিয়া হয় | ॥ |

৪/৮/৫৫ পুৱা Engineerৰ সৈতে বানপানীত নষ্ট হৈ যোৱা ৰাস্তা ঘাট সম্পৰ্কে আলোচনা কৰি ১১ বজাত Procurment of Inspector, Agri Inspector ৰ সৈতে ৰাৱনা হৈ আহি চতিয়া, জামুগুৰীত পুনৰ সংবাদ লৈ তাৰ পৰা বালিপাৰা, গৈড়েমাৰী অঞ্চলতো বানপানীৰ খা-খবৰ কৰি সন্ধ্যা ৭ বজাত তেজপুৰং পোৱা হয়।

| | | |
|---|---|---|
| খৰছ- | পেট্ৰল ১ গেঃ | ২॥ |
| | ৬ দিনৰ খোৱা খৰছ বাবদ | ৬॥ |

৫/৮/৫৫ Office work আৰু ১০॥ বজাত S.D.C. আদিৰে flood সম্পৰ্কে আলোচনা ।

৬/৮/৫৫ পুৱা ৫ বজাত ঢেকীয়াজুলিলৈ ৰাওনা হৈ আহি ৮ বজাত শিঙৰী অঞ্চলৰ বিভিন্ন ঠাইৰ বানপানী প্ৰপীড়িত ৰাইজৰ ওচৰলৈ যোৱা হয় । লগত Astt. Project Officer, কেন্দ্ৰীয় কংগ্ৰেছৰ সম্পাদক, প্ৰভৃতি কেইবাগৰাকীও কৰ্মী গৈছিল । এই অঞ্চলত বৰ্তমানে নিতান্ত লবলগীয়া সাহায্যৰ বিষয়ে বিতং বিৱৰণ দি D.C.লৈ এখন চিঠি দিয়া হয় । এই চিঠি Project Officerৰ হাতত দি আবেলি ৪ বজাত তেজপুৰলৈ পঠোৱা হয় । এই চিঠিত ২০ মোন চাউল, ৬ মোন নিমখ Free বিতৰণৰ কাৰণে লিখা হয় । ৰাতি ঢেকীয়াজুলিৰ কংগ্ৰেছ অফিচত ।

৭/৮/৫৫ পুৱা ৭ বজাত A.P.O Dhεkiajuli আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ সম্পাদকৰ সহিতে বৰগাঁও মৌজাৰ কোটলা, তেলীয়া চাপৰি অঞ্চললৈ গৈ বানপানীত পীড়িত হোৱা লোকসকলক চাউল, নিমখ আৰু কঠিয়া ধান বিতৰণ কৰা হয় ।

আবেলি দুই বজাত পুনৰ বৰছলা মৌজাৰ নিছলামাৰী চাপৰি অঞ্চললৈ গৈ বানপীড়িত অঞ্চল চোৱা হয় । আৰু কিছু সাহায্য দিবলৈ D.C.ক অনুৰোধ কৰি চিঠি দিয়া হয় । ৰাতি কংগ্ৰেছ অফিচতে ।

৮/৮/৮৫ Office work.

৯/৮/৫৫ D.C. ৰ Office অত স্বাধীনতা দিবসৰ দিন পালন কৰা সম্বন্ধে আলোচনা হোৱা সভা ।

১০/৮/৫৫ পুৱা অফিচৰ কাম । দুপৰীয়া ১২ বজাত জামুগুৰীলৈ শ্ৰীমহেশ্বৰ বৰাৰে সৈতে যাত্ৰা । পাটগাঁও, মিৰিগাঁও খহনীয়া ঠাই চাবৰ কাৰণে শ্ৰীদেৱেশ্বৰ ভাগৱতী, শ্ৰীমিশ্ৰৰ লগত আলোচনা । ডিকৰাইৰ ডাঃ শ্ৰীনৰেশ চন্দ্ৰ ব্যনাৰ্জী আৰু শ্ৰীকিৰন ভূঞাৰ সৈতে পঞ্চায়ত গঠন আৰু কংগ্ৰেছ সংগঠনৰ বিষয়ে আলোচনা । ৰাতি ডিকৰাই বঙলাত ।

খৰছ– ৩ গেঃ পেট্ৰল আৰু মবিল – ১০॥
ঘাটত চাহখোৱা– ২॥
---
১২।

১১/৮/৫৫ পুৱা ৫ বজাত শ্ৰীনৰেন মিশ্ৰ, দেবেশ্বৰ ভাগৱতী, শৰৎ ভাগৱতীৰে সৈতে বামনি পাম, পাটগাঁও, মিৰিগাঁও আদি ভৰলীয়ে খহোৱা ঠাই চোৱা হয়। বামুনি পাম মিৰিগাৱঁৰ ১১২ ঘৰ মানুহৰ ভিতৰত ২০ ঘৰ আৰু পাটগাঁৱৰ মিৰিগাৱঁৰ ৩১ ঘৰ মানুহৰ ভিতৰত সমুদায় মানুহ খহনীয়াৰ কাৰণে উঠি যাবলগীয়া হৈছে। ৪ ঘৰ মানুহৰ ভঁৰালে সৈতে গৈছে। ইতিমধ্যে ১৫ মোন চাউল বিতৰণ কৰিবলৈ দিয়া হৈছে। ইয়াৰ পৰা আহি সন্ধ্যা থাকিব পোৱা হয়।

খৰছ– এঘৰ মাৰোৱাৰীৰ পৰা

১ গেঃ পেট্ৰল আৰু মবিল লোৱা হয় ৬।

১২/৮/৫৫– Office work.

খৰছ– ৩ গেঃ পেট্ৰল

১/২ গেঃ মবিল

১০॥

১০॥

১৩/৮/৫৫ শ্ৰীবিশ্বনাথ দেৱ শৰ্মাৰে সৈতে ভৰলীয়ে খহোৱা বালিগাঁও, মিৰিগাৱলৈ যোৱা হয়। এই গাঁৱৰ ৪১ ঘৰ মানুহৰ ভিতৰত ইতিমধ্যে ৭ ঘৰ মানুহ উঠি গৈছে। আৰু মানুহ উঠিব লাগিব। খহনীয়া বৰকৈ হৈছে। কলাবাৰী গাঁৱৰ বানপানীতে বিপদ হোৱা মানুহৰ ভিতৰত S.D.C. আহি ২০ মোন চাউল বিতৰণ কৰিছে।

ভৰলী ঘাটত S.D.C. কানন গুহ আৰু মণ্ডলক পোৱা হয়। এখেত সকলো আমাৰ লগত আছিল।

১৪/৮/৫৫ Office work.

১॥ বজাত Education Minister আহে। আৰু তেখেতৰ সৈতে ডিক্ৰু দৰং আৰু চপাই বাগানৰ সভালৈ গৈ ৰাতি ১০ বজাত ফিৰা হয়।

খৰছ– ১ গেঃ পেট্ৰল– ২॥

১৫/৮/৫৫ স্বাধীনতা দিবস। পুৱা টাউনৰ অনুষ্ঠানত, দুপৰীয়া মন্ত্ৰী মহোদয়ৰে সৈতে মদুবাটলে গৈ ৰাতি ৯ বজাত তেজপুৰ পোৱা হয়।

| | | |
|---|---|---|
| খৰছ– | ১ গেঃ পেট্ৰল | ২॥ |
| | ১॥/২॥ গেঃ মবিল– | ১॥ |
| | | --- |
| | | ৪্ |

১৬/৮/৫ Office work

১৭/৮/৫৫ Office work.

সন্ধ্যা ৫ বজাত নেহেৰু অভ্যৰ্থনা সমিতি গঠন কৰা হয়। শ্ৰীযুত অমিয় কুমাৰ দাস সভাপতি আৰু শ্ৰীবিশ্বদেৱ শৰ্মা সম্পাদক নিযুক্ত হয়।

| | |
|---|---|
| খৰছ– ১ গেঃ পেট্ৰল | ২ |
| | ২ |

১৮/৮/৫৫ আবেলি ৩ বজাত শ্ৰীযুত আলি হাজৰিকাৰে সৈতে চকীঘাটত মথাউৰী ভঙ্গাৰ ঠাই চাবলৈ যোৱা হয়। তাৰ পৰা আহি নেহেৰু অভ্যৰ্থনা সমিতিৰ সভাত যোগদান।

| | | |
|---|---|---|
| খৰছ– | ১ গেঃ পেট্ৰল | ২॥ |
| | ১ গেঃ মবিল | ১॥ |
| | | ---- |
| | | ৪ |

১৯/৮/৫৫ Office work.

২০/৮/৫৫ পুৱা আলি হাজৰিকাৰ সৈতে মথাউৰী চাবলৈ যোৱা হয়। আবেলি Office work.

| | | |
|---|---|---|
| খৰছ– | ১ গেঃ পেট্ৰল | ২৪০॥ |

২১/৮/৫ Office work

| | | |
|---|---|---|
| খৰছ– | ১ গেঃ পেট্ৰল | ২॥ |
| | ১॥/৪॥ গেঃ মবিল | ১ |
| | | --- |
| | | ৪্ |

২২/৮/৫৫ ভাগৱতী, আগৰৱালা আদিৰে সৈতে মদপী বাগানলৈ নেহেৰু অভ্যৰ্থনাৰ কাৰণে যোৱা হয়। আবেলি ৫ বজাত অভ্যৰ্থনা সমিতিৰ কাৰ্যনিৰ্বাহক সভাত ১০,০০০ (দহ হাজাৰ) টকাৰ টোপোলা দিয়া হয়।

| খৰছ– | ১ গেঃ পেট্ৰল | ২॥ |
| --- | --- | --- |
| | ১ গেঃ পেট্ৰল | ২॥ |
| | ১ গেঃ মবিল | ১। |
| | | --- |
| | | ৬॥ |

২৩/৮/৫৫ D.C. ৰ আদিতে অভ্যৰ্থনা সমিতিৰ সভা। ধন তোলাৰ দিহা আদি কৰা হয়।

২৪/৮/৫৫ ডেকাৰগাওঁ, হলেশ্বৰ, গৈড়েমাৰী, বালিপাৰা, ঘোঁৰামাৰি, বিন্দুকুৰী, বাইঁবাৰী, মদপী, কুমাৰগাঁও, পৰ্বতীয়া, বেছেৰীয়া, মাজগাঁও আৰু কেতেকীবাৰীত গোহাৰি বিতৰণ।

২৫/৮/৫৫ Education Ministerৰ সৈতে মদপী বাগিছালৈ পুঁজি সংগ্ৰহৰ কাৰণে যোৱা হয়। ৰাতি আলোচনা।

২৬/৮/৫৫ Education Ministerৰ সৈতে ঢেকীয়াজুলি, থাকুপেটীয়াত পুঁজি সংগ্ৰহৰ বাবে যোৱা হয়। সন্ধ্যা ৭ বজাত অভ্যৰ্থনা সমিতি কংগ্ৰেছ আদিতে।

২৭/৮/৫৫ ডেকাৰগাঁও, হলেশ্বৰ, গৈড়েমাৰী, ঘোঁৰামাৰী আদিত সেৱক সংগ্ৰহৰ বাবে যোৱা হয়।

২৮/৮/৫৫ অফিচৰ অন্যান্য কামত। Prime Minister's duty.

২৯/৮/৫৫ Prime Ministers duty and office work.

৩০/৮/৫৫ Prime Minister's duty, দিনৰ ৯-৩৫ ত Prime Minister শ্ৰীজৱাহৰলাল নেহেৰু শালনী বিমানকোঠত নামে তাৰ পৰা আদৰি অনা হয়। ১০–০৫ ত নেহেৰু ময়দানত সভা। ১–১৫ ত তেখেতে Circuit house এৰে। আৰু ১–৪০ ত শালনি বিমানকোঠৰ পৰা পাটনা অভিমুখে ৰাৱনা হয়।

ৰাইজৰ পক্ষৰ পৰা ১২,৫৫৫ টকা Flood আৰু Construction work ৰ কাৰণে দিয়া হয়।

৩১/৮/৫৫ Office work.

* * * * *

১৯৫৭ চনত গহন গোঁসাইৰ কাৰ্যাৱলী কেনে বহুমুখী আছিল তাৰে নিদৰ্শন ঠাউকতে দিয়া হ'ল, বিতঙৈল নগৈ।

১১/২/৫৭ ঢেকীয়াজুলি পানবাৰীত ধৰ্মালোচনী সভাত যোগদান।

১৪/২/৫৭ নগাওঁৰ সত্ৰলৈ
১৫/২/৫৭ ৰৌমাৰী, কাউৰীপথাৰ
১৯/২/৫৭ জলজলী মঙ্গলদৈত ৰাজহুৱা সভা
২০/২/৫৭ ঢেকীয়াজুলি বুঢ়ীনগৰত মিটিং
২৫/৩/৫৭ ভাৰত সেৱক সমাজৰ কেম্প-মিটিং-শিঙৰীত ।
১৮/৪/৫৭ বহাগী মেলা নাগশঙ্কৰ
১১/৪/৫৭ বিশ্বনাথ ব্লক বাহৰত ৯ জুনলৈকে খণ্ড উন্নয়ন উদ্বোধনৰ আয়োজন
১৪/৪/৫৭ বালিজান কৃষ্টি-সভা ।
১৯/৬/৫৭ খেলমাটি M.E. School মিটিং
৮/৭/৫৭ বিহগুৰি বৈষ্ণৱ সমাজ, কলিতাগাঁও নামঘৰ, বিহগুৰি
১৪/৭/৫৭ মহকুমা ভিত্তিক সমবায় মিটিং—জিলা আবৰ্ত্ত ভৱন
২৩/৭/৫৭ নগাঁওৰ সত্ৰ লৈ ।
২৬/৮/৫৭ সত্ৰ সংঘৰ মিটিং
২৩/৯/৫৭ ওদালগুৰিত সমবায় প্ৰশিক্ষণ শিবিৰ
২৬/৯/৫৭ চিলাবান্ধা মজলীয়া স্কুলৰ বাৰ্ষিক সভা
৩/১০/৫৭ শিৱসাগৰ কঁহাৰগাঁওত শ্ৰীমন্ত শঙ্কৰ জয়ন্তী
৪/১০/৫৭ লাকুৱা শঙ্কৰদেৱ সংঘ
৪/১১/৫৭ শিৱসাগৰ
৫/১১/৫৭ যোৰহাট
৬/১১/৫৭ দেৰগাওঁ

## ১৯৫৮

জানুৱাৰী মাহৰ শেষলৈকে পাণ্ডু কংগ্ৰেছৰ প্ৰদৰ্শনী সংক্ৰান্তত ।

১৭/২/৫৮
১৮/২/৫৮ হৰিজন সেৱক সংঘৰ মিটিং শিৱসাগৰত ।
১৯/২/৫৮
২০/২/৫৮ বকতাৰ শিক্ষক সভাত যোগদান
২৩/৬/৫৮ ময়ুনা পাৰিজাতৰ মিটিং চাৰিআলিত ।
৯/৭/৫৮ দ আটিত নামগোৱা ।
১০/৭/৫৮ পুঠিমাৰিত নাম

১১/৭/৫৮ মাজৰ চুবুৰীত নাম
১২/৭/৫৮ ৰঙা পুখুৰীত নাম
১১/১০/৫৮ বৰদোৱা নামঘৰ উদ্বোধন
১৯/১০/৫৮ বৰগীত শাখা সভা চেনীকুঠি, গুৱাহাটী
২০/১১/৫৮ অসম সেৱা সমিতি, গুৱাহাটী
৩০/১২/৫৮ অসম সঙ্গীত নাটক অকাডেমীৰ কাৰ্যনিৰ্বাহকৰ মিটিং

## ১৯৫৯

৮/১/৫৯ শঙ্কৰ মিছনৰ চকু চিকিৎসা শিবিৰ, তেজপুৰ
৩১/১/৫৯ ডিব্ৰুগড়ত অসম ৰাজনৈতিক সম্মিলন
৪/২/৫৯ শঙ্কৰ মিছনৰ চকু চিকিৎসা শিবিৰ, গোলাঘাট
১৬/৪/৫৯ ৰ পৰা জুনমাহলৈকে মিছামাৰী তিব্বতীয়া শৰণাৰ্থীৰ সেৱা-শৰণাৰ্থীৰ সংখ্যা ৬২৩৬ জন
৩০/৮/৫৯ ভূদানৰ মিটিং
শঙ্কৰ মিছনৰ বাৰ্ষিক মিটিং
১৭/১০/৫৯ অসম সেৱা সমিতিৰ সাধাৰণ সভা-বোকাখাটত ।

# পৰিশিষ্ট (ক)

## সহায়ক প্ৰকাশন

১। *তেজপুৰত স্বাধীনতা যুঁজৰ চমু বতৰা*– শ্ৰীগহন চন্দ্ৰ গোস্বামী

২। *মহাপুৰুষীয়া ধৰ্মালোচনী চক্ৰ ১ম প্ৰচাৰ পত্ৰ*– প্ৰকাশক শ্ৰীচক্ৰধৰ মহন্ত, সম্পাদক, যোৰহাট, অসম–১৯৬৮

৩। *সোৱণশিৰি সেৱা সমিতিৰ সংবিধান*– ১৯৬৭ উঃ লক্ষীমপুৰ

৪। *শোণিত স্মৃতি*– অসম সাহিত্য সভাৰ ৬৭-৮৮ তেজপুৰ অধিবেশনৰ আদৰণি সমিতিৰ প্ৰদৰ্শনী শাখাৰ দ্বাৰা প্ৰকাশিত

৫। The Sreemanta Sankar Mission Nowgong Assam. 4th Annual Report, 1950

৬। *মহাপুৰুষ মাধৱদেৱৰ শৰণ গ্ৰহণ* ১ম *ভাগ* তেজপুৰ শঙ্কৰদেৱ সংঘৰ পৰা অধিকাৰী শ্ৰীগহন চন্দ্ৰ গোস্বামীৰ দ্বাৰা প্ৰকাশিত

৭। Report of the work done in connection with Relief Operation by Sri Gahan Chandra Goswami, on behalf of the Sreemanta Sankar Mission, Nowgong Assam.

৮। Social Welfare Souvenir of Sangeet Natak Academy, Delhi, 1965.

৯। নিকামূল সত্ৰত ভকত বান্ধৱৰ সমাবৰ্তন পুস্তিকা, ১৯৭১

১০। সদৌ অসম সাংস্কৃতিক সভাৰ নিয়মাৱলী, ১৯৭৯

১১। ভাৰতৰ মুক্তি যুঁজত অসম ১৯৩০-৩২ চনৰ স্বাধীনতা আন্দোলনৰ স্মৃতি– প্ৰকাশ ১৯৭২– শ্ৰীঅমিয় কুমাৰ দাসৰ প্ৰবন্ধ

১২। *মোৰ জীৱন সোঁৱৰণ* স্বৰ্গীয় শ্ৰীমহীকান্ত দাস প্ৰাক্তন অধ্যক্ষ, অসম বিধান সভা

১৩। *মুক্তি যুঁজাৰু শ্ৰীৰুদ্ৰকান্ত বৰা* তেজপুৰ জিলা কংগ্ৰেছ, ১৯৭৬ ।

## পৰিশিষ্ট (খ)

# নিকামূল সত্ৰ সেৱা সমিতিয়ে প্ৰকাশ কৰা পুস্তিকাসমূহ (অসমীয়া ভাষাত)

১। *নাম প্ৰসঙ্গ*— দৈনিক চাৰি প্ৰসঙ্গত গাবলগীয়া গীত, ঘোষা, কীৰ্তন পাঠ, চৰিত্ৰ আদিৰ নিৰ্ঘণ্ট ।

২। *গুৰু কীৰ্তন*— ঘোষা, কীৰ্তন আৰু ভাগৱত গ্ৰন্থৰ বচ বচা পদৰ সমাহাৰ

৩। হে অমৃতৰ পুত্ৰ বিশ্ববাসী সকল, শুনা ভগৱান বিষ্ণুৰ চিনাকিৰে পদসমূহৰ চমু ব্যাখ্যা ।

৪। শ্ৰীশ্ৰীনিকামূল সত্ৰৰ ভকত বান্ধৱসমূহৰ প্ৰীতি অভিবৰ্তনৰ চমু কাৰ্যবিৱৰণী ।

৫। *শ্ৰীমন্ত শঙ্কৰদেৱ*— চেমনীয়াৰ বাবে সংক্ষিপ্ত শঙ্কৰ পৰিচয়

৬। *নামঘোষা*— ক্ষুদ্ৰাকৃতিৰ

৭। *অৰ্ঘ্য*— শাস্ত্ৰৰ উপদেশ আপাটানী (অঁকা) ভাষাত

৮। *কীৰ্তনৰ কথা*— কীৰ্তনৰ পৰা উলিওৱা কাহিনীসমূহ

১০। *গান্ধীবাণী*— মহাত্মা গান্ধীৰ পৰিচয় ( গান্ধী জন্ম শতবাৰ্ষিকী উপলক্ষে )

## পৰিশিষ্ট (গ)

যিসকল সুধীয়ে প্ৰবন্ধ ( প্ৰকাশিত হোৱাৰ ওপৰিও ) তথ্য, পৰামৰ্শ, উৎসাহ বাণী আদিৰে আলেখ্য ভাগ যুগোতোৱাত অৰিহণা যোগাইছে–

| | |
|---|---|
| ১। সৰ্বশ্ৰী থানুৰাম বৰা– | ডেকাৰ গাওঁ |
| ২। চন্দ্ৰকান্ত ডেকা বৰুৱা, | তেজপুৰ |
| ৩। স্বৰ্গীয় দণ্ডিৰাম ডেকা, | তেজপুৰ |
| ৪। তৰুণ শইকীয়া– | চতিয়া |
| ৫। গোলোক চন্দ্ৰ কাকতী,<br>প্ৰাক্তন বিধায়ক, | জামুগুৰি |
| ৬। স্বৰ্গীয় হৰেন্দ্ৰ চন্দ্ৰ মহন্ত– | কেতেকীবাৰী, তেজপুৰ |
| ৭। মুক্তেশ্বৰ গোস্বামী– | কেতেকীবাৰী, তেজপুৰ |
| ৮। শুক্লেশ্বৰ শৰ্মা– | মাজগাঁও, তেজপুৰ |
| ৯। মিনা আগৰৱালা– | তেজপুৰ |
| ১০। দোলন কৃষ্ণ বৰা– | তেজপুৰ |
| ১১। সুৰেন্দ্ৰ নাথ বৰুৱা– | তেজপুৰ |
| ১২। স্বৰ্ণপ্ৰভা মহন্ত– | তেজপুৰ |
| ১৩। পূৰ্ণ কলিতা– | তেজপুৰ |
| ১৪। দালিম চন্দ্ৰ পাঠক– | দেৰগাওঁ |

## পৰিশিষ্ট (ঘ)

শ্ৰীনিকামূল সত্ৰৰ সত্ৰাধিকাৰ সকলৰ মালিতা

কাশ্যপ গোত্ৰ সম্ভূত

সদানন্দ

ভৱানন্দ

সৰ্বানন্দ

জগতানন্দ

সতানন্দ

শ্ৰীকৃষ্ণ

বাপুৰাম

মাধৱানন্দ

লক্ষণদেৱ

বিষ্ণুচৰণ

ৰাধাকান্ত

মূলাকান্ত

তুৱাকান্ত

মঙ্গলচন্দ্ৰ

গহন চন্দ্ৰ

শ্ৰীসত্যব্ৰত দেৱগোস্বামী

শ্ৰীপুন্যব্ৰত দেৱগোস্বামী

| | শ্ৰীশ্ৰীগহন চন্দ্ৰ গোস্বামী |
|---|---|
| জন্ম– | ১৯০০ খৃষ্টাব্দৰ ৪ এপ্ৰিল |
| স্থান– | শ্ৰীশ্ৰীনিকামূল সত্ৰ, তেজপুৰ |
| বৈকুণ্ঠ প্ৰয়াণ– | ১৯৭৯ খৃষ্টাব্দৰ ১৮ জানুৱাৰী |
| স্থান– | শ্ৰীশ্ৰীনিকামূল সত্ৰ, তেজপুৰ |



সুরাগী পুরুষ গহন চন্দ্র গোস্বামী



ৰাষ্ট্ৰপতি শ্ৰীভি ভি গিৰিয়ে গহন চন্দ্ৰ গোস্বামীক সঙ্গীত নাটক অকাডেমী বঁটা প্ৰদান কৰিছে।



নতুন দিল্লীৰ ৰবীন্দ্ৰ ভৱনত গহন চন্দ্ৰ গোস্বামীৰ পৰিচালনাত পাৰিজাত হৰণ নাটৰ এটি দৃশ্য।



অসম সাহিত্য সভাৰ তেজপুৰ অধিবেশনৰ (১৯৬৮) মঞ্চত ৰবগীত পৰিবেশনৰত গহন চন্দ্ৰ গোস্বামী।



কৃতী বায়ন গহন চন্দ্র গোস্বামী।



অসমীয়া ক্লাবৰ উদ্বোধনৰ মুহূৰ্ত্তত গহন চন্দ্ৰ গোস্বামী। কাষত ক্লাবৰ সভাপতি শ্ৰীদুলাল চন্দ্ৰ ভট্টাচাৰ্য্য আৰু সাধাৰণ সম্পাদক শ্ৰীকৃষ্ণচন্দ্ৰ শৰ্মা (১৫-১-৭৮)।



অৰুণাচলত অকাসকলৰ সৈতে গহন চন্দ্ৰ গোস্বামী।





তেজপুৰলৈ অহা খাচী প্ৰতিনিধি আৰু পৰিয়ালৰ কেইজনমানৰ সৈতে গহন চন্দ্ৰ গোস্বামী (১৯৬০)।



১৯৪১ চনত ব্যক্তিগত সত্যাগ্ৰহী গহন চন্দ্ৰ গোস্বামী।



সোৱনশিৰি সেৱাশ্ৰমলৈ ৰাজ্যপাল শ্ৰীব্ৰজকুমাৰ নেহৰু আৰু মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাক আদৰণি জনাইছে গহন চন্দ্ৰ গোস্বামীয়ে।



ভাৰত চৰকাৰে আগৰঢ়োৱা তাম্ৰপত্ৰ গহন চন্দ্ৰ গোস্বামীক প্ৰদান কৰিছে অসম বিধান সভাৰ অধ্যক্ষ ৰমেশ চন্দ্ৰ বৰুৱাই। (১৬-৩-৭৫)

